***BAAD ARU BYAKHYA** : A collection of Articles written by DHANI BORA and Published by Padma Singh, Wari Publications Guwahati. Assam. 2007. Phone 98640-13675 Price Rs 60.00 only*

প্ৰথম প্ৰকাশ : জানুৱাৰী, ২০০৭

প্ৰকাশক : পদ্ম সিংহ । ৱাৰী পাব্লিকেশ্বন। গুৱাহাটী ,অসম।

বেটুপাত : নিকি

মূল্য : ৬০.০০ টকা

মুদ্ৰক : ক্ৰিষ্টিয়ান পাব্লিকেশ্বনছ প্ৰাঃ লিঃ ,গুৱাহাটী-১৬

# আগকথা ঃ বাদ আৰু ব্যাখ্যা

সাম্প্ৰতিক কালত একাংশ সমালোচকে উত্তৰআধুনিক চিন্তাধাৰাৰ মৃত্যু হ'ল বুলি ঘোষণা কৰিছে। নিয়'কন অথবা নব্যৰক্ষণশীল শিবিৰৰ লেখক-বুদ্ধিজীৱী তথা একাডেমিচিয়ান-সকলৰতো কথাই নাই, আনকি প্ৰখ্যাত মাৰ্ক্সবাদী সাহিত্য-সমালোচক টেৰী ইগলটনৰ দৰে লোকেও উত্তৰআধুনিকতাবাদ এতিয়া অতীত হ'ল বুলি দাবী কৰাৰ উপৰি ইয়াক এক 'ব্যৰ্থতা' হিচাপে দেখুৱাব বিচাৰে। নব্যৰক্ষণশীল আৰু মাৰ্ক্সবাদী— দুয়ো যথাক্ৰমে এনলাইটেনমেণ্টৰ আন্দোলনত জন্ম হোৱা আধুনিক অথবা আধুনিকতাবাদী দৰ্শনৰ উত্তৰাধিকাৰী— যি যুক্তিবাদী বৈজ্ঞানিক প্ৰগতিবাদৰ ওপৰত এশ শতাংশই বিশ্বাসী। প্ৰগতিবাদী এই আধুনিক দৰ্শন সম্পূৰ্ণতাবাদী (totalizing) চিন্তাধাৰাৰ সমৰ্থক আৰু সেয়ে ই এক কেন্দ্ৰচালিত দৰ্শন যাক জাঁ-ফ্ৰাঁচোৱা লিয়'টাৰে 'অধিবৃত্তান্ত' আখ্যা দিছে নাইবা জাক ডেৰিডাৰ ভাষাত আমি ইয়াক 'উপস্থিতিৰ অধিবিদ্যা' বুলিও ক'ব পাৰো। এই আধুনিক, প্ৰগতিবাদী, সম্পূৰ্ণতাবাদী দৰ্শনৰ সমৰ্থক নব্যৰক্ষণশীল, নব্যউদাৰপন্থী, সাম্ৰাজ্যবাদী আৰু মাৰ্ক্সবাদী সকলোৱে একেটা শিবিৰত পৰস্পৰে পৰস্পৰক লগ পাব পাৰে আৰু পাইছেও। সভ্যতা বা পশ্চিমীয়া সভ্যতা, গণতন্ত্ৰ বা পশ্চিমীয়া গণতন্ত্ৰ, জাতিৰাষ্ট্ৰ আৰু ইয়াৰ জাতীয়তাবাদ আদি ধাৰণাবোৰক আমি কি আখ্যা দিব পাৰো? মাৰ্ক্সবাদী, নব্যৰক্ষণশীল, নব্যউদাৰপন্থীসকলে ব্যৱহাৰ কৰা এইবোৰ সম্পূৰ্ণতাবাদী, আধুনিক বাগ্‌ধাৰা নহয়নে? এই আধুনিক, সম্পূৰ্ণতাবাদী বাগ্‌ধাৰাবোৰো 'অধিবৃত্তান্ত'। এই প্ৰভুত্বশালী বাগ্‌ধাৰাই আজি পশ্চিমীয়া গণতন্ত্ৰ, সভ্যতা আৰু প্ৰগতিৰ জয়গান গায় আৰু পশ্চিমীয়া সভ্যতা আৰু গণতন্ত্ৰৰ নামতে ইৰাক বা আন অপশ্চিমীয়া দেশ, অপশ্চিমীয়া সমাজ আৰু সংস্কৃতি ধ্বংস কৰে আৰু ধ্বংস কৰাৰ মতাদৰ্শ দাঙি ধৰে। ছেমুৱেল হাণ্টিংটনৰ 'সভ্যতাৰ সংঘাত' তত্ত্বই পূব আৰু পশ্চিমৰ সভ্যতাক দুই বিপৰীত শিবিৰত বিভক্ত কৰাই নহয় বৰং এই তত্ত্বই পশ্চিমীয়া সভ্যতাক গণতান্ত্ৰিক, আধুনিক আৰু মুক্তসমাজমুখী বুলি স্বীকৃতি দিয়ে আৰু পূবৰ সভ্যতা-সমাজক ইয়াৰ এনেবোৰ বৈশিষ্ট্যৰ বিপৰীতে দাঙি ধৰে। হাণ্টিংটনৰ সভ্যতাৰ সংঘাত তত্ত্ব মূলতঃ পূব আৰু পশ্চিমৰ সভ্যতাৰ সংঘাত তত্ত্ব হিচাপে ধৰা দিয়ে। তেওঁ লিখিছে.... 'The world is in some sense two.... .... The world, in short, is devided between a Western one and a non-Western many. (The Clash of Civilizations and the Remaking of World Order. Samuel P. Huntington,P-36, 1996..... এনে তত্ত্বই নব্যৰক্ষণশীল আমেৰিকান-ব্ৰিটিছ শক্তিক নব্যঔপনিবেশিক ভূমিকা গ্ৰহণ কৰিবলৈ উৎসাহিত কৰা দেখিবলৈ পোৱা গ'ল।

আধুনিক জাতি, জাতিৰাষ্ট্ৰ, গণতন্ত্ৰ, সভ্যতা, সংস্কৃতি আদি ধাৰণাবোৰ পশ্চিমীয়া আৰু ঔপনিবেশিক চিন্তাধাৰাৰ আৱিষ্কাৰ। কিন্তু আধুনিক যুগত, বিশেষকৈ ঔপনিবেশিকতাবাদ

প্ৰভাৱৰ ফলত, স্বাধীন, উত্তৰঔপনিবেশিক সমাজবোৰত এই ধাৰণাবোৰ প্ৰভুত্বশালী বাগ্‌ধাৰাৰ ৰূপত গৃহীত আৰু প্ৰচলিত হ'ল। আকবৰ এছ আহমেদে উল্লেখ কৰিছে যে ইউৰোপীয় আধুনিকতাবাদৰ এটা নিকৃষ্ট উত্তৰাধিকাৰ সূত্ৰে পোৱা বস্তু হ'ল জাতি ৰাষ্ট্ৰ, অন্ততঃ আফ্ৰিকা আৰু এছিয়াত যি ধৰণে ইয়াক পোৱা গ'ল। বৃহৎ নিৰাপত্তা বাহিনীৰে সৈতে এটা সীমাহীন শক্তিৰ অধিকাৰী কেন্দ্ৰ যি কেন্দ্ৰ ভাষিক তথা ধৰ্মীয় সংখ্যা গৰিষ্ঠতাৰ ওপৰত ভিত্তি কৰি গঢ়ি তোলা হৈছে। ভাৰতৰ দৰে উত্তৰঔপনিবেশিক ৰাষ্ট্ৰৰ জাতীয়তাবাদী নেতাসকল ক্ষমতাত অধিষ্ঠিত হৈ তেওঁলোকৰ বাবে প্ৰথম আৰু প্ৰধান দায়িত্ব হৈ পৰিছিল ৰাষ্ট্ৰযন্ত্ৰক শক্তিশালী কৰা। স্বাধীন ভাৰতৰ কেন্দ্ৰীয় শাসন ব্যৱস্থাত ঔপনেৱিশিক শাসন ব্যৱস্থাৰ প্ৰভাৱ দেখিবলৈ পোৱা গ'ল। আহমেদে লিখিছে 'In many cases, the world was still seen through colonial eyes by those sitting in the old colonial secretariats, in the still-warm colonial chairs. The idiom and the responses were thus predetermined. Groups demanding rights became 'miscreants', 'secessionists' and 'trouble-makers', to be dealt with firmly. (Postmodernism and Islam. Akbar S Ahmed P. 131, 1992)

অতিকেন্দ্ৰিক শাসনৰ সেই একেই ঔপনিবেশিক আৰ্হি আৰু শক্তিশালী জাতিৰাষ্ট্ৰৰ আদৰ্শ এছিয়া, আফ্ৰিকা আৰু বিশ্বৰ বহু দেশত ক্ষুদ্ৰ, সংখ্যালঘু জাতি-জনগোষ্ঠীসমূহৰ অস্তিত্ব ৰক্ষা আৰু বিকাশৰ পথত বাধা হৈ আছিছে। ফলত দমন-পীড়ন বাঢ়িছে, হিংসা আৰু অশান্তি বাঢ়িছে। সভ্যতা, জাতি ৰাষ্ট্ৰ, গণতন্ত্ৰ, ঐক্য এই সকলো ব্যৱহৃত হৈ আহিছে অৱদমনমূলক, প্ৰভুত্বশালী বাগ্‌ধাৰা হিচাপে। যোৱা শতিকাৰ আশীৰ দশকৰ পৰা এই ধৰণৰ কৰ্তৃত্বশীল বাগ্‌ধাৰাৰ সমালোচনা আগবঢ়াই আহিছে উত্তৰআধুনিক চিন্তাধাৰাই। লিয়টাৰ, ফুকো, ডেৰিডা প্ৰমুখ্যে চিন্তাবিদসকলৰ উত্তৰআধুনিক, উত্তৰছচুৰীয় চিন্তাধাৰা থিয় দিছে উত্তৰঔপনিবেশিক অতিকেন্দ্ৰিক জাতিৰাষ্ট্ৰৰ অৱদমনকাৰী ৰাজনৈতিক বাগ্‌ধাৰাৰ বিৰুদ্ধে, অধিবৃত্তান্তবোৰৰ বিৰুদ্ধে, আৰু বিকেন্দ্ৰীকৰণ, পাৰ্থক্য আৰু পৰিচয়ৰ দাবীবোৰৰ সমৰ্থনত। উত্তৰঔপনিবেশিক, তুলনামূলকভাৱে অনগ্ৰসৰ সমাজবোৰত উত্তৰআধুনিক, ডেৰিডীয় চিন্তাধাৰাৰ গুৰুত্ব আৰু প্ৰাসংগিকতা বাঢ়িছেহে, হ্ৰাস পোৱাতো দূৰৰ কথা। এনে অভিজ্ঞতা আৰু উপলব্ধিবোৰেই হ'ল 'বাদ আৰু ব্যাখ্যা'ৰ নিবন্ধবোৰৰ প্ৰেৰণা। 'বাদ' কোনো বিশেষ মতবাদ নহয়; ই হ'ল যিকোনো ধাৰণাকে বিতৰ্কিত ৰূপ দিয়াৰ প্ৰয়াস। উত্তৰআধুনিক, ডেৰিডীয় চিন্তাধাৰাই 'ব্যাখ্যা'ৰ পৰম্পৰাগত অৰ্থ বৰ্জন কৰিছে যিহেতু ব্যাখ্যা কোনো নিৰ্দিষ্ট অৰ্থ সন্ধানৰ সমালোচনা পদ্ধতিত বিশ্বাসী। তৎসত্ত্বেও ব্যাখ্যাৰ বহল আৰু জনপ্ৰিয় ব্যৱহাৰে আমাকো ইয়াৰ প্ৰতি আকৃষ্ট কৰে।

নিবন্ধসমূহক গ্ৰন্থ আকাৰত প্ৰকাশৰ দায়িত্ব লৈ চিত্ৰশিল্পী বন্ধু পৰম সিংহই এক অবিশ্বাস্য কামত হাত দিলে। কবীয়ে যথেষ্ট কষ্টেৰে ছপাৰ বাবে প্ৰতিলিপি লিখিছে। সকলোটিলৈ মোৰ কৃতজ্ঞতা থাকিল।

— ধনী বৰুৱা

# সূচীপত্ৰ

# অসমীয়াৰ সংজ্ঞা

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ভেটি প্ৰতিষ্ঠাৰ দিশত অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ অংশগ্ৰহণ অতি গুৰুত্বপূৰ্ণ আছিল যদিও ই যি জাতীয়তাবাদৰ পৃষ্ঠপোষকতা কৰিবলৈ ধৰিলে সি অসমৰ বিভিন্ন ভাষা-ভাষী তথা ধৰ্মীয় সম্প্ৰদায়ৰ মাজত তিক্ততাৰহে সৃষ্টি কৰিলে। অসমীয়া জাতি গঠনত অসমীয়া জাতীয়তাবাদৰ সফলতা সেয়ে অতি কম, বিফলতা কিন্তু কম নহয়। ভাষা আন্দোলন আৰু মাধ্যম আন্দোলনৰ পিছত ১৯৭৯ চনৰ পৰা ১৯৮৫ চনলৈ অবৈধ প্ৰব্ৰজনৰ বিৰুদ্ধে 'অসমীয়াৰ অস্তিত্ব ৰক্ষা'ৰ আন্দোলনে বিদেশীৰ অবৈধ আৰু অবাধ প্ৰব্ৰজনৰ সমস্যাটো দাঙি ধৰাত সফল হ'ল, কিন্তু ই অসমৰ জনগোষ্ঠীসমূহৰ মাজত ভুল বুজাবুজিৰ, সন্দেহৰ আৰু আনকি পৃথকতাবাদী চেতনাৰো জন্ম দিলে। বিদেশীৰ অবাধ প্ৰব্ৰজনৰ বিৰুদ্ধে চলোৱা আন্দোলনক অসমবাসীৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ ৰূপ দিব নোৱাৰিলে নেতৃত্বকাৰীসকলে, তাৰ পৰিবৰ্তে তেওঁলোকে ইয়াক 'অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন'ত পৰিণত কৰিলে। ১৯৮৫ চনত কেন্দ্ৰীয় চৰকাৰৰ সৈতে আন্দোলনকাৰী সংগঠনে যি 'অসম চুক্তি'ত স্বাক্ষৰ কৰিলে সেই চুক্তিতো ষষ্ঠ দফাত 'অসমীয়া মানুহৰ ঐতিহ্য আৰু সাংস্কৃতিক, সামাজিক, ভাষিক পৰিচয় ৰক্ষা কৰিবলৈ, সংৰক্ষণ আৰু উন্নতিৰ বাবে সাংবিধানিক, আইনগত আৰু প্ৰশাসনীয় ৰক্ষণাবেক্ষণ দিয়া'ৰ প্ৰতিশ্ৰুতিৰ কথা লিপিবদ্ধ হ'ল। এনে ধৰণৰ চুক্তিৰে বড়ো তথা অন্যান্য জনগোষ্ঠীবোৰে তেওঁলোকৰ ওপৰত অসমীয়া ভাষা-সংস্কৃতি জাপি দিবলৈ বিচৰা হ'ব পাৰে বুলি আশংকা কৰাটোৱেই স্বাভাবিক। যদিও হয়তো এই চুক্তিত স্বাক্ষৰ কৰাৰ সময়ত নাইবা ইয়াৰ আগলৈকে 'অসমীয়া মানুহ' বুলি কওঁতে অসমৰ সকলো খিলঞ্জীয়া মানুহৰ কথাকে ভবা হৈছিল। কিন্তু যি বুলিয়েই ভবা নহওক 'অসমীয়া'ৰ এটা আঁকোৱালি ল'ব পৰা (inclusivist) ধৰণ, সৰ্বসন্মত সংজ্ঞাৰ অভাৱ ঘটিছিল। অসম চুক্তিত স্বাক্ষৰ কৰা আন্দোলনকাৰী 'আছু'ৰ (সদৌ অসম ছাত্ৰ সন্থা) নেতৃবৃন্দই আৰু অসম চৰকাৰে তেতিয়াই উপলব্ধি কৰিব পাৰিব লাগিছিল যে 'অসমীয়া' এই শব্দটোৱে সকলোকে সন্নিবিষ্ট কৰিব নাইবা বুজাব পাৰিছে নে নাই; নাইবা খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ সন্মতি আছে নে নাই। অসম চুক্তিত অসমীয়া তথা অসমৰ সকলো খিলঞ্জীয়া জনগোষ্ঠীৰ ভাষিক-সাংস্কৃতিক পৰিচয়ৰ ৰক্ষণাবেক্ষণ দিয়াৰ প্ৰতিশ্ৰুতি থকা হ'লে বড়ো, ৰাভা, মিচিং প্ৰমুখ্যে নেতৃবৃন্দৰ মনত সন্দেহ উপজিব নোৱাৰিলেহেঁতেন আৰু আজি কেন্দ্ৰীয় চৰকাৰেও অসমীয়াৰ সংজ্ঞা বিচাৰি তাক স্পষ্ট কৰিবলৈ ক'বলগীয়া নহ'লহেঁতেন।

এই কথাটোও মনত ৰাখিব লাগিব যে অসম চুক্তি স্বাক্ষৰ কৰাৰ কুৰি বছৰৰ পিছতহে কেন্দ্ৰই অসমীয়া কোন সেই বিষয়ে স্পষ্টীকৰণ বিচাৰিছে। কিন্তু যোৱা কুৰি বছৰত

অসমৰ জনগোষ্ঠীয় ৰাজনীতিত যথেষ্ট পৰিবৰ্তনৰ বতাহ-ধুমুহা বৈ গ'ল। বড়োসকলে তেওঁলোকৰ উপজাতীয়, সাংস্কৃতিক, ভাষিক সুকীয়া পৰিচয় ৰক্ষণাবেক্ষণৰ দাবীত আৰু সুকীয়া বড়োভূমিৰ দাবীত আন্দোলন গঢ়ি তুলিলে। বড়োলেণ্ডৰ নেতৃবৃন্দৰ দাবী মানি লৈ ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰে এক ঐতিহাসিক বড়োলেণ্ড চুক্তিত স্বাক্ষৰ কৰিছে। এই চুক্তি অনুসৰি বড়োলেণ্ড টেৰিটৰীয়েল কাউন্সিল (বি টি চি) গঠন কৰা হৈছে। ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীৰ অন্তৰ্ভুক্তিৰে স্বায়ত্তশাসিত বড়োলেণ্ড গঠন কৰা হ'ল। বড়োসকলৰ এই ৰাজনৈতিক পৰিবৰ্তনে ৰাভা, মিচিং প্ৰমুখ্যে আন জনগোষ্ঠীৰ নেতৃবৃন্দকো উৎসাহিত কৰিছে, তেওঁলোকেও ষষ্ঠ অনুসূচী দাবী কৰিছে। তেওঁলোকে নিজৰ জাতিসত্তা অথবা পৰিচয় (আইডেন্টিটী) ৰক্ষা হোৱাটো বিচাৰিছে। এনে এক পৰিস্থিতিত কেন্দ্ৰীয় চৰকাৰে নাইবা অসমৰ বাহিৰৰ মানুহে 'অসমীয়া কোন'— এনে প্ৰশ্ন উত্থাপন কৰাটো অস্বাভাৱিক নহয়।

অসম সাহিত্য সভা আৰু 'অসমীয়াৰ অস্তিত্ব ৰক্ষা'ৰ নামত আন্দোলনৰ নেতৃত্ব লোৱা ছাত্ৰ সন্থাৰ নেতৃবৃন্দৰ মাজত অসমীয়াৰ সংজ্ঞা নিৰূপণক লৈ তৎপৰতা দেখিবলৈ পোৱা গৈছে যদিও অসমীয়া জাতি সন্দৰ্ভত পূৰ্বৰে পৰা এচাম ক্ষমতাশালী লোকৰ ভুল, ধ্বংসাত্মক ধাৰণা তথা সংজ্ঞাৰ সংশোধন ঘটোৱাৰ এটা সুন্দৰ সুযোগো আনি দিছে বৰ্তমান পৰিস্থিতিয়ে। বিশেষকৈ অসমীয়া সন্দৰ্ভত এক আত্মতীয়াপন্থী-বৰ্জনমুখী (exclusivist) ধাৰণাৰ জন্ম দিয়া হৈছিল ভাষা আৰু জাতিৰ অস্তিত্ব ৰক্ষাৰ নামত মাজে-সময়ে চলাই অহা আন্দোলনবোৰৰ মাজেদি (যিবোৰে প্ৰায়ে হিংসাত্মক ৰূপ পাইছিল) যাৰ ফলত অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠী তথা ধৰ্মীয় সংখ্যালঘুৰ মনত তথাকথিত অসমীয়া 'মূলসুঁতি' প্ৰতি ভয় সংশয় আৰু অবিশ্বাসৰ সৃষ্টি হ'ল।

সঞ্জীৱ বৰুৱাই তেওঁৰ বিখ্যাত 'ইণ্ডিয়া এগেইন্‌ষ্ট ইটছেল্‌ফ' গ্ৰন্থখনত উল্লেখ কৰিছে যে এবাৰ তেওঁ কৰ্মস্থলী নিউয়ৰ্কৰ পৰা অসমলৈ 'ক্ষেত্ৰ অধ্যয়ন'ৰ বাবে আহোঁতে ইয়াত এথনিক আছামিজ' অৰ্থাৎ 'নৃগোষ্ঠীয় অসমীয়া'— এই নতুন কথাষাৰ শুনি আচৰিত হৈছিল। তেওঁ লিখিছে যে ইয়াৰ আগলৈকে তেওঁ নিজকে সদায় এজন অসমীয়া বুলিয়ে ভাবি আহিছিল। তেন্তে এতিয়া এই 'এথনিক আছামিজ' অথবা 'নৃগোষ্ঠীয় অসমীয়া' কথাষাৰ আহিল ক'ৰ পৰা? বৰুৱাই তেওঁৰ গ্ৰন্থখনৰ পাতনিতেই নৃগোষ্ঠীয় অসমীয়াক প্ৰাধান্য দিয়াৰ বিপদ (.... the danger of previleging the ethnic Assamese..) সম্পৰ্কে সতৰ্কবাণী কৰিছে আৰু তেওঁ 'এথনিক' শব্দটোক 'উপজাতীয়' (ট্ৰাইবেলাইজেচনেল) বুলি ক'ব খুজিছে (১)। অসমত বসবাস কৰি অহা ভগনীয়া লোকসকল আৰু খিলঞ্জীয়া জনজাতীয় গোষ্ঠীসমূহকে (যেনে বড়ো, মিচিং, ৰাভা ইত্যাদি) অসমীয়াক বেলেগ কৰি দেখুৱাবলৈকেহে যে 'নৃগোষ্ঠীয় অসমীয়া' কথাষাৰ ব্যৱহাৰ কৰিবলৈ ধৰিছে— তাৰ ইংগিত শ্ৰীবৰুৱাই নিদিয়াকৈ থকা নাই।

অসমীয়াক এইদৰে 'নৃগোষ্ঠীকৰণ' কৰাৰ ফলত অসমীয়া শব্দটো (টাৰ্ম) আজি ক্ৰমে অস্পষ্ট হৈ আৰু সংকীৰ্ণ হৈ পৰিছে। কেন্দ্ৰীয় চৰকাৰে সেই কাৰণেও অসমীয়া কোন

তাৰ স্পষ্টীকৰণ বিচাৰিবলগীয়া হৈছে।

কিন্তু প্ৰশ্ন উত্থাপিত হ'ব পাৰে— অসমীয়াক 'নৃগোষ্ঠীকৰণ' কৰিব পৰা যায়নে?

লণ্ডন বিশ্ববিদ্যালয়ৰ অৰ্থনীতি আৰু ইতিহাস বিভাগৰ অধ্যাপক ই জে হাবছবামে লিখিছে — নৃগোষ্ঠীয়তাক কি বুলি ক'ব পাৰি? সাধাৰণতে ইয়াক ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত প্ৰায় কোনো একেটা উৎস আৰু পূৰ্বপুৰুষৰ সৈতে যুক্ত কৰা হৈছিল য'ৰ পৰা কোনো একোটা নৃগোষ্ঠীয় সম্প্ৰদায়ৰ লোকসকলৰ একেধৰণৰ চাৰিত্ৰিক দিশ নিৰ্ধাৰণ কৰা হৈছিল। একোটা জনসম্প্ৰদায় (গ্ৰুপ)ৰ লোকসকল এক গোট হৈ থকাৰ ক্ষেত্ৰত আৰু বহিৰাগতসকলক আঁতৰাই ৰখাত 'সম্বন্ধ' (কিন্‌শ্বিপ) আৰু 'তেজ'ৰ বিচাৰে স্বাভাৱিকতে প্ৰাধান্য লাভ কৰিছিল আৰু সেয়ে নৃগোষ্ঠীয় জাতীয়তাবাদৰ ই হৈ পৰিছিল মূল আদৰ্শ (২)।

শ শ বছৰ ধৰি পূব-পশ্চিম-উত্তৰ-দক্ষিণ — বিভিন্ন দিশৰ পৰা আহি অসমত বসবাস কৰা নানান নৃগোষ্ঠীয় লোকৰ সংমিশ্ৰণ, সম্মিলন আৰু সহযোগিতাৰ মাজেদি গঢ়ি উঠিছে অসমীয়া জাতি আৰু সংস্কৃতি। বিশেষকৈ আহোম ৰজাসকলৰ ছশ বছৰীয়া শাসনে অসমীয়াক এনেদৰে গঢ়ি তুলিলে যে এতিয়া ইয়াক আচুতীয়া কৰি নৃগোষ্ঠীকৰণ কৰাৰ প্ৰয়াস হ'ব অসমত নৃগোষ্ঠীয় জাতীয়তাবাদৰ বিহ গছ ৰোৱা। এই ক্ষেত্ৰত নৃবিজ্ঞানীসকলৰ অধ্যয়ন আৰু গৱেষণাবোৰেও আমাক বাট দেখুৱাব পাৰে। প্ৰখ্যাত নৃবিজ্ঞানী ড° ভুবনমোহন দাস আৰু তেওঁৰ সহকৰ্মীসকলে অসমৰ জনসমষ্টিসমূহৰ মাজত চলোৱা ৰক্ত পৰীক্ষা আৰু অন্যান্য গৱেষণাই দেখুৱাইছে যে 'বৰ্ণহিন্দু' অসমীয়াকে ধৰি অসমীয়া মুছলমান পৰ্যন্ত কোনো এটা জনসমষ্টিৰ দেহতেই তেওঁলোকৰ পূৰ্বপুৰুষৰ 'বিশুদ্ধ' তেজ নাই। সকলো জনসমষ্টিৰ মাজতে আনুবংশিক সোঁত অথবা জিনৰ সোঁত বৈ থকাটো গৱেষণাত ধৰা পৰিছে। ড° দাসে লিখিছে— 'অসমলৈ বিভিন্ন দিশৰ পৰা বিভিন্ন সময়ত বিভিন্ন বিধ মানুহ চামে চামে আহি কালৰ সোঁতত... ইটোৰ লগত সিটো সংমিশ্ৰিত হৈ গ'ল....' (৩)। ড° দাসৰ 'অনুবিবৰ্তন' (Microevolution) গ্ৰন্থত তেওঁৰ গৱেষণাৰ তথ্যসমূহেও এই কথাকে প্ৰতিপন্ন কৰিছে (৪)। দৈহিক অনুবিবৰ্তন আৰু জিনৰ সোঁতৰ দৰেই সাংস্কৃতিক দিশতো ঘটিছে একেই সংমিশ্ৰণ। তেওঁ লিখিছে — '... দেখা যায় যে বিভিন্ন প্ৰজাতীয় প্ৰকাৰৰ উপাদানে অসমৰ মানুহৰ আৱয়ৱিক ৰূপ দিয়াৰ নিচিনাকৈ নানান জনসমষ্টিৰ অৱদানেৰে পৰিপুষ্ট হৈ বিভিন্ন সংস্কৃতিৰ সমন্বয়ত অসমৰ সংস্কৃতিৰ সৃষ্টি হৈছে। সাংস্কৃতিক মিশ্ৰণ এনেভাৱে সংঘটিত হৈছে যে মৌলবোৰৰ পৃথকীকৰণ একপ্ৰকাৰ অসম্ভৱ আৰু তেনে পৃথকীকৰণৰ প্ৰচেষ্টাই অসমীয়া সংস্কৃতিৰ স্বকীয় ৰূপকেই বিকৃত কৰিব(৫)।'

অসমীয়া মানুহ আৰু অসমীয়া সংস্কৃতি বহু নৃগোষ্ঠী আৰু বহু সংস্কৃতিৰ সংমিশ্ৰণৰ ফল। ইয়াক এতিয়া নৃগোষ্ঠীকৰণেৰে আচুতীয়া কৰিবলৈ বিচৰাসকলেহে অসমীয়া সংস্কৃতিৰে 'মৌল'ৰূপ বিচাৰি ফুৰা দেখা যায়।

আধুনিক অসমীয়া জাতিৰ জন্ম নতুন কথা নহ'লেও জাতীয়তাবাদেহে একোটি

জাতিৰ আৰু দেশ (বা ৰাষ্ট্ৰ) জন্ম দিয়ে, একোখন দেশে জাতীয়তাবাদৰ জন্ম নিদিয়ে (৬)। ঊনবিংশ শতিকাৰ সাহিত্য-সাংস্কৃতিক-ভাষিক সচেতনতা আৰু জাগৰণে ক্ৰমে অসমীয়া জাতীয়তাবাদৰ উন্মেষ ঘটায়। অৱশ্যে মধ্যবিত্ত শ্ৰেণীয়ে নেতৃত্ব লোৱা এই জাতীয়তাবাদৰ পূৰ্বে ছশ বছৰীয়া আহোম ৰজাসকলৰ শাসনে আৰু পাঁচশ বছৰ পূৰ্বে মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ নৱবৈষ্ণৱবাদী আন্দোলনে অসমীয়া জাতিৰ ভেটিটো গঢ়ি তোলাত প্ৰধান ভূমিকা লৈছিল। কিন্তু অসমৰ বহু ভাষা-ভাষী জাতি-জনগোষ্ঠীৰ ধৰ্ম সম্প্ৰদায়ৰ লোকক লৈ যিহেতু অসমীয়া মানুহৰ সমাজখন অথবা অসমীয়া জাতি গঠিত হৈছে, সেয়েহে এই জাতি গঠন প্ৰক্ৰিয়া আজিও অব্যাহত আছে। বিশেষকৈ পূৱ পাকিস্তান (বাংলাদেশ)ৰ পৰা অহা ভগনীয়া তথা প্ৰব্ৰজনকাৰী আৰু চাহ বাগিচাসমূহত কাম কৰিবলৈ ভাৰতৰ বিভিন্ন ৰাজ্যৰ পৰা ব্যাপক হাৰত শ্ৰমিকৰ আগমনৰ ফলত অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া অব্যাহত থাকিল। জাতি গঠন প্ৰক্ৰিয়াৰ এনে এক দীঘলীয়া ইতিহাসৰ পটভূমিত এজন অসমীয়া মানুহৰ একাধিক পৰিচয় থাকিব পাৰে। লিখিত নতুবা ষ্টেণ্ডাৰ্ড অসমীয়া তেওঁৰ মাতৃভাষা নাইবা ঘৰত কোৱা ভাষা নহ'বও পাৰে। অসমীয়া হৈও তেওঁৰ সম্প্ৰদায়গত অথবা জনসমষ্টিগত পৰিচয়— যেনে বড়ো, ৰাভা, মিচিং, টাই-টুৰুং, মৰাণ, মটক, মেচ, ৰাজবংশী, চাহ জনজাতি, মৈমনচিঙীয়া ইত্যাদি ইত্যাদি হ'ব পাৰে, থাকিব পাৰে। এটা সাক্ষাৎকাৰত কুৰি শতিকাৰ এগৰাকী অতি প্ৰভাৱশালী দাৰ্শনিক সমালোচক জাক ডেৰিডাই কোনো এক সংস্কৃতি বা ভাষাৰ ভিত্তিত জাতি গঢ়িবলৈ চলোৱা প্ৰচেষ্টা বিপজ্জনক বুলি মন্তব্য কৰি গৈছে। এনে মত দাঙি ধৰি ডেৰিডাই হয়তো ইয়াকে বুজাব খুজিছে যে কোনো এটা জাতি গঠন কৰিবলৈ গ'লে বহু ভাষা-ভাষী, বহু সংস্কৃতিৰ দেশ বা ৰাজ্যত নৃগোষ্ঠীয় নিধন (এথ্‌নিক ক্লিনজিং)ৰ দৰে হিংসা কাৰ্যৰ পথ নাইবা অবদমন আৰু প্ৰভুত্বৰ পথ প্ৰশস্ত কৰা হ'ব পাৰে।

ভাৰত ৰাষ্ট্ৰৰ ক্ষেত্ৰতেই হওক নাইবা অসম ৰাজ্যৰ ক্ষেত্ৰতেই হওক, সাংস্কৃতিক-জাতীয় 'মূলসুঁতি'ৰ দৰে ধাৰণাবোৰ সেয়ে ক্ষতিকাৰক আৰু প্ৰভুত্ববাদী। অথচ আধুনিক অসমীয়া জাতীয়তাবাদীসকলে সদায় অসমীয়া সমাজ-সংস্কৃতি-ঐতিহ্যৰ এটা 'মূলসুঁতি'ৰ কথা কৈ আহিছে আৰু সেয়েহে অসমীয়া ভাষা-সংস্কৃতিৰ 'কেন্দ্ৰ' থকা বুলিও কৈ অহা হৈছে।

অসমীয়া মানুহ, অসমীয়া সমাজ-সংস্কৃতিৰ যিখন ছবি আমি বিচাৰি পাওঁ, তাত কোনো 'মূলসুঁতি' তথা 'ভাষা-সংস্কৃতিৰ কেন্দ্ৰ' নাই। এনে 'মূলসুঁতি' আৰু 'কেন্দ্ৰ'ৰ ধাৰণাটো একাংশ অসমীয়া বুদ্ধিজীৱী, শিল্পী-সাহিত্যিক, সংস্কৃতি অধ্যয়নকাৰীয়ে প্ৰচাৰ আৰু প্ৰচলন কৰি থকাৰ ফলত অসমীয়া ইনক্লুছিভিটি, বৈচিত্ৰ্যমুখী বহু সাংস্কৃতিক চৰিত্ৰটো ঢাক খাইছে। অসমীয়াই নিজক চিনি পোৱাত সমস্যাৰ সৃষ্টি হৈছে, জাতি গঠন প্ৰক্ৰিয়া স্তব্ধ হৈ পৰাৰ উপক্ৰম হৈছে।

আমি দেখিবলৈ পাই আহিছো যে ৰাজনীতি, সাহিত্য, সংস্কৃতি, জাতীয়তা এনেবোৰ

ক্ষেত্ৰত সদায় 'মূলসুঁতি'ৰ কথা কোৱা হয় আৰু এনে মূলসুঁতিক আঁকোৱালি ল'বলৈ অথবা গ্ৰহণ কৰিবলৈ উৎসাহ দিয়া আৰু আনকি জোৰ দিয়া, বাধ্য কৰোৱাও হয় জনসাধাৰণক। অসমত 'অসমীয়া' শব্দটোৱেও তেনেকুৱা 'মূলসুঁতি'ৰেই প্ৰতিনিধিত্ব কৰি আহিছে যেন লাগে। অসমীয়া 'মূলসুঁতি'ৰ ধাৰণাই অসমত প্ৰভুত্ববাদৰ জন্ম দি আহিছে।

'মূলসুঁতি'ৰ ধাৰণাই সৃষ্টি কৰা আন এটা বিপজ্জনক ধাৰণা হ'ল 'মূলসুঁতি'ত পৰাসকল 'আমি' (us) আৰু 'মূলসুঁতি'ত নপৰাসকলক 'সিহঁত' (them) বুলি গণ্য কৰাটো। আধুনিক অসমীয়া জাতীয়তাবাদত আৰু সাংস্কৃতিক চিন্তাধাৰাত এনে 'আমি'/'সিহঁত বিভাজনমূলক বৈপৰীত্য (binary oppositions)ৰ মানসিকতা অতি সুলভ।

'মূলসুঁতি'ৰ কথা কোৱাসকলে ধৰি লয় নেকি যে 'মূলসুঁতি'ৰ বাহিৰত থকা অসমীয়াও আছে যিসকলক 'মাৰ্জিনাল' নাইবা পাৰ্শ্বস্থানত থকা অসমীয়া বুলি গণ্য কৰা হয়। লক্ষ্মীনাথ বেজবৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰমুখ্যে বিশিষ্ট অসমীয়া সাহিত্যিকসকলে কিন্তু এনে 'মূলসুঁতি'ৰ কথা কোৱা নাছিল। আজিৰ জাতীয়তাবাদীসকলৰ মুখতহে এই বিষয়ে বেছিকৈ শুনিবলৈ পোৱা যায়। সম্ভৱতঃ 'পেন্ ইণ্ডিয়ান' ৰাজনীতি কৰাসকলে 'ভাৰতীয় মূলসুঁতি', 'ৰাষ্ট্ৰীয় মূলসুঁতি' আদিৰ ধাৰণা প্ৰচাৰ কৰাত অসমীয়া জাতীয়তাবাদীসকলেও 'অসমীয়া মূলসুঁতি' বিচাৰিলে। এনে 'মূলসুঁতি'ৰ ধাৰণাটোৰ আৰু এটা বিপজ্জনক দিশ হ'ল ই বহু ভাষা-ভাষী, বহু সংস্কৃতিৰ সমাজৰ অনুকূল নহয় আৰু হ'বও নোৱাৰে। আমাৰ বহু সাংস্কৃতিক সমাজৰ বাবে এনে 'মূলসুঁতি'ৰ ধাৰণাটো গ্ৰহণযোগ্য নহয়।

আগতেই উল্লেখ কৰি অহা হৈছে যে 'মূলসুঁতি'ৰ ধাৰণাটোৱে সাংস্কৃতিক প্ৰভুত্বহে জন্ম দিয়ে। এইখিনিতে 'প্ৰভুত্ব'ৰ এক সহজ সংজ্ঞা দি থোৱাটো উচিত হ'ব বুলি ভাবো। আন্টনিঅ' গ্ৰাম্‌ছিয়ে অআগবঢ়োৱা প্ৰভুত্বৰ ধাৰণাটোৰ এক সহজ সংজ্ঞা দিছে এড্‌ৱাৰ্ড ছাইদে। তেওঁ লিখিছে — সৰ্বাত্মকবাদী সমাজ নহ'লেও, যিকোনো সমাজতেই কিছুমান সাংস্কৃতিক ৰূপে আন কিছুমানৰ ওপৰত প্ৰাধান্য বা প্ৰতিপত্তি বিস্তাৰ কৰে, ঠিক কিছুমান চিন্তাধাৰা আনতকৈ বেছি প্ৰভাৱশালী হোৱাৰ দৰেই, এইধৰণৰ সাংস্কৃতিক নেতৃত্বক গ্ৰাম্‌ছিয়ে 'প্ৰভুত্ব' (Hegemony) বুলি আখ্যা দিছে (৭)।

কেন্দ্ৰীয় চৰকাৰে আজি অসমীয়াৰ সংজ্ঞা বিচৰাত অসম সাহিত্য সভাৰ কাণ্ডাৰীসকলেও এই কামৰ ভাৰ ল'বলৈ আগবাঢ়ি আহিছে। কিন্তু অসম সাহিত্য সভাৰ কাণ্ডাৰীসকলে ব্ৰিটিছ ঔপনিবেশিক শাসনকালৰে পৰা কেনে ধৰণৰ অসমীয়া জাতীয়তাৰ কথা কৈ আহিছিল? অসমীয়াৰ 'জাতীয় অনুষ্ঠান' বুলি কৈ অহা সাহিত্য সভাৰ ভূমিকাৰ বিষয়ে কিছু কথা নক'লে আজিৰ পৰিস্থিতি বুজা টান হ'ব। ১৯৩১ চনত ব্ৰিটিছ প্ৰশাসনীয় বিষয়া চি এছ মুলানে অসমৰ লোকপিয়লৰ ভিত্তিত তৈয়াৰ কৰা প্ৰতিবেদনত অসম আৰু অসমীয়াৰ বিপদ আৰু সম্ভাৱনাৰ আগজাননী দি কিছুমান তথ্য

দাপ্তি ধৰিছিল। মুলান চাহাবে তেওঁৰ প্ৰতিবেদনত অসমক এক 'বহুভাষিক ৰাজ্য' হিচাপে স্বীকৃতি দি কৈছিল যে 'জাপি দিয়া পদ্ধতি নহ'লে স্বাভাৱিক বিকাশৰ পদ্ধতি গঢ়ি উঠিবলৈ দিলে আৰু সহায়-সহানুভূতিৰ মনোভাবেৰে আগবাঢ়িলে বঙালী আৰু কছাৰীভাষী অঞ্চলবোৰতো অসমীয়া ভাষাই গ্ৰহণযোগ্যতা লাভ কৰিব পাৰিব।... এই ক্ৰমবিকাশলৈ অপেক্ষা নকৰি অধৈৰ্য হৈ ভুকুতে কল পকাবলৈ গ'লে তাৰ বিৰুদ্ধে প্ৰতিৰোধ আৰু বিৰূপ প্ৰতিক্ৰিয়া হোৱাৰ সম্পূৰ্ণ সম্ভাৱনা আছে' (৮)। পৰৱৰ্তী কালত অসমীয়া ৰাজনৈতিক নেতা, সাহিত্য-সংস্কৃতিৰ ধ্বজা বাহকসকলে মুলান চাহাবৰ মূল্যবান, দূৰদৰ্শী পৰামৰ্শৰ গুৰুত্ব উপলব্ধি কৰাত ব্যৰ্থ হ'ল। বিশেষকৈ ভাষা আন্দোলন আৰু মাধ্যম আন্দোলনৰ প্ৰভাৱ এনেকুৱা হ'ল যে অসমৰ বিভিন্ন ভাষা-ভাষীৰ লোকসকলে, জনজাতিসমূহৰ 'শিক্ষিত' শ্ৰেণী তথা নেতাসকলে তেওঁলোকৰ ওপৰতো অসমীয়া ভাষা জাপি দিবলৈ বিচৰা হৈছে বুলি সন্দেহ কৰিবলৈ ধৰিলে। কুৰি শতিকাৰ ষাঠিৰ দশকত জৱাহৰলাল নেহৰু নেতৃত্বাধীন কেন্দ্ৰীয় চৰকাৰৰ ত্ৰিভাষী সূত্ৰই ভাষা আৰু মাধ্যম আন্দোলনৰ কাৰণে উৎসাহ যোগাইছিল। অসমৰ দৰে বহুভাষী ৰাজ্যত ত্ৰিভাষী সূত্ৰৰ যান্ত্ৰিক প্ৰয়োগে সমস্যাৰ সৃষ্টি কৰিব পাৰে— সেই কথাটো মনত ৰখা উচিত আছিল। অৱশ্যে যিহেতু ৰাজ্যখনৰ সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ শদিয়াৰ পৰা ধুবুৰীলৈকে যুগ যুগ ধৰি সকলো থলুৱা জনগোষ্ঠীৰ মাজত ভাব বিনিময়, আদান-প্ৰদানৰ ক্ষেত্ৰত অসমীয়া ভাষাই (আধুনিক ষ্টেণ্ডাৰ্ড ৰূপত নহ'লেও) 'Language of common use' হিচাপে মৰ্যাদা লাভ কৰি আহিছিল, সেয়ে ৰাজ্যৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ চৰকাৰী কাৰ্যালয়ত ব্যৱহাৰযোগ্য বুলি ই বিবেচিত হ'ব পাৰে। অসমৰ থলুৱা জনগোষ্ঠীসমূহৰ মাজত চৰকাৰী ভাষা আইনৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ হোৱা নাছিল, তেনে ধৰণৰ প্ৰতিবাদ হৈছিল বাংলাভাষী বসতিপ্ৰধান বৰাক উপত্যকাত। কিন্তু ১৯৬০ চনৰ ভাষা আন্দোলনকাৰী সংগঠনৰ নেতাসকলে আৰু অসম সাহিত্য সভাৰ নেতৃত্ব কৰাসকলে একমাত্ৰ অসমীয়া ভাষাহে সমগ্ৰ অসমৰ ৰাজ্যভাষা হ'ব লাগে বুলি শদিয়াৰ পৰা ধুবুৰীলৈকে তোলপাৰ লগাইছিল। 'অসম অসমীয়াৰ', 'এক জাতি এক ভাষা এক দেশ' আদি উগ্ৰ তথা সংকীৰ্ণ জাতীয়তাবাদী ধ্বনি দিয়া হৈছিল। প্ৰকৃততে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াটোত বাধা দিয়াৰ ক্ষেত্ৰত এইধৰণৰ পৰিস্থিতিয়েই যথেষ্ট আছিল। অসম সাহিত্য সভাৰ ধ্বজাবাহকসকলে 'এক দেশ এক জাতি এক ভাষা'ৰ ধাৰণাটো ব্ৰিটিছ ঔপনিবেশিক শাসনকালতেই দাঙি ধৰিছিল। ১৯৩৪ চনৰ অসম সাহিত্য সভাৰ সভাপতি (মঙলদৈ অধিবেশন) আনন্দ চন্দ্ৰ আগৰৱালাই তেওঁৰ সভাপতিৰ ভাষণত কৈছিল— 'একেখন দেশৰ সকলো মানুহেই এক ভাষা-ভাষী নহ'লে জাতীয়তা গঠন কৰা টান।' ইয়াত 'দেশ' শব্দটোৰে তেওঁ সেই সময়ত নিশ্চয়অসমকে বুজাইছিল। অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰে জাতীয়তাবাদীয়েও সকলোকে অসমীয়াকৰণ কৰাৰ আহ্বান জনাইছিল। বাগ্মীবৰ নীলমণি ফুকনে সাহিত্য সভাৰ সভাপতি হৈ ঘোষণা কৰিছিল... 'অসমীয়া ভাষাৰ ডঙাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্বতে-কন্দৰে, হাবিয়ে-বননিয়ে চলাব

লাগিব।' এই ধৰণৰ ভাবিক জাতীয়তাবাদক সাহিত্য সভাৰ কাণ্ডাৰীসকলে প্ৰশ্ৰয় দি থাকিলে স্বৰাজোত্তৰ কালতো।

১৯৫০ চনত অসম সাহিত্য সভাৰ সভাপতি পদ্মধৰ চলিহাই 'সদৌ অসমীয়া জাতিৰ মহৎ স্বাৰ্থৰ হকে একমাত্ৰ অসমীয়া ভাষাক মাতৃভাষা হিচাপে গ্ৰহণ কৰিবলৈ' আহ্বান জনাইছিল বড়োকে ধৰি অসমৰ বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ প্ৰতি। অসম সাহিত্য সভাৰ অষ্টাবিংশ অধিবেশনৰ (১৯৬০) সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীয়ে 'অসম বহুভাষী' ৰাজ্য বুলি কোৱাটো 'অসংগত' বুলি কৈছিল। ইয়াৰ পিছত অসম সাহিত্য সভাৰ ১৯৬৪ চনৰ অধিবেশনৰ সভাপতি মিত্ৰদেৱ মহন্তই অসমৰ প্ৰাথমিক আৰু মাধ্যমিক শিক্ষানুষ্ঠানবোৰত অসমীয়াৰ বাহিৰে নিজ ভাষাত শিক্ষা লোৱাৰ সুবিধা দিলে 'অসমৰ নিচিনা বহুভাষী, সংখ্যালঘু সম্প্ৰদায়ৰ ৰাজ্যত জাতীয় সংহতিৰ ভয়ানক পৰিপন্থী হ'ব' বুলি কৈছিল (১)।

বহুভাষী, বহু সংস্কৃতি, বহু নৃগোষ্ঠীৰ ৰাজ্য অসমত অসমীয়াক শ্ৰেষ্ঠতৰ কৰি দেখুৱাৰ বিচৰা, বহুভাষী ৰাজ্য হিচাপে অসমক স্বীকাৰ কৰিবলৈ নিবিচৰা— সাহিত্য সভাৰ কাণ্ডাৰীসকলৰ এনে চিন্তাধাৰাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত সদায় বাধাৰহে সৃষ্টি কৰি আহিছে। 'অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি' অসমত 'সংস্কৃতিৰ অভিযান চলাৰ' বিচৰা কাৰ্যক ৰাজ্যখনৰ বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীসমূহে সন্দেহৰ চকুৰে চাবলৈ বাধ্য। সাহিত্য সভাৰ সভাপতিসকলৰ ভাষাত প্ৰভুত্বমূলক চিন্তাৰ ইংগিত স্পষ্ট।

অসম সাহিত্য সভাৰ কাণ্ডাৰী আৰু এচাম অসমীয়া সাহিত্যিকে যে অসমৰ অন্যান্য নৃগোষ্ঠীসমূহৰ ভাষা-সংস্কৃতিতকৈ অসমীয়াক 'শ্ৰেষ্ঠতৰ' বুলি ভাবিছিল (আৰু আজিও বহুতে ভাবে) তাত কোনো সন্দেহ নাই। আন ভাষিক জনগোষ্ঠীসমূহক অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ সদায় আহ্বান জনাই অহা হৈছিল কিন্তু সেই জনগোষ্ঠীসমূহৰ ভাষাবোৰৰ সুপ্ৰতিষ্ঠা আৰু প্ৰসাৰত গুৰুত্ব দিয়া নহৈছিল। অসমীয়া জাতীয়তাবাদী নেতাসকলে জনজাতিসমূহৰ ভাষাবোৰক 'দোৱান' বুলি তুচ্ছ জ্ঞান কৰিছিল আৰু লিখিত সাহিত্য নথকাৰ কাৰণে সিবিলাকক 'অনুন্নত' বুলি ভাবিছিল।

যি জাতিৰ নাইবা জনগোষ্ঠীৰ লিখিত সাহিত্য নাই, লিখিত ইতিহাস নাই, 'উচ্চাংগ' সংস্কৃতি নাই, তেওঁলোকক সভ্যতাৰ আটাইতকৈ তলৰ খাপত স্থান দিয়া ধাৰণাটো পশ্চিমীয়া ঔপনিবেশিকতাবাদী চিন্তাধাৰাৰ পৰাই অহা। ব্ৰিটিছ ঔপনিবেশিকতাবাদীসকলৰ শিক্ষা গ্ৰহণ কৰা ভাৰতীয় আৰু সেই সূত্ৰে অসমীয়াৰো 'শিক্ষিত', 'সম্ভ্ৰান্ত' শ্ৰেণীয়েও ঔপনিবেশিক চিন্তাধাৰাৰে (যেনে, সভ্য/আদিবাসী)' আমাৰ সমাজ-সাহিত্য-সংস্কৃতি ইতিহাস বিচাৰ কৰিবলৈ লৈছিল। এই আধুনিক, ঔপনিবেশিক জ্ঞানৰ সংকীৰ্ণতা, সীমাবদ্ধতা তেতিয়াও ধৰা পৰা নাছিল। ক্লড লে'ভিষ্ট্ৰছ তথা অন্যান্য সংবৃতিবাদী দাৰ্শনিক, নৃবিজ্ঞানী, ভাষা-বিজ্ঞানীসকলৰ চিন্তাধাৰাৰ পোহৰতহে তেনে সংকীৰ্ণতা আৰু সীমাবদ্ধতাবোৰ ধৰা পৰিছিল। আমি মনত ৰখা উচিত হ'ব যে ১৯৫৫ চনত লে'ভিষ্ট্ৰছৰ 'বিষণ্ণ গ্ৰীষ্মমণ্ডল' (Tristes Tropiques) আৰু

১৯৫৮ চনত 'ষ্টাক্‌চাৰেল এনথ্ৰ'পলজী (প্ৰথম খণ্ড) ফৰাচী ভাষাত প্ৰকাশ পাইছিল। আন এটা উল্লেখযোগ্য ঘটনা হ'ল আধুনিক ঔপনিবেশিক জ্ঞানৰ পূজা-অৰ্চনা বহু বছৰ ধৰি চলি থকাৰ পিছত প্ৰাচ্যতত্ত্ব অধ্যয়নত পশ্চিমীয়া সাহিত্যিক-পণ্ডিত ঔপনিবেশিক দৃষ্টিভংগীৰ বৈপ্লবিক সমালোচনা এড্‌বাৰ্ড ছাইদৰ 'অৰিয়েণ্টালিজম' গ্ৰন্থৰ প্ৰথম প্ৰকাশ হৈছিল ১৯৭৮ চনত। অনুন্নত আদিবাসীৰ বিপৰীতে উচ্চ সাহিত্য-সংস্কৃতি-সভ্যতা আদি যিবোৰ বিষয়ক লৈ পশ্চিমীয়া ঔপনিবেশিক সৌধ নিৰ্মাণ কৰা হৈছিল লেভিষ্ট্ৰছ প্ৰমুখ্যে সংযুতিবাদী আৰু তেওঁৰ পিছত উত্তৰ-সংযুতিবাদী, উত্তৰ-আধুনিক তত্ত্বসমূহে সেই শাস্ত্ৰীয় উদাৰতাবাদী ঔপনিবেশিক জ্ঞানৰ দোষ-ত্ৰুটি, ফোঁপোলা দিশ আৰু ব্যৰ্থতাসমূহ উদঙাই দেখুৱায়। এই ঔপনিবেশিক, আধুনিক জ্ঞানক শাস্ত্ৰীয় উদাৰতাবাদী বুলি এই কাৰণেই ক'ব পাৰি কিয়নো জন লক প্ৰমুখ্যে ব্ৰিটিছ উদাৰতাবাদৰ গুৰুসকলে উৎকৃষ্ট জীৱনৰ নিৰ্দিষ্ট দৃষ্টিকোণক সাৰ্বজনীনভাৱে মানি চলিবলগীয়া বুলি অভিমত দাঙি ধৰিছিল আৰু ইয়াক মাপদণ্ড হিচাপে লৈহে আন সকলো সমাজ আৰু জীৱন বিচাৰ কৰিছিল (১০)। সেইকাৰণে জন লকে তেওঁৰ উৎকৃষ্ট জীৱনৰ দৃষ্টিকোণ অনুসৰি ব্ৰিটিছ ঔপনিবেশিকতাবাদক ন্যায়সংগত বুলি দেখুৱাবলৈ চেষ্টা কৰিছিল আৰু ঔপনিবেশিকতাবাদক এক 'সভ্যতা প্ৰদানৰ অভিযান' (civilizing mission) বুলি বিশ্বাস কৰিছিল।

নব বৈষ্ণব ধৰ্মৰ লগতে অসমীয়া সাহিত্য-সংস্কৃতিৰো এগৰাকী আদি গুৰু মহাপুৰুষ শংকৰদেৱে অসমত বিভিন্ন ভাষা-ভাষী আৰু জনগোষ্ঠীৰ লোকক ভক্তি জ্ঞানত দীক্ষা প্ৰদান কৰি তেওঁলোকক মৰ্যাদাৰ আসনত বহুৱাইছিল প্ৰায় পাঁচশ বছৰ পূৰ্বে। অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত শংকৰদেৱৰ ভক্তি ধৰ্মৰ সাফল্য এইখিনিতেই যে ই সকলো জনগোষ্ঠীকে সমমৰ্যাদা দিছিল। ইয়াৰ বিপৰীতে মনুবাদী ব্যৱস্থাই নিৰ্দিষ্ট সম্প্ৰদায়ক 'উচ্চ' আৰু 'পবিত্ৰ' বুলি মানি জাতিভেদ প্ৰথা জীয়াই ৰাখিছিল। কিন্তু দুৰ্ভাগ্যৰ কথা যে পৰৱৰ্তীকালত ভক্তিধৰ্মই শংকৰী ধৰ্মানুষ্ঠানৰ প্ৰতি নিৰ্বিচাৰ আনুগত্যৰ ৰূপ ধাৰণ কৰিলে। বহুতে আজিও শংকৰদেৱক অসমীয়া জাতি আৰু সংস্কৃতিৰ গুৰু বুলি কৈ তেওঁকেই সকলোৱে গুৰু মানি চলিব লাগে বুলি কয়। কিন্তু তেওঁ অকলে সমগ্ৰ অসমীয়া জাতিক প্ৰতিনিধিত্ব কৰিব নোৱাৰে। তেওঁ বৈষ্ণৱসকলৰহে গুৰু যদিও তেওঁৰ সংগীত-নৃত্য-সাহিত্য ভক্তিবাদত সীমাবদ্ধ নহয়। সমগ্ৰ অসমীয়া জাতি বৈষ্ণৱ অথবা ভক্তি ধৰ্মৰ অনুসৰণকাৰী নহয়। অসমীয়াই শিৱ, শক্তি আদিৰ উপাসনাও কৰে। অসমীয়া ইছলামধৰ্মীও আৰু খ্ৰীষ্টানধৰ্মীও। শিখ, জৈন-বৌদ্ধৰ প্ৰভাৱো আছে অসমীয়াৰ মাজত। সেয়ে অসমীয়া জাতি আৰু সংস্কৃতিৰ বিকাশ ধৰ্মনিৰপেক্ষতা আৰু বহু সংস্কৃতিমুখিতাৰ ওপৰত নিৰ্ভৰশীল।

শংকৰদেৱৰ মহাপুৰুষীয়া চিন্তা-ধাৰাৰে অসমীয়া জাতিৰ উন্নতি ঘটাব বিচৰা দৃষ্টিকোণ যে গ্ৰহণযোগ্য হ'ব নোৱাৰে সেই বিষয়ে বিশিষ্ট অসমীয়া পণ্ডিত-সমালোচক ড° হীৰেন গোহাঁয়ে 'ইতিহাস আৰু অসমীয়াৰ সংজ্ঞা' প্ৰবন্ধত সকীয়াই দিছিল। তেওঁ

লিখিছিল — 'আহোম আৰু অন্যান্য মংগোলীয় কৃষ্টিক অসমীয়া সমাজ-সংস্কৃতিৰ পৰা বহিষ্কাৰ কৰি পুনৰ অসমীয়া সমাজ-সংস্কৃতি শোধন কৰি লোৱাৰ দাবী উঠিছে। আহোমসকল আৰু আন মংগোলীয়সকল অসমত থাকিব পাৰিব, কিন্তু তেওঁলোকে তেওঁলোকৰ সামাজিক-সাংস্কৃতিক পৰম্পৰা বৰ্জন কৰি নিকা হৈ ল'ব লাগিব আৰু জ্যোতিৰ্ময় বৈষ্ণৱ পৰম্পৰা গ্ৰহণ কৰিব লাগিব। এনেধৰণৰ দাবী কোনো আত্মসন্মান থকা জনগোষ্ঠীয়ে মানি নল'ব। বৰং সেই ধৰণৰ হেঁচা বেছি হ'লে তেওঁলোকে আন অসমীয়াৰ পৰা ফালৰি কাটি বিচ্ছিন্নতাবাদী পথেৰে আগবাঢ়িব' (১১)।

এই বিষয়ত আধুনিক অসমৰ বিশিষ্ট সাহিত্য-সমালোচক তথা পণ্ডিত ভবানন্দ দত্তৰ চিন্তাধাৰাই অসমীয়া সমাজক বাট দেখুৱাইছিল যোৱা শতিকাৰ পঞ্চাশৰ দশকত। কেশৱ মহন্তৰ দ্বাৰা সম্পাদিত 'প্ৰবাহ'ত শংকৰী সাধনাৰ তাৎপৰ্য' শিৰোনামত লিখা এটা প্ৰবন্ধত দত্তই কৈছিল— 'আমি মনত ৰাখিব লাগিব যে আজি আমাৰ — যি জাতীয় একতাবোধ সি শংকৰী সাধনা বা মহাপুৰুষীয়া ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত নহয়, যদিও সেই সংস্কৃতিৰ বিশেষ অংশৰ প্ৰভাৱে এই জাতীয়তাবোধক সমৃদ্ধ কৰিছে। সেয়ে আজি যিবিলাকে ভাবে যে মহাপুৰুষীয়া ধৰ্মৰ ব্যাপক প্ৰচাৰ কৰি বৃহত্তৰ অসমীয়া জাতি গঢ়িব পৰা যাব, তেওঁলোকৰ এই ধাৰণা অত্যন্ত ভ্ৰান্ত।... ৰাষ্ট্ৰীয় গণতান্ত্ৰিক ভাবধাৰা যিমানেই জনজাতীয় ভাইসকলৰ মাজত বিয়পি যাব সিমানেই তেওঁলোকৰ জাতীয় আত্মচেতনা বাঢ়ি যাব, নিজৰ নাগৰিক আৰু সাংস্কৃতিক আত্মপ্ৰতিষ্ঠাৰ দাবীয়ে সেই পৰিমাণে মূৰ তুলি উঠিব। তেতিয়া আমি নিজৰ জাতীয় আৰু সাম্প্ৰদায়িক অহং ভাবৰ বশৱৰ্তী হৈ যদি তেওঁলোকক 'উচ্চ' জীৱন দান কৰিবলৈ যাওঁ, তেন্তে তেওঁলোকে আমাৰ প্ৰভাৱৰ পৰা মুক্ত হৈ যাবৰহে চেষ্টা কৰিব, ফলত সমস্যা আৰু জটিল হৈহে উঠিব। অসমৰ জনজাতীয় সমস্যাৰ সমাধানৰ পথ গণতান্ত্ৰিক অধিকাৰ বিস্তাৰৰ পথ, সংস্কৃতি, সভ্যতা 'দান' কৰাৰ পথ নহয় (১২)।'

অতি দুৰ্ভাগ্যৰ কথা যে অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতত আগশাৰীৰ আসন বিচাৰি ফুৰা অসমীয়া সাহিত্যিক শিল্পীসকল কুৰি শতিকাৰ পঞ্চাশৰ দশকতে ভবানন্দ দত্তৰ দূৰদৰ্শী চিন্তা আৰু পৰামৰ্শৰ গুৰুত্ব তথা মূল্য উপলব্ধি কৰাত ব্যৰ্থ হ'ল। তেওঁলোকে আজিও ভাবে যে অসমৰ বিভিন্ন থলুৱা ভাষা-ভাষী নৃগোষ্ঠীসমূহৰ নিজ নিজ ভাষা-সংস্কৃতিৰ বিকাশ আৰু স্বকীয়া জনগোষ্ঠীয় আত্মপৰিচয়ৰ দাবীয়ে অসমীয়াক দুৰ্বল কৰিব। তেওঁলোকৰ এনে প্ৰভুত্ববাদী ভাবধাৰা অসমৰ থলুৱা জনগোষ্ঠীসমূহৰ স্বকীয় পৰিচয় প্ৰতিষ্ঠাৰ পৰিপন্থী হৈ পৰাত বড়ো, ৰাভা, মিচিং প্ৰমুখ্যে 'জনজাতি'সমূহে অসমীয়াৰ পৰা আঁতৰি যোৱাৰ কথা চিন্তা কৰিবলৈ বাধ্য হৈছে।

প্ৰশ্ন হ'ল— অসমীয়া জাতীয়তাবাদক আৰু প্ৰধান জাতীয় অনুষ্ঠানবোৰক অসমৰ জনজাতি গোষ্ঠীসমূহৰ নেতৃবৃন্দই সন্দেহৰ চকুৰে চাবলৈ লৈছিল কেতিয়াৰ পৰা? অম্বিকাগিৰী ৰায়চৌধুৰীৰ দ্বাৰা সম্পাদিত 'চেতনা'ত ১৯২৬ চনতে মিচিং ভাষাৰ উন্নতি বিচৰা এগৰাকী বুদ্ধিজীৱী মহিচন্দ্ৰ মিৰিয়ে 'আমি কোন বাটে যাম' শিৰোনামৰ এটি

প্ৰবন্ধত লিখিছিল—

... আমি উন্নতিৰ সোপানৰ নিচেই তলছোৱাত। আমাৰ ভাবাৰো সেই গতি,.... আমি তেনেই ল'ৰামতীয়া। অসমীয়া ভাবা এই সকলোবিলাকতকৈ উন্নত আৰু মাতৃস্বৰূপাও। কিন্তু অসমীয়া ভাবা-ভাষী মানুহবিলাকৰ সিবিলাকৰ প্ৰতি মৰম-চেনেহ বুলিবলৈ একণো নাইকিয়া হোৱাত তেওঁবিলাক তাৰ পৰা এৰাই যাব খোজাটো একো আচৰিত নহয় যেন লাগে।... অসম হিঁতৈষীয়ে কয়, অসমীয়া জাতিটোক একেটা ভাবা দি অন্য জাতিৰ আগত উন্নত জাতি বুলি চিনাকি দিব লাগে। আকৌ দাঁতিকাষৰীয়াই কয়, 'নহয় ককাই, আমি বেলেগ জাতি এটা হৈ নিজক পোহৰাব লাগে।' কথা গৈ কিহবাতহে পৰিছেগৈ। আৰু নপৰিবই বা কিয়? অসমীয়া ভাষাৰ উন্নতিৰ হকে 'আসাম সম্মিলনী' পাতে, তাত দাঁতিকাষৰীয়াক লগ লৈছেনে?' (১৩)। 'জাতীয় অনুষ্ঠান' বুলি কৈ অহা অসম সাহিত্য-সভায়ো বড়ো, ৰাভা, কাৰ্বি, মিচিং আদি সম্প্ৰদায়ৰ লিখক-শিল্পী-বুদ্ধিজীৱী তথা নেতৃস্থানীয় ব্যক্তিসকলক আঁতৰাই ৰখা দেখা যায়। কিন্তু মহিচন্দ্ৰ মিৰিয়ে অসমীয়াক 'মাতৃস্বৰূপা' বুলি ক'বলৈ পাহৰা নাছিল। সেই সময়তে ১৯২৮-২৯ চনত ছাইমন কমিছনৰ ওচৰত গোৱালপাৰা জিলাৰ বড়ো সম্প্ৰদায়ৰ পক্ষৰ পৰা দিয়া প্ৰতিবেদনতো কোৱা হৈছিল—

"The Bodos have a distinct civilisation of their own. We the Bodos can by no means call us other than Assamese."

বড়োসকলে নিজৰ সুকীয়া ভাবা-সংস্কৃতি ৰক্ষা কৰিও নিজকে অসমীয়া বুলি পৰিচয় দিবলৈ ভাল পাইছিল। অনুমান কৰিব পাৰি যে অসম সাহিত্য-সভাৰ কাণ্ডাৰীসকলে, জাতীয়তাবাদী নেতা-ছাত্ৰনেতাসকলে সংকীৰ্ণতাবাদী, অসমীয়া কেন্দ্ৰিক, আছুতীয়া বাটেৰে অগ্ৰসৰ নোহোৱা হ'লে বড়োসকলে অসমীয়াৰ মাজৰ পৰা আঁতৰি যোৱাৰ কথা চিন্তা কৰিবলগীয়া নহ'লহেঁতেন।

আজি এনে এক পটভূমিত থিয় হৈ সদৌ অসম ছাত্ৰ সন্থা, অসম চৰকাৰ, সাহিত্য সভাৰ কাণ্ডাৰী প্ৰমুখ্যে বিভিন্ন পক্ষই কেন্দ্ৰীয় চৰকাৰৰ ওচৰত অসমীয়াৰ সংজ্ঞা দাঙি ধৰাৰ দায়িত্ব ল'বলগীয়া হৈছে। সদৌ অসম ছাত্ৰ সন্থাই (আছু) আগবঢ়োৱা সংজ্ঞাটো হ'ল— ১৯৫১ চনৰ ৰাষ্ট্ৰীয় নাগৰিকপঞ্জীত অন্তৰ্ভুক্ত জাতি-গোষ্ঠী-ধৰ্ম নিৰ্বিশেষে ব্যক্তি আৰু তেওঁলোকৰ সতি-সন্ততিসকলো অসমীয়া।' 'আছু'ৱে নিৰূপণ কৰা অসমীয়াৰ সংজ্ঞাতো ভাষাভিত্তিক নোহোৱাত ই গ্ৰহণযোগ্য হ'ব পাৰিলহেঁতেন। কিন্তু ১৯৫১ চনৰ ৰাষ্ট্ৰীয় নাগৰিকপঞ্জীকে ভিত্তিত কৰাত এই সংজ্ঞা গ্ৰহণযোগ্য হ'ব নোৱাৰে। ছাত্ৰ সন্থাই আৰু কেন্দ্ৰীয় চৰকাৰৰ সৈতে স্বাক্ষৰ কৰা চুক্তিখনতেই ১৯৭১ চনৰ ২৫ মাৰ্চ বিদেশী চিনাক্তকৰণৰ সময়সীমা হিচাপে লিপিবদ্ধ কৰা হৈছে। ইয়াৰ ভিত্তিত পুনৰ ৰাষ্ট্ৰীয় নাগৰিকপঞ্জী এখন প্ৰস্তুত কৰি তাত অন্তৰ্ভুক্ত লোক আৰু তেওঁলোকৰ সতি-সন্ততিসকলক অসমীয়া বুলি কোৱাটোহে সমীচীন হ'ব। ছাত্ৰ সন্থাৰ বাহিৰে আন নেতৃস্থানীয় সংগঠন তথা ব্যক্তিয়ে ভাবা তথা সংস্কৃতিভিত্তিক সংজ্ঞা আগবঢ়াইছে বিটো

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত সহায়ক নহ'ব। পূৰ্বে আমি কৈ আহিছো যে ভাষা-সংস্কৃতিৰ ভিত্তিত জাতি গঠনৰ চিন্তা-ধাৰা ভ্ৰান্তই মাত্ৰ নহয়, ই বিপজ্জনকো। উদাহৰণস্বৰূপে পূৰ্বৰ অসম গণ পৰিষদ চৰকাৰে 'অসমীয়া ভাষা-সংস্কৃতি যিসকলে গ্ৰহণ কৰিছে, যিসকল গ্ৰহণ কৰিবলৈ ইচ্ছুক তেওঁলোকেই অসমীয়া' বুলি সংজ্ঞা দাঙি ধৰিছিল (১৫)। কোনো নৃবিজ্ঞানীয়ে আগবঢ়োৱা সংজ্ঞা হ'ল 'অসমৰ জনগোষ্ঠীয় ভাষা কোৱা সকলোৱেই অসমীয়া' (১৬)।

উল্লেখযোগ্য যে অসম চৰকাৰ যিসকলে গঠন কৰিছিল তেওঁলোকেই ছয় বছৰীয়া অসম আন্দোলনৰ নেতা আৰু ১৯৮৫ চনত অসম চুক্তিত স্বাক্ষৰকাৰী আছিল। অসমীয়া জাতি সন্দৰ্ভত আৰু সামগ্ৰিকভাৱে জাতীয়তা সন্দৰ্ভত তেওঁলোক পূৰ্বৰে পৰাই ভুল ধাৰণাৰ বশবৰ্তী হৈ আছিল, অগপই আগবঢ়োৱা সংজ্ঞাই তাকেই কয়। অসমীয়া ভাষা নজনা, নিশিকা মানুহ এগৰাকী অসমীয়া হ'ব নোৱাৰে নেকি? ১৯৭১ চনৰ ২৫ মাৰ্চলৈকে অহা বাংলাদেশী নাগৰিকসকলক ভাৰতীয় বুলি অসম চুক্তিয়ে স্বীকৃতি দিছে। সেইসকল লোক তথা তেওঁলোকৰ সন্তি-সন্ততিসকলৰ মাজত অসমীয়া ক'বলৈ জনা কিমান ওলাব? নজনা সকলোৱেই তেন্তে অসমীয়াৰ ভিতৰত নপৰিব নেকি? তেওঁলোকক অসমীয়াৰ পৰা বাহিৰ কৰি থ'ব লাগিব নেকি? সেইদৰে অসমৰ চাহ বাগিচাসমূহত বসবাস কৰি অহা চাহ জনজাতি লোকসকলৰ মাজত অসমীয়াৰ প্ৰচলন বেছি নহয়। কিন্তু তেওঁলোক জানো অসমীয়া নহয়? এইক্ষেত্ৰত আমি ইতিহাসৰ দুটামান উদাহৰণ দাঙি ধৰিব পাৰো।

এনে এটা সময় আছিল যেতিয়া ফ্ৰান্সত পঞ্চাশ শতাংশ ফৰাচী লোকেই ফৰাচী ভাষা নাজানিছিল আৰু মাত্ৰ শতকৰা তেৰগৰাকী ফৰাচী লোকেহে শুদ্ধকৈ ফৰাচী ক'বলৈ সক্ষম হৈছিল। ইটালিতো একেই ঘটনা ঘটিছিল। মাত্ৰ দুই বা তিনি শতাংশ ইটালিয়ান লোকেহে তেওঁলোকৰ ভাষাটো ব্যৱহাৰ কৰিবলৈ শিকিছিল (১৭)।

নৃবিজ্ঞানীৰ সংজ্ঞাটোও ভাষাভিত্তিক। প্ৰশ্ন হয় অসমৰ জনগোষ্ঠীয় ভাষা কোৱাসকলহে অসমীয়া হ'বৰ যোগ্য নেকি? চৰ অঞ্চলত বসবাস কৰা পূৰ বংগীয় মূলৰ আৰু 'মিঞা' বুলিও সুপৰিচিত লোকসকলৰ বহুতেই অসমৰ থলুৱা জনগোষ্ঠীয় ভাষাৰ কোনোটোৱেই সম্পূৰ্ণকৈ ব্যৱহাৰ নকৰে। আমি তেওঁলোককো অসমীয়া বুলি মানি আহিছো। কিন্তু নৃবিজ্ঞানীৰ সংজ্ঞাই এতিয়া কেনে লগাব।

বাতৰি কাকতত প্ৰকাশ পোৱা অনুসৰি কোনো কোনো অসমীয়া বুদ্ধিজীৱীয়ে কৈছে, 'অসমীয়া ভাষা শুদ্ধকৈ ক'ব আৰু লিখিব পৰাজনেই অসমীয়া।' ভাষাভিত্তিক জাতি গঠনৰ সপোন দেখি অহা এনে বুদ্ধিজীৱীয়েই অসম আৰু অসমীয়া জাতিক সংকটৰ পিনে ঠেলি দিছিল আৰু আজিও তাকেই কৰিছে। ভাষাভিত্তিক অসমীয়া জাতি গঢ়িবলৈ যোৱাটো হ'ব প্ৰভুত্ববাদী, অগণতান্ত্ৰিক জাতীয়তাবাদ। এনে প্ৰভুত্ববাদৰ ওপৰত ভিত্তি কৰি অসমীয়া জাতিৰ উন্নতি হ'বই নোৱাৰে। অসমীয়া জনে 'শুদ্ধকৈ' কিমানে কয়? অসমীয়া ভাষাৰ শুদ্ধ ৰূপ কোনটো? কামৰূপী অসমীয়া, উজনি অসমৰ ভিতৰৰ

গাঁৱৰ অসমীয়া নে কিতাপ কাগজত পঢ়িবলৈ পোৱা তথাকথিত ষ্টেণ্ডাৰ্ড অসমীয়া— কোনটো শুদ্ধ অসমীয়া? মহাপুৰুষ শংকৰদেৱে আধুনিক ষ্টেণ্ডাৰ্ড অসমীয়া নিশ্চয় কোৱা নাছিল। শংকৰদেৱৰ অসমীয়া নাছিল নেকি? আজিৰ ঐতিহাসিক পৰিস্থিতিত শুদ্ধ অসমীয়াৰ ধাৰণাটোও গণ্ডগোলীয়া। কামৰূপী অসমীয়া, উজনি অসমৰ ভিতৰুৱা গাঁৱৰ কথিত অসমীয়া আৰু আধুনিক ষ্টেণ্ডাৰ্ড অসমীয়া, (তালিকাখন আৰু দীঘল হ'ব পাৰে) প্ৰতিটোকেই একোটা শুদ্ধ ৰূপ বা সংস্কৰণ বুলি মানি ল'লেনো হানি কি হয়? অৱশ্যে সমগ্ৰ ৰাজ্যখনতে অসমীয়াৰ এটা নিৰ্দিষ্ট ৰূপক চৰকাৰীভাৱে আৰু লিখিত ৰূপত ব্যৱহাৰ কৰাৰ আৱশ্যকতা আমি স্বীকাৰ কৰিবই লাগিব। কিন্তু সেইটো এটা সুকীয়া বিষয়।

আমি জনা উচিত যে আমি এক 'মিশ্ৰিত বিভিন্নমুখী বিশ্বত বাস কৰো য'ত 'সাংস্কৃতিক প্ৰামাণিকতা (Authenticity) বা ভাষিক বিশুদ্ধতা'ৰ ধাৰণাবোৰ বিপজ্জনক। আমাৰ জাতীয়, সাংস্কৃতিক পৰিচয়সমূহ বিতৰ্কিত (contested) হৈ পৰিছে। আমাৰ সাংস্কৃতিক পৰিচয়ৰ পৰিবৰ্তন হ'ব পাৰে, ই কেতিয়াও চূড়ান্ত (settled), গতিহীন আৰু বৰ্ণতামুক্ত নহয় (১৮)।

আজিৰ বিশ্বায়নৰ যুগত, এখন সীমাহীন (ব'ৰ্ডাৰলেছ) বিশ্বৰ (কেনিচি ওমে) পিনে মানৱ জাতি অগ্ৰসৰ হোৱাৰ দিনত আৰু জাতি ৰাষ্ট্ৰৰ পৰম্পৰাগত ধাৰণা মানচিত্ৰমূলক ভ্ৰম (The old cartography no longer works. It'has become no more than an illusion) (১৯) হিচাপে পৰিগণিত হোৱাৰ দিনত, আমি জাতি জনগোষ্ঠীগত সমস্যাৰ পৰাই ওলাই আহিব পৰা নাই— এই কথা ভাবিলে আচৰিত লাগে। কিন্তু বিশ্বায়ন হ'লেও আৰু আনকি কোনো এটা ভাষাই (যেনে ইংৰাজী) 'বিশ্ব ভাষা' হিচাপে স্বীকৃতি লাভ কৰিলেও আমি নিজ নিজ বৈচিত্ৰ্যপূৰ্ণ ভাষা-সংস্কৃতি পৰিত্যাগ কৰিব বা পাহৰিবনোৱাৰো। আমাৰ বৈচিত্ৰ্যপূৰ্ণ ভাষা-সংস্কৃতি সংৰক্ষণ আৰু বিকাশ সম্ভৱ হ'ব যদিহে জাতীয় জনগোষ্ঠীয় সত্তা বা পৰিচয় আমি জীয়াই ৰাখিব পাৰো। এনে ধৰণৰ জাতীয়-জনগোষ্ঠীয় বা নৃগোষ্ঠীয় পৰিচয় জীয়াই ৰখাটো ৰাজনৈতিক অধিকাৰ লাভৰ যোগেদি সম্ভৱ হৈছে। সেয়ে এনে অধিকাৰ লাভৰ প্ৰচেষ্টা বা সংগ্ৰামো ৰাজনৈতিক হৈছে। সেই গতিকে বিশ্বায়নৰ প্ৰক্ৰিয়া অব্যাহত থকাৰ সময়তে পিচপৰা জনগোষ্ঠীসমূহৰ একালত প্ৰভুত্বমূলকভাৱে ভুলকৈ 'দোৱান' আখ্যাৰে তলত থোৱা ভাষাবোৰৰ বিষয়ত অধ্যয়ন, গৱেষণাৰ লগতে প্ৰচলন আৰু সম্প্ৰসাৰণ আৰু সংৰক্ষণৰ প্ৰস্তুতিও চলিছে অসম তথা উত্তৰ-পূৰত। মণিপুৰত শেহতীয়াকৈ বাংলা লিপিৰ ঠাইত প্ৰাচীন মেইতে' লিপি পুনৰ প্ৰৱৰ্তনৰ বাবে তীব্ৰ আন্দোলন আৰু এতিয়া এই লিপি পুনৰ প্ৰচলনেৰে মেইতে' ভাষাই হৃত সন্মান ঘূৰাই পোৱাৰ দৰে ঘটনাৱলী এই ধৰণৰ এটা উদাহৰণ। মেইতেসকলৰ নিজা লিপি থকা সত্ত্বেও সেই লিপি ইমান বছৰে প্ৰচলন নোহোৱাকৈ থাকিল কেনেকৈ— সেই কথা ভাবিলে আচৰিত হওঁ। ভাষা এটাক ভাব বিনিময়ৰ যান্ত্ৰিক উপায় বা মাধ্যম বুলি ধৰি লোৱাসকলে বুজিব নোৱাৰে যে একোটা

ভাষাৰ ব্যৱহাৰ মানেই এক সংস্কৃতিকো স্বীকাৰ কৰা— 'to assume a culture' (ফ্ৰান্জ ফাননৰ 'ব্লেক স্কিন হোৱাইট মাস্কছ')। সেয়েহে 'মাতৃ ভাষাৰ পৰা আমি বিচ্ছিন্ন হোৱাৰ অৰ্থ হ'ব আমাৰ অতীত পৰিচয় দাঙি ধৰা সংস্কৃতিৰ সৈতে সম্পৰ্ক হেৰুৱা' (ফানন)।

'ভূমিপুত্ৰ'ৰ নামত পৰম্পৰে পৰস্পৰক নৃশংসভাৱে কটা-মৰা কৰি কৰা ৰাজনীতি যে প্ৰকৃততে এসময়ত সাম্ৰাজ্যবাদীয়ে জাতি-ধৰ্মৰ নামত সৃষ্টি কৰা বিভাজনৰ ৰাজনীতিৰেই শেহতীয়া পৰিণতি— তাৰ প্ৰতি বিশেষভাৱে সতৰ্ক কৰি দিয়া এডৱাৰ্ড ছাইদে (ছাইদৰ 'সংস্কৃতি আৰু সাম্ৰাজ্যবাদ' গ্ৰন্থত) আজিৰ পৰিস্থিতিত এই যুক্তি দাঙি দিছে— 'যি সময়ত বছনিয়ান, পেলেষ্টাইনী, বাবাওবাসী, কাশ্মীৰী, চেচনিয়ান আৰু সাধাৰণভাৱে মুছলমানসকলে— এই ইমানবোৰে তেওঁলোকৰ জাতিগত পৰিচয়েৰে পৰিচিত হোৱাৰ হেঁপাহৰ বাবেই আৰু তেওঁলোকক নিঃশেষ কৰাৰ অপচেষ্টাক নাইবা আনকি তেওঁলোকৰ কণ্ঠ ৰোধ কৰাত বাধা দিবৰ বাবে সংগ্ৰাম চলাই আছে— তেনে এক সময়ত নৃগোষ্ঠীয় বা জনগোষ্ঠীয় পৰিচয় পৰিহাৰ কৰিব নালাগে, আৰু পৰিহাৰ কৰিবও নোৱাৰি' (২০)।

আমাৰ এনে পৰিচয় (identity) ৰক্ষাৰ যোগেদি আমি সকলোৱে মানৱ জাতিৰ সাংস্কৃতিক, ভাষিক বৈচিত্ৰ্যকেই জীয়াই ৰখাৰ প্ৰয়াস কৰো। এটা ঐশ্বৰ্যশালী, শক্তিশালী, সংহত জাতি হিচাপে অসমীয়াই শ শ বছৰ পূৰ্বৰে পৰাই পৰিচয় দি আহিছে। এই পৰিচয় কিন্তু কোনো দিনেই এটা মাত্ৰ নৃগোষ্ঠীয় পৰিচয় নাছিল। জাতীয়তা, জাতিসত্তাৰ ধাৰণাবোৰ চূড়ান্ত তথা মৌলিক নহয়। এয়াতে এই ধাৰণাবোৰ সম্পৰ্কমূলক (relationl) আৰু আনহাতে গতিশীল আৰু পৰিবৰ্তনশীল। এনে গতিশীল, পৰিবৰ্তনশীল জাতিসত্তা 'অসমীয়া'ৰ চূড়ান্ত, মৌলিক সংজ্ঞাও থাকিব নোৱাৰে। ভুল সংজ্ঞাবোৰ গ্ৰহণ কৰাৰ প্ৰশ্নই নুঠে; কিন্তু মৌলিক আৰু চূড়ান্তভাৱে শুদ্ধ সংজ্ঞা আগবঢ়াব পাৰি বুলি কৰা ধাৰণাটোও অসমীয়াৰ কাৰণেই হ'ব ক্ষতিকাৰক।

OOO

# আমাৰ একাধিক পৰিচয়

যোৱা শতিকাটোৰ শেষৰফালে জাতিগত তথা জনগোষ্ঠীয় পৰিচয়ৰ (identity) বিষয়টোৱে ইমানেই বেছি গুৰুত্ব লাভ কৰে যে আমেৰিকান সাপ্তাহিক 'টাইম' কাকতত প্ৰচ্ছদ নিবন্ধ হিচাপে প্ৰকাশ পাইছিল 'Who are they? Americans debate their identity (৮ জুলাই ১৯৯১)। এই প্ৰচাৰ লাভ কৰিছে 'সভ্যতাৰ সংঘাত' তত্ত্বৰ জনক ছেমুৱেল হাণ্টিংটনৰ শেহতীয়া 'Who are we' গ্ৰন্থত। অথচ যোৱা কুৰি শতিকাৰ পৰাই আমাৰ এনে জাতি-গোষ্ঠীগত স্পষ্ট, নিৰ্দিষ্ট আৰু সুসংজ্ঞায়িত পৰিচয় থাকিব পাৰে বুলি কৰা ধাৰণাটোৰ তীব্ৰ সমালোচনা কৰা হৈছে। ইয়াৰ বিপৰীতে আমাৰ এনে জাতিগত-গোষ্ঠীগত পৰিচয়ক এক নিৰ্মাণ প্ৰক্ৰিয়া হিচাপেহে বিচাৰ কৰিবলৈ লোৱা হৈছে। অসমত জাতি-গোষ্ঠীগত পৰিচয়ৰ দাবীত জনজাতি আৰু অজনজাতিৰ মাজত সংঘাতে দেখা দিছে। কিন্তু জনজাতি-অজনজাতি দ্বিবিভাজনমূলক বৈপৰীত্য এতিয়া এটা মিছা ধাৰণা। আদিবাসী অথবা জনজাতিৰ ধাৰণাও পশ্চিমীয়া ঔপনিবেশিকতাবাদী সমাজ অধ্যয়নকাৰী, বিশেষকৈ নৃবিজ্ঞানীসকলে জন্ম দিয়া। গাঁওকেন্দ্ৰিক তথা নগৰকেন্দ্ৰিক সমাজ আৰু 'সভ্যতা'ৰ বিপৰীতে 'প্ৰিমিটিভ' অথবা 'ট্ৰাইব'সমূহৰ সমাজক দাঙি ধৰা হৈছিল 'আদিম', 'অনগ্ৰসৰ' সমাজৰ ৰূপত; অতি সৰল, নিৰক্ষৰ, জটিল উৎপাদন ব্যৱস্থা নথকা আৰু 'সভ্যতা'ৰ পৰা বহু নিলগত বাস কৰা সমাজৰ ৰূপত।

ভাৰতৰ সাহিত্য-সংস্কৃতিক অতি তুচ্ছ জ্ঞান কৰা টমাছ বেবিংটন মেক'লেই উনবিংশ শতিকাত কাৰ্লমাৰ্ক্সৰ পূৰ্বেই প্ৰগতিবাদৰ ধাৰণা দাঙি ধৰিছিল। মেক'লেই বিশ্বাস কৰিছিল যে অষ্টাদশ শতিকাতকৈ সপ্তদশ শতিকাটোৰ উন্নতি কম হৈছিল, সেইদৰে উনবিংশ শতিকাতকৈ অষ্টাদশ শতিকাৰ উন্নতি কম হৈছিল (১)। পিছত মাৰ্ক্সে প্ৰগতিবাদৰ এই ধাৰণাটো উৎপাদন ব্যৱস্থাৰ আৰু সমাজ ব্যৱস্থাৰ পৰিবৰ্তনৰ ৰূপত দাঙি ধৰিছিল। মাৰ্ক্সে প্ৰিমিটিভ ছেভেজৰ সমাজ অথবা আদিম সাম্যবাদী সমাজ, সামন্তবাদী সমাজ, পুঁজিবাদী সমাজ আৰু সমাজবাদী সমাজক পৰিবৰ্তন আৰু প্ৰগতিৰ ইতিহাস হিচাপে দাঙি ধৰিছিল তেওঁৰ ঐতিহাসিক বস্তুবাদ তত্ত্বৰ যোগেদি। ফ্ৰিড্‌ৰিখ এংগেলছৰ মতে মাৰ্ক্সেই হ'ল ঐতিহাসিক বস্তুবাদ তত্ত্বৰ জন্মদাতা (Originator)। 'আদিবাসী', 'প্ৰিমিটিভ', 'জনজাতি'ৰ উনবিংশ শতিকাৰ সমাজ বিজ্ঞানীসকলৰ ধাৰণাটো যোৱা কুৰি শতিকাৰ পিচতো একবিংশ শতিকাতো জীয়াই ৰখা দেখিবলৈ পোৱা গৈছে। কোৱা বাহুল্য মাথোন যে 'প্ৰগতি'ৰ এই ধাৰণাবোৰ ঔপনিবেশিক আদৰ্শৰ আৰু আনকি ৰুতিকাৰকো।

ভাষা-সংস্কৃতিৰ দিশত কোনোমতেই এই 'জনজাতি'— 'আদিবাসী'সকলক 'অনগ্ৰসৰ' তথা 'সৰল' বুলি ক'ব নোৱাৰি— সেই কথা ক্লড লেভিষ্ট্ৰছ প্ৰমুখ্যে নৃবিজ্ঞানীসকলে বিস্তৃত গৱেষণা অধ্যয়নেৰে দেখুৱাইছে। এই প্ৰসংগত লেভিষ্ট্ৰছৰ

বিখ্যাত উক্তি 'The savage mind totalizes' স্মৰণীয়। 'প্ৰিমিটিভ', 'ছেভেজ', 'ট্ৰাইব' আদি ধাৰণাবোৰ ভাৰতলৈ ব্ৰিটিছ ঔপনিবেশিকতাবাদীসকলেই আমদানি কৰিছিল। এইবোৰক 'সভ্যতা'ৰ বিপৰীত শব্দ হিচাপে স্থান দিয়া হৈছিল। ডেৰিডাীয় নিৰ্গঠনমূলক বাগ্‌ধাৰাই দেখুৱাইছে যে পশ্চিমীয়া প্ৰভুত্বমূলক বাগ্‌ধাৰাই সদৰ্থক অথবা ধনাত্মকঅৰ্থ বুজোৱা শব্দবোৰক প্ৰথম স্থানত ৰাখে (অৰ্থাৎ বাওঁহাতে) আৰু ঋণাত্মক অৰ্থ বুজোৱা শব্দবোৰক দ্বিতীয় স্থানত অৰ্থাৎ সোঁহাতে ৰাখে। যেনে— ভাল-বেয়া, জ্ঞানী-মূৰ্খ, বগা-ক'লা বিকশিত-অবিকাশিত, পশ্চিমীয়া-প্ৰাচ্য... ইত্যাদি। এই দ্বিবিভাজনমূলক বৈপৰীত্য সৃষ্টি কৰা প্ৰভুত্ববাদী বাগ্‌ধাৰাৰ অনুসৰণ কৰিয়েই ঔপনিবেশিক শাসকসকলে 'সভ্যতা'ৰ বিপৰীতে 'ছেভেজ', 'প্ৰিমিটিভ', 'ট্ৰাইব' আদি শব্দবোৰ ব্যৱহাৰ কৰে। তথাকথিত 'সভ্য' (civilized)লোকসকলে তেওঁলোকৰ ড্ৰয়িংৰুমৰ আলোচনাবোৰত নাইবা কক্‌টেইল পাৰ্টিবোৰত নিজকে 'প্ৰিমিটিভ', 'ছেভেজ' লোকসকলৰ বিপৰীতে দেখুৱাই অহাৰ উপৰি ইতিহাস বিষয়ৰ আৰু নৃবিজ্ঞানৰ অধ্যয়নতো এইদৰে দেখুওৱা হয়। (২)। লেভিষ্ট্ৰছে 'আমি সাধাৰণতে ভুলকৈ 'প্ৰিমিটিভ' বুলি কওঁ— বুলি কৈছে (লেভিষ্ট্ৰছৰ 'মীথ এণ্ড মিনিং' গ্ৰন্থৰ পৰা বাৰ্ন্টাৰ অ'ভৰ উদ্ধৃতি)। লেভিষ্ট্ৰছে 'ছেভেজ', 'প্ৰিমিটিভ' শব্দবোৰৰ বিপৰীতে 'Without writing' 'লিখনবিহীন' শব্দটো ব্যৱহাৰ কৰিবলৈ পৰামৰ্শ দিছিল যদিও বাৰ্ন্টাৰ অ'ভৰ মতে 'লিখনবিহীন' শব্দটোৱে হস্তাক্ষৰৰ প্ৰতি পক্ষপাতিত্ব (কাইৰোগ্ৰাফিক বাইয়াছ) থকাৰ ইংগিত বহন কৰে। তেওঁৰ মতে 'অ'ৰেল' অথবা 'মৌখিক' শব্দটো এটা ধনাত্মক শব্দ আৰু 'প্ৰিমিটিভ'ৰ ঠাইত ইয়াক আমি ব্যৱহাৰ কৰিব পাৰো (৩)।

ভাৰতত ব্ৰিটিছ ঔপনিবেশিকতাবাদীসকলে জাতি-জনজাতিৰ দ্বিবিভাজনমূলক বৈপৰীত্যৰ ধাৰণা দাঙি ধৰে আৰু জাতি-জনজাতিৰ মাজত বিভেদ আৰু দূৰত্ব বৃদ্ধি কৰে প্ৰণালীবদ্ধভাৱে। ইয়াৰ অশুভ পৰিণতি আমি আজিও ভুগিবলগীয়া হৈছে। ব্ৰিটিছ ঔপনিবেশিক শাসকবৰ্গই নিৰ্মাণ কৰা জাতি/জনজাতি দ্বিবিভাজনমূলক বৈপৰীত্যৰ ধাৰাটোকে আজিও ভাৰতীয় সমাজত ব্যৱহাৰ কৰি থকা হয়। ১৯৫০ চনত স্বাধীন ভাৰতৰ সংবিধান গ্ৰহণ কৰাৰ পিছতে অনুসূচিত জনজাতিৰ এখন তালিকা প্ৰস্তুত কৰা হৈছিল যিখন তালিকা ১৯৩৬ চনত ব্ৰেটিছ ঔপনিবেশিক ভাৰত চৰকাৰে গ্ৰহণ কৰা অনগ্ৰসৰ জনজাতিৰ তালিকাৰ ওপৰত ভিত্তি কৰি প্ৰস্তুত কৰা (৪)।

আজিৰ নৃবিজ্ঞানী, সমাজবিজ্ঞানী তথা সংস্কৃতি তাত্ত্বিকসকলে 'এব'ৰিজিনেল' 'ট্ৰাইবেল' আদি লোক তথা সমাজ পূৰ্বৰ ৰূপত নাইবা অৰ্থত থকা বুলি নকয়। আজিৰ 'আদিবাসী' — 'জনজাতীয়' সমাজ আধুনিক, সাক্ষৰ আৰু উন্নত উৎপাদন ব্যৱস্থাৰ সৈতে জড়িত সমাজত পৰিণত হৈছে। ধৰ্মীয়ভাৱেও তেওঁলোকে 'মূলসুঁতি'ৰ ধৰ্ম হিন্দু, মুছলমান, খ্ৰীষ্টানৰ অন্তৰ্ভুক্ত হৈছে। সেয়ে 'আদিবাসী' - 'জনজাতি'হ'ল এতিয়া ৰাজনৈতিক অধিকাৰ লাভৰ কাৰণে সংগঠিত গোট অথবা কমিউনিটী। অসমত কোচ ৰাজবংশী, আহোম প্ৰমুখ্যে জনসমষ্টিসমূহে কৰা সংবিধানৰ 'অনুসূচিত জনজাতি'ৰ

অন্তৰ্ভুক্ত হোৱাৰ দাবী সেয়ে এক ৰাজনৈতিক অধিকাৰ তথা সা-সুবিধা সংৰক্ষণৰ দাবী।

'অনুসূচিত জনজাতি'ৰ তালিকাত অন্তৰ্ভুক্তিৰ দাবীবোৰৰ বিৰোধিতা আমি কৰা নাই। কিন্তু সংবিধানৰ এই সুবিধাই অসমৰ দৰে ৰাজ্যত ব্যাপক ৰূপত বিচ্ছিন্নতাৰ পৰিস্থিতিৰ সৃষ্টি কৰাৰ সুবিধাও দিছে। কোনো এক জনসমষ্টিয়ে সংবিধানৰ ষষ্ঠ অনুসূচী অনুসৰি 'অনুসূচিত জনজাতি' হিচাপে স্বীকৃতি লাভ কৰাৰ পিছত 'স্বায়ত্তশাসন' নাইবা সুকীয়া ৰাজ্যৰ দাবীও কৰিব পাৰে। অসমীয়া জাতিৰ এটা প্ৰধান অংগ হৈও কোচ ৰাজবংশীসকলৰ মাজত ঠিক এই ধৰণৰ দাবী উত্থাপিত হৈছে। ভাৰতীয় সংবিধানে ইয়াৰ সংসদক এই ক্ষমতা দিছে যে সংসদে সাধাৰণ সংখ্যাগৰিষ্ঠতাৰেই একোখন ৰাজ্যক খণ্ড খণ্ড কৰি সুকীয়া ৰাজ্যৰ জন্ম দিব পাৰে। এইক্ষেত্ৰত ৰাজ্য চৰকাৰৰ হাতত কোনো ক্ষমতা নথকা কিন্তু কেন্দ্ৰৰ শাসক দলৰ নেতাই ইচ্ছানুসৰি ৰাজ্যৰ বিভাজন ঘটাব পৰাটো নিশ্চয় চিন্তাৰ বিষয়। কেন্দ্ৰীয় চৰকাৰ আৰু শাসক দলৰ হাতত ৰাজ্যৰ বিভাজন আৰু নতুন ৰাজ্য গঠনৰ ক্ষেত্ৰত থকা এই প্ৰচুৰ একচেটিয়া ক্ষমতাৰ অন্তিম পৰিণতি কি হয়গৈ সেইটো সময়েহে ক'ব। অসমৰ দৰে বহুভাষিক-বহু জনগোষ্ঠীয় ৰাজ্যক খণ্ড-বিখণ্ড কৰি অসংখ্য ৰাজ্য গঠনৰ দাবী উঠিলে পৰিণতি কি হ'ব? প্ৰতিটো সুকীয়া ভাষিক জনগোষ্ঠীৰ কাৰণে একোখনকৈ সুকীয়া ৰাজ্য গঠন কৰিবনে? এই নীতি অনুসৰণ কৰিলে উত্তৰ-পূৰ্বাঞ্চলত কমেও এশখন সুকীয়া ৰাজ্য গঠন কৰিব লাগিব। সংবিধান সংশোধন নকৰিলে ৰাজ্য গঠনৰ এই প্ৰক্ৰিয়া চলিয়েই থাকিব আৰু ভাৰতখন এটা সময়ত কেইবাশ ৰাজ্যৰ দেশত পৰিণত হ'ব।

অসমত ইতিমধ্যে স্বায়ত্তশাসন, গৃহভূমি, সুকীয়া ৰাজ্যৰ নামত জনগোষ্ঠীসমূহৰ মাজত আক্ৰমণ-প্ৰত্যাক্ৰমণৰ ঘটনাৰে উচ্ছৃংখল পৰিস্থিতিৰ সৃষ্টি হৈছে। শেহতীয়াকৈ কাৰ্বি আৰু ডিমাচাৰ মাজত হোৱা সংঘৰ্যই ইয়াৰ এটা পূৰ্বাভাষ দিয়া নাছিলনে? ভূমিপুত্ৰ অথবা খিলঞ্জীয়াৰ বিপৰীতে বহিৰাগত অথবা অ-ভূমিপুত্ৰ বা অ-খিলঞ্জীয়াৰ কথা কৈ অহা হৈছে। এই বিৰোধ জাতি-গোষ্ঠীগত পৰিচয়ৰ ৰাজনীতিৰে দূৰ কৰিব পৰা নাযাব। 'খিলঞ্জীয়া/অখিলঞ্জীয়া, ভূমিপুত্ৰ/অভূমিপুত্ৰ, অজনজাতি/ জনজাতিৰ দৰে ধাৰণাবোৰক দ্বিবিভাজনসূচক বৈপৰীত্যৰ ধাৰণা হিচাপে লৈ ইয়াৰ পৰা উদ্ভৱ হোৱা সমস্যাৰ সমাধান বিচাৰি উলিয়াব নোৱাৰিব। কিন্তু একেখন সমাজতে বসবাস কৰি অহা জনগোষ্ঠীবোৰৰ মাজত হোৱা সংঘাতক (যেনে কাৰ্বি-কুকি, কাৰ্বি-ডিমাচা) কি বুলি ক'ব লাগিব?' আচলতে 'আমি'/'সিহঁত (us/them)ৰ দ্বিবিভাজনমূলক বৈপৰীত্যৰ ধাৰণাকেই জাতি গোষ্ঠীগত পৰিচয়ৰ ৰাজনীতিয়ে শক্তিশালী কৰিছে। নে আমি এড্‌ৱাৰ্ড ছাইদৰ ভাষাত 'আত্মপ্ৰীতিত মুগ্ধ (narcissisuc) আদিম পৰ্যায়ৰ সংঘাত লৈ প্ৰত্যাৱৰ্তন কৰিম?

সংযুতিবাদী আৰু উত্তৰ সংযুতিবাদী-চিন্তা-ধাৰাই দেখুৱাই যে কোনো এটা ধাৰণাই স্বয়ংসিদ্ধ, অৰিজিনেল, মৌলিক, বিশুদ্ধ নাইবা খাঁটি নহয়। উদাহৰণ স্বৰূপে 'অসমীয়া'ৰ ধাৰণাটোকে ল'ব পাৰি। শ শ বছৰ ধৰি বিভিন্ন ভাষিক, সাংস্কৃতিক, ধৰ্মীয় সম্প্ৰদায়ৰ লোকৰ মিলনেৰে নিৰ্মিত হৈছে অসমীয়া জাতি। 'অৰিজিনেল', খাঁটি অসমীয়া বুলি

কোনো এটা বিশেষ সম্প্ৰদায় বা বংশৰ নাম ক'ব পৰা নাযায় যাৰ পৰা অসমীয়াৰ আৰম্ভ হ'ল। অসমীয়া জাতিৰ ধাৰণাটো সেয়ে এটা নিৰ্মাণ (construction)। বেনেডিক্ট এণ্ডাৰ্ছনে নৃগোষ্ঠী তথা জাতিক 'কল্পিত সমাজ' আখ্যা দিয়াটো এই প্ৰসংগতে বিচাৰ্য। অসমীয়াক 'অসমীয়া' হিচাপে আমি কল্পনা কৰো, নিৰ্মাণ কৰো। এই নিৰ্মাণ প্ৰক্ৰিয়াৰ কেতিয়াবা শেষ হ'ব বুলি ক'ব নোৱাৰি; ইয়াৰ কোনো শেষ থাকিব নোৱাৰে, ইয়াৰ কোনো সমাপ্তি নাই। অসমীয়াৰ জাতিগত পৰিচয়ো সেয়ে সম্পূৰ্ণ আৰু সমাপ্ত ৰূপত নিবিচৰাই ভাল। প্ৰতিটো জাতি-গোষ্ঠীৰ একাধিক পৰিচয় আছে। আমাৰ বহু ধৰ্মীয় পৰিচয় আছে। আমি একাধিক ভাষা কওঁ আৰু লিখো। সাংস্কৃতিকভাৱে আমি অসংখ্য সংস্কৃতিৰ সৈতে যুক্ত। সেয়ে এটা 'অৰিজিনেল' খাঁটি পৰিচয়ৰ নামত কোনোবাই কাৰোবাক আক্ৰমণ কৰিবলৈ যোৱাটো (আনকি এই আক্ৰমণ যদি বাতৰি কাকতেতেই নহওক কিয়) মাত্ৰ ৰোমাণ্টিক উন্মাদনাৰ বাহিৰে আন একো নহয়।

জাতি-জনগোষ্ঠীৰ পৰিচয়ৰ ৰাজনীতিত দ্বিবিভাজনমূলক বৈপৰীত্যৰ (binary opposition) ধাৰণা নিহিত হোৱাত ই এক বিপজ্জনক বাগ্‌ধাৰাত পৰিণত হোৱাৰ কথা পূৰ্বে আমি উল্লেখ কৰিছো। ঊনবিংশ শতিকাত ব্ৰিটিছ ঔপনিবেশিক জ্ঞানে জাতি-জনজাতিৰ ধাৰণাবোৰত দ্বি-বিভাজনসূচক বৈপৰীত্যৰ অন্তৰ্ভুক্ত কৰে আৰু এই চিন্তাধাৰাক অধিক বিপজ্জনক ৰূপ দিয়ে। দ্বি-বিভাজনমূলক বৈপৰীত্যৰ ধাৰণাই কেনেকৈ কিছুমান ধাৰণাক অগ্ৰাধিকাৰ বা প্ৰাধান্য দি বাওঁহাতে ৰাখে আৰু আন কিছুমানক অৱহেলাৰে পাৰ্শ্বস্থান দি সোঁহাতে ৰাখে ডেৰিডাই নিৰ্গঠন পদ্ধতিৰে তাক উদঙাই দেখুৱাইছে। পাশ্চাত্য/প্ৰাচ্য, পুৰুষ/নাৰী, সাক্ষৰ/নিৰক্ষৰ, জাতি/জনজাতি, আমি/সিহঁত ইত্যাদি অনেক উদাহৰণ এইক্ষেত্ৰত সহজে আমাৰ চকুত পৰে। দ্বি-বিভাজনমূলক বৈপৰীত্যৰ ধাৰণাটো বদ্ধমূল হৈ থকাৰ কাৰণ যে ডেৰিডাই কোৱা 'logocentrism' অথবা 'অৰ্থকেন্দ্ৰিকতা' তাত কোনো সন্দেহ নাই। ইউৰোপীয় এন্‌লাইটেনমেণ্টৰ যুক্তিবাদত নাইবা ধ্ৰুপদী পৰম্পৰাত নাইবা আমি ব্যৱহাৰ কৰা ভাষাত শব্দৰ, ভাষাৰ নিৰ্দিষ্ট, স্থায়ী, স্থিৰ, কেন্দ্ৰীয় অৰ্থ সকলো সময়তে নিহিত থকা বুলি ধৰি লোৱা হয়। শব্দ তথা ভাষাৰ সদৰ্থক নতুবা ঋণাত্মক অৰ্থৰ উপস্থিতি অৰ্থকেন্দ্ৰিক চিন্তাধাৰাৰ মূল শক্তি। জাতি/জনজাতি, পাশ্চাত্য/প্ৰাচ্য, পুৰুষ/নাৰী, বাস্তৱ/অবাস্তৱ, সত্য/কল্পনা, আমি/সিহঁত ইত্যাদি দ্বি-বিভাজনসূচক বৈপৰীত্যৰ ধাৰণা লৈ আমি প্ৰথম আৰু বাওঁহাতৰ শব্দবোৰক অধিক প্ৰাধান্য বা অগ্ৰাধিকাৰ দিয়া আৰু সোঁহাতৰ শব্দবোৰক অৱহেলা কৰাৰ প্ৰৱণতা অভিব্যক্ত কৰাই নহয়, এনে বদ্ধমূল ধাৰণাৰে আমি কিবোলে চিন্তাধাৰক অৰ্থকেন্দ্ৰিকতাৰ জালত পেলাওঁ। এই জাল কাটি ওলাই অহাৰ এটা উপায় হ'ল ডেৰিডাৰ নিৰ্গঠনমূলক সমালোচনা পদ্ধতি।

দ্বি-বিভাজনমূলক বৈপৰীত্যৰ বিপৰীতে 'পাৰ্থক্য' অথবা 'পৃথকতা' (difference)ৰ ধাৰণা কিন্তু সম্পূৰ্ণ সুকীয়া। এই 'পৃথকতা'ৰ ধাৰণাই এহাতে প্ৰভুত্বকামী অথবা কৰ্তৃত্বশীল ধ্যানধাৰণাক সমালোচনা কৰে (যি, ধ্যানধাৰণাই দুৰ্বল জাতি-জনগোষ্ঠী তথা

শ্ৰেণীবোৰক তথাকথিত মূলসূঁতিত স্থান নিদিয়ে আৰু তেওঁলোকক পাৰ্শ্বস্থান দিয়ে) আৰু আনহাতে এনে দুৰ্বল জাতি-জনগোষ্ঠীবোৰক স্বতন্ত্ৰ পৰিচয়েৰে আত্মপ্ৰতিষ্ঠা কৰিবলৈ সচেতন কৰি তোলে। এনে পৃথকতাৰ ৰাজনৈতিক উত্তৰ-আধুনিক চিন্তাধাৰাই সমৰ্থন দিয়ে, কিয়নো উত্তৰ-আধুনিকতাই কৰ্তৃত্বশীল অথবা প্ৰভুত্ববাদী জ্ঞান আৰু চিন্তাধাৰা আৰু 'কেন্দ্ৰ'ৰ ধাৰণাক প্ৰত্যাহ্বান জনায় আৰু প্ৰত্যাখ্যান কৰে। ই এক বহুত্বমুখী বাগ্‌ধাৰা যি 'পৃথকতাক স্বীকৃতি দিয়ে'। কিন্তু ইউৰোপীয় এন্‌লাইটেন্‌মেণ্টৰ আন্দোলন আৰু যুক্তিবাদে আৰু পিছত মাৰ্ক্সবাদে প্ৰগতিবাদ আৰু যুক্তিবাদৰ সাৰ্বজনীনতাক পৰম সত্য নাইবা 'অতিক্ৰমণীয় কৃত অৰ্থ' (transcendental signified) হিচাপে গ্ৰহণ কৰি— যি কৰ্তৃত্বশীল অথবা প্ৰভুত্ববাদী চিন্তাধাৰা— লুই অল্‌থুছাৰৰ ভাষাত 'আইডিঅ'ল'জি'— প্ৰায় সকলো আধুনিক চিন্তাধাৰাত প্ৰচলন কৰি ৰাখে, সেই চিন্তাধাৰাই পৃথকতাক দ্বি-বিভাজনমূলক বৈপৰীত্য হিচাপেহে বিচাৰ কৰে। উদাহৰণস্বৰূপে, উদাৰতাবাদ আৰু যুক্তিবাদে জাতিৰাষ্ট্ৰক প্ৰাধান্য দি নৃগোষ্ঠীয় সমাজক অবহেলাৰে সোঁহাতে পাৰ্শ্বস্থান দিয়ে (যুক্তিবাদ, ঔদ্যোগিকীকৰণ, জাতিৰাষ্ট্ৰই পৰস্পৰে পৰস্পৰক সমৰ্থন কৰি আহিছে) অথচ যদি জাতি-নৃগোষ্ঠীক 'কল্পিত সমাজ' (এণ্ডাৰ্চন) হিচাপে আৰু 'নিৰ্মাণ' হিচাপে বিচাৰ কৰিব পাৰি, তেন্তে ইহঁতৰ মাজত দ্বি-বিভাজনসূচক বৈপৰীত্য থাকিব নোৱাৰিব।

হেবামাৰ্ছৰ এন্‌লাইটেন্‌মেণ্ট অথবা আধুনিকতাৰ প্ৰকল্পৰ সমালোচনা কৰি জাঁ-ফ্ৰাঁচোৱা লিঅ'টাৰে এই প্ৰকল্প বৈজ্ঞানিক প্ৰগতিবাদ, সত্য যুক্তিবাদ, সাৰ্বজনীনতা, মাৰ্ক্সবাদ, খ্ৰীষ্টান পৰম্পৰা আদিৰ সম্পূৰ্ণতাবাদী অথবা সৰ্বাত্মকবাদী ব্যাখ্যা অব্যাহত ৰখাৰ প্ৰকল্পহে বুলি কৈছিল। লিঅ'টাৰে এইবোৰক 'অধিবৃত্তান্ত' অথবা 'মহাবৃত্তান্ত' আখ্যা দিছে যি পৃথকতা, বিৰোধিতা, বহুত্বৰ কণ্ঠ ৰোধ কৰে (৫)। আধুনিকতাৰ সাৰ্বজনীনতাবাদক উত্তৰ-ঔপনিবেশিক সমালোচনায়ো প্ৰত্যাখ্যান কৰিছে, কিয়নো সাৰ্বজনীনতাই ইউৰোপকেন্দ্ৰিক চিন্তাধাৰাক অগ্ৰাধিকাৰ দিয়ে আৰু অ-ইউৰোপীয় পৰম্পৰাসমূহক পাৰ্শ্বস্থান দিয়ে। ইয়াৰ পৰিবৰ্তে উত্তৰ-ঔপনিবেশিক চিন্তাধাৰাই দুৰ্বল, তুলনামূলকভাৱে সংখ্যালঘু জনগোষ্ঠীবোৰক অগ্ৰাধিকাৰ দিয়ে, সিহঁতৰ পৰিচয় আৰু আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ আৰু বহুত্বৰ সমৰ্থন কৰে। ঔপনিবেশিকতাবাদী পাশ্চাত্যই প্ৰাচ্যক কিদৰে পাৰ্শ্বস্থানলৈ ঠেলি দি ইয়াক ঔপনিবেশিক শাসকৰ বিপৰীতে গুৰুত্বহীন 'অন্যান্য (other)'ত স্থান দিছিল (identifying the East as 'Other') আৰু প্ৰাচ্যতত্ত্বৰ অধ্যয়নকো কিদৰে ঔপনিবেশিক ক্ষমতাৰ বাবে প্ৰয়োজনীয় জ্ঞানত পৰিণত কৰিছিল সেইবিষয়ে এড্‌ৱাৰ্ড ছাইদে তেওঁৰ 'অৰিয়েণ্টেলিজম' গ্ৰন্থত লিখিছে। সেইদৰে মিচেল ফুকোৱেও জ্ঞানক শাসক তথা ক্ষমতাশালী শ্ৰেণীবোৰে কিদৰে ক্ষমতাৰ বস্তু হিচাপে ব্যৱহাৰ কৰি আহিছে নাইবা জ্ঞানক যে ক্ষমতাৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি সেই বিষয়ে লিখিছে। ব্ৰিটিছ ঔপনিবেশিক শাসকসকলেও ভালদৰে জানিছিল যে 'জ্ঞান জয় কৰা মানে ভাৰতক জয় কৰা' (৬)। ভিখু পাৰেখ আৰু জেন নেদাৰ্ভিন পিয়েটাৰ্ছে মতে 'ঔপনিবেশিক ধাৰণাবোৰক লৈয়ে বিশ্বক ৰূপ দিয়া আৰু ধ্বংস কৰা হৈছিল' (৭)। ইয়াৰ

পৰা অনুমান কৰিব পাৰি যে ঔপনিবেশিক শাসকৰ জ্ঞান তথাকথিত 'নেটিভ'ৰ কাৰণে অথবা শাসিত জাতিসমূহৰ কাৰণে নহয়। জাতীয়তাবাদীসকলে সেয়ে তেওঁলোকে নিজৰ অতীত বিচাৰি আত্ম প্ৰতিষ্ঠাৰ পথ প্ৰশস্ত কৰিব লাগিব বুলি ফ্ৰানজ ফাননে সোঁৱৰাই দিছিল। তাৎপৰ্যপূৰ্ণ কথা হ'ল আজিৰ উত্তৰ-ঔপনিবেশিক চিন্তাধাৰাই পাশ্চাত্যক দ্বি-বিভাজনমূলক বৈপৰীত্যৰ ধাৰণাৰে সমালোচনা নকৰে। ফলত পাশ্চাত্য/প্ৰাচ্যৰ দ্বি-বিভাজনমূলক ধাৰণা আজিৰ বুদ্ধিজীৱীৰ লেখা বা বৃত্তান্তবোৰত স্পষ্ট আৰু তীব্ৰ নহয়। ইও উত্তৰ-আধুনিক ডেৰিডীয় সমালোচনা পদ্ধতিৰ প্ৰভাৱৰ ফল। ডেৰিডীয় উত্তৰ-সংযুতিবাদী চিন্তাধাৰাই যিহেতু 'পৃথকতা'ক (difference) স্বীকৃতি দিলেও (ডেৰিডীয় চিন্তাত 'পৃথকতা' এটি অতি গুৰুত্বপূৰ্ণ উপাদান) এই 'পৃথকতা'ক দ্বি-বিভাজনমূলক বৈপৰীত্যৰ ধাৰণা হিচাপে নলয়, সেয়ে পাশ্চাত্য/প্ৰাচ্য, উন্নত/অনুন্নত ইত্যাদিৰ দ্বি-বিভাজন নকৰে। গায়ত্ৰী চক্ৰৱৰ্তী স্পিভাকৰ স্থিতি এই ক্ষেত্ৰত বিচাৰ্য। বিশেষকৈ উত্তৰ-ঔপনিবেশিক স্থিতিৰ সন্দৰ্ভত টিন টি মিন-হাৰ এটি মন্তব্যও অতি তাৎপৰ্যপূৰ্ণ — 'সম্পূৰ্ণ একেও নহয়, সম্পূৰ্ণ 'অন্য' (Other)ও নহয়, তেওঁ তেনে এক অনিৰ্ধাৰিত দুৱাৰমুখৰ এঠাইত থিয় হৈ থাকে, য'ৰ পৰা তেওঁ অহৰহভাৱে ভিতৰলৈ আৰু বাহিৰলৈ অহা-যোৱা কৰি থাকিব পাৰে' (৮)। দ্বি-বিভাজনৰ ধাৰণাৰ পৰা মুক্ত আজিৰ বুদ্ধিজীৱীৰ বাবে ইয়াতকৈ উপযুক্ত স্থান আন কি হ'ব পাৰে? এইখিনিতে ছাইদে উত্তৰ-ঔপনিবেশিক জাতিসমূহৰ ভিতৰত প্ৰতিক্ৰিয়াশীল ৰাজনীতিৰ ৰূপত 'পৃথকতাৰ এষণা'ই দেখা দিছে যাক থিঅ'ডৰ অডৰ্ণোৱে 'ঋণাত্মক দ্বন্দ্ব' আখ্যা দিছিল বুলি সতৰ্ক কৰি দিছে। এই 'পৃথকতাৰ এষণা উত্তৰ আধুনিক অথবা উত্তৰ-সংযুতিবাদীৰ 'পৃথকতা'ৰ ধাৰণা নহয়। ছাইদে উল্লেখ কৰা 'পৃথকতাৰ এষণা' (will-to-difference) হ'ল কিছুমান উত্তৰ-ঔপনিবেশিক ৰাষ্ট্ৰত জাতি-ধৰ্মৰ নামত গঢ়ি উঠা 'নেটিভিজম' অথবা উগ্ৰ স্বদেশীবাদ যি ইতিহাস পৰিহাৰ কৰি অপৰিৱৰ্তনীয়, অনাৰ সাৰাংশ বা সাৰমৰ্মক খামুচি ধৰে আৰু যি মানুহক ইজনে সিজনৰ বিৰুদ্ধে থিয় দিয়াৰ কাৰণে শক্তি হৈ দেখা দিছে (৯)। এই ধৰণৰ জাতীয়তাবাদৰ উদাহৰণ হিচাপে ছাইদে হিন্দুত্ব, আইৰিছ জাতীয়তাবাদ, ইছলামিক, কেথলিক জাতীয়তাবাদ, নিগ্ৰো জাতীয়তাবাদ আদিৰ উল্লেখ কৰিছে। ছাইদে সেয়ে ঔপনিবেশিক শাসনৰ বিৰুদ্ধে সংগ্ৰাম চলোৱাৰ সময়ত স্বদেশী জাতীয়তাবাদৰ প্ৰয়োজন আছিল যদিও এতিয়া ই সম্পূৰ্ণভাৱে অচল হৈ পৰা এটা অপদেৱতা বুলি কৈছে। কিন্তু সাম্ৰাজ্যৰ আহিঁতে উত্তৰ-ঔপনিবেশিক জাতি-ৰাষ্ট্ৰ (Nation-State) গঢ়ি তোলাৰ য'পান অতি বিপজ্জনক প্ৰমাণিত হৈছে। ভাৰতৰ দৰে বহু জাতি, বহু ভাষাৰ দেশ এখনক এক ভাষা এক জাতিৰ দেশত পৰিণত কৰাৰ ভাবাদৰ্শ বুৰ্জোৱা বুদ্ধিজীৱী শ্ৰেণীবোৰে সৃষ্টি কৰি আহিছে। এনলাইটেনমেন্ট আৰু ঊনবিংশ শতিকাৰ ইউৰোপীয় ঔপনিবেশিক ধাৰণা যুক্তিবাদ, প্ৰগতি, উদ্যোগীকৰণ, আধুনিকীকৰণ, জাতি-ৰাষ্ট্ৰ ইত্যাদিবোৰক পৰম সত্য নাইবা 'অতিক্ৰমণীয় কৃত অৰ্থ' হিচাপে পূজা কৰিবলৈ শিকন দিয়া হ'ল যি নিজৰ ভেটি উপনিবিষ্টিৰ অভিজ্ঞিতা নাইবা

অৰ্থকেন্দ্ৰিকতা। ডেৰিডীয় চিন্তাধাৰাই যিহেতু 'অতিক্ৰমণীয় কৃত অৰ্থ' বুলি কোনো বস্তু নাই বুলি দেখুৱাইছে সেয়ে তেওঁৰ মতে এইবোৰো 'অৰ্থকাৰক' অথবা 'signifier' হে আৰু এই 'ছিগ্‌নিফায়া'বোৰৰ অন্তহীন, সীমাহীন খেলাহে আমাৰ কাৰণে বিচাৰ্যৰ বিষয়। আমি মিচিং, বড়ো, কাৰ্বি, ৰাভা, অসমীয়া ইত্যাদি জাতিবাচক, তথাকথিত নৃগোষ্ঠীবাচক ধাৰণাবোৰকো পৰম সত্য নাইবা অতিক্ৰমণীয় কৃত অৰ্থ' হিচাপে খামুচি ধৰি থাকিব নালাগে। ইহঁতৰ কোনো এটাক অগ্ৰাধিকাৰ দিয়াটো আৰু আন কোনো এটাক পাৰ্শ্বস্থানত ৰখাটো হ'ব দ্বি-বিভাজনমূলক বৈপৰীত্য। জাতি-জনগোষ্ঠীবাচক, ভাষা-সংস্কৃতিবাচক এই শব্দবোৰ (ধাৰণাবোৰ)ক আমি মূল বা পৰম সত্য নাইবা 'অতিক্ৰমণীয় কৃত অৰ্থ' হিচাপে ধৰি ল'ব নালাগে। এই জাতি-জনগোষ্ঠীবোৰৰ মাজত থকা পাৰ্থক্যক নিশ্চয় স্বীকৃতি দিব লাগিব। কিন্তু এই পাৰ্থক্য সম্পৰ্কমূলক (relational), ঠিক ডেৰিডীয় 'ছিগ্‌নিফায়াৰ'বোৰৰ দৰে। ইহঁত কোনো স্বয়ংসম্পূৰ্ণ বিশুদ্ধ, একক নহয়। এই ধাৰণাবোৰক পৰম অৰ্থ অথবা সত্যৰ ৰূপ দান অথবা মৌলিককৰণ কৰাটো হ'ল অৰ্থকেন্দ্ৰিকতা নাইবা উপস্থিতিৰ অধিবিদ্যা আৰু ই গণতান্ত্ৰিক চিন্তাধাৰাৰ পৰিপন্থী। আশাৰ কথা যে নৃবিজ্ঞান, নৃদেহমাপতত্ত্ব আৰু আনুবংশিক অধ্যয়নবোৰেও আমাৰ জাতীয়তাৰ এটা সম্পৰ্কমূলক অৰ্থকে বিচাৰি পাইছে।

OOO

# পৰিৱৰ্তন আৰু সংস্কৃতি

পৰিৱৰ্তনক, গতিশীলতাক মানি নোলোৱাটো হ'ব এক ৰোমাণ্টিক ৰক্ষণশীলতা। সংস্কৃতিৰ তাত্ত্বিক-সমালোচক ৰেমণ্ড উইলিয়ামছে যোৱা শতিকাটোৰ সত্তৰৰ দশকতে অতীতটো বৰ্তমানতকৈ বেছি ভাল লগা আছিল বুলি আৰু সেই 'সোণালী' অতীতৰ স্মৃতি ৰোমন্থন কৰি থকা ৰোমাণ্টিক ৰক্ষণশীলতা সম্পৰ্কত সতৰ্কবাণী শুনাইছিল তেওঁৰ 'দ কাণ্ট্ৰী এণ্ড দ চিটী' গ্ৰন্থত। নতুন সামাজিক-সাংস্কৃতিক নীতি তথা ব্যৱস্থাক আদৰণি জনাব নিবিচৰাসকলৰ বহুতে আজিও অতীতক সংৰক্ষণ কৰাৰ বাহিৰে কৰিবলগীয়া আন একো নাই বুলিয়েই ভাবে (১)। ঐতিহ্য আৰু সংস্কৃতি সংৰক্ষণৰ নামত আজি ৰক্ষণশীল, পুনৰুত্থানবাদীসকলে নৈতিক-সাংস্কৃতিক-শৈক্ষিক পুলিচৰ কাম কৰে। ঐতিহ্য নাইবা পৰম্পৰাক (ট্ৰেডিচন) স্থবিৰ নাইবা পৰিৱৰ্তনহীন বুলি ভবা হয় যদিও প্ৰকৃততে ই শুদ্ধ ধাৰণা নহয়। সমাজ, ইতিহাসৰ সলনিয়ে ঐতিহ্য বা পৰম্পৰাবো পৰিৱৰ্তন সাধন কৰে। পৰিৱৰ্তনশীল সমাজৰ প্ৰভাৱৰ পৰা পৰম্পৰাসমূহ মুক্ত হৈ থাকিব নোৱাৰে। আমি যাক 'প্ৰাচীন পৰম্পৰা' বুলি কওঁ, সি যে বিভিন্ন যুগৰ প্ৰভাৱত ক্ৰমে সলনি হৈ অহা এটা ৰূপহে, তাক ওপৰে ওপৰে চালে ধৰিব নোৱাৰি। শাস্ত্ৰীয় সংগীত-নৃত্য, বিহু আৰু বিহুনাচ এইবোৰ আজি আমি যি ৰূপত দেখিবলৈ পাইছো, সেইবোৰ সদায় একে ৰূপতে আছিল বুলি ক'লে ভুল হ'ব। বিভিন্ন যুগৰ শিল্পীসকলে সৃষ্টিশীল প্ৰতিভাৰে ঐতিহ্য পৰম্পৰাত স্বকীয় বৈশিষ্ট্য দান নকৰাকৈ নাথাকে। পৰিৱেশ্য কলা, স্থাপত্যশিল্প, চিত্ৰ, ভাস্কৰ্য, বস্ত্ৰশিল্প, ধৰ্মীয় আচাৰ ইত্যাদি বিভিন্ন ঐতিহ্য-পৰম্পৰাৰ ধীৰ গতিত হ'লেও সলনি হৈ অহা ৰূপ একোটাহে আমি দেখিবলৈ পাওঁ। সংস্কৃতিৰ কোনো চূড়ান্ত ৰূপ নাই। আনকি আমাৰ ভাষা অথবা মাতৃভাষাসমূহো পৰিৱৰ্তনৰ, সংযোজনৰ মাজেদি আহি থকা একোটা ৰূপহে। উবেৰ্টো ইকোৱে এই ইংগিত দিছে—'আমাৰ মাতৃভাষা এটা আচুতীয়া অথবা একক ভাষা নহয়, বৰং বহুতো ভাষাৰ ই এক জটিল সংমিশ্ৰণ' (২)। আমাৰ অতীত, ঐতিহ্য-পৰম্পৰাৰ পৰিৱৰ্তন হোৱা দেখি আমি ৰোমাণ্টিক মানসিকতাৰে সিবিলাকৰ প্ৰতি দুখ প্ৰকাশ কৰি পৰিৱৰ্তনৰ বিৰুদ্ধে যুঁজৰ আহ্বান জনোৱাটো হ'ব ৰক্ষণশীল মনৰ পৰিচায়ক। ভূমিপুত্ৰবাদী (নেটিভিষ্ট) নৃগোষ্ঠীকেন্দ্ৰিক (এথনোচেন্ট্ৰিক)সকলে এইবোৰ দিশ নেদেখি ভুল কৰে।

আজি আমি যিবোৰ সম্পদক আমাৰ ঐতিহ্য-পৰম্পৰা বুলি গৰ্ব কৰিছো, সেইবোৰ কিন্তু আন এক সময়ৰ সমাজৰ কাৰণে সম্পূৰ্ণ নতুন নাইবা আজিৰ অৰ্থত 'অত্যাধুনিক' আছিল। কিন্তু তেওঁলোকে পূৰ্বৰ পৰম্পৰা এৰি নতুন শিল্পশৈলীক আদৰি লৈছিল আৰু পৰৱৰ্তী সময়ত সি জাতীয় ঐতিহ্য-পৰম্পৰা হিচাপে আদৰ-সন্মান পাইছিল। আমাৰ

'জাতীয়' (ফেশ্বন ডিজাইনাৰৰ ভাষাত 'এথ্‌নিক') সাজ-পোছাক হিচাপে মুগা আৰু পাটৰ মেখেলা-চাদৰক সন্মান কৰা হয়। কিন্তু অসমীয়া নাৰীয়ে পৰিধান কৰা এই জাতীয় পোছাকযোৰৰ এক পৰিবৰ্তনশীল ইতিহাস বিচাৰিলে পোৱা যায়। ঊনবিংশ শতিকাত অসমীয়া নাৰীৰ এই 'জাতীয়' পোছাকযোৰ একেই নাছিল। আজিৰ 'জাতীয়' পোছাকযোৰত যি ডিজাইনৰ তথা ৰঙৰ সমাহাৰে ইয়াৰ ৰূপ চৰাইছে, ঊনবিংশ শতিকাত তাক দেখিবলৈ পোৱা নগৈছিল। আজি যদি কোনো ডিজাইনাৰে এই পৰম্পৰাগত জাতীয় পোছাকযোৰক আৰু অধিক আকৰ্ষণীয় কৰা আৰু এখন বহল বজাৰ লাভ কৰাৰ স্বাৰ্থতে ইয়াৰ কিছু সালসলনি ঘটাবলগীয়া হয়, তাক আমি আদৰণি নজনোৱাকৈ থকাটো ঠিক হ'বনে? বহুতে হয়তো এইবুলি আপত্তিও কৰিব যে বাণিজ্যিক লাভালাভ তথা প্ৰসাৰণৰ স্বাৰ্থত এনে কাম নকৰাই ভাল হ'ব। কিন্তু আজি আমি সন্মানেৰে গ্ৰহণ কৰা এই 'জাতীয়' পোছাকযোৰ বাণিজ্যিক ভিত্তিতেই তৈয়াৰ কৰি থকা নাইনে? নিজে ঘৰত ইমান সুন্দৰ কাপোৰযোৰ কেইগৰাকী অসমীয়া নাৰীয়ে বৈ লৈছে? নাইবা বৈ লোৱাটোও জানো সকলোৰে কাৰণে সম্ভৱ?

কিন্তু ঐতিহ্যৰ, সাংস্কৃতিক পৰম্পৰাসমূহৰ পৰিবৰ্তনক মানি লোৱা মানে সিবিলাকক ধ্বংস হ'বলৈ, বিলুপ্ত হ'বলৈ এৰি দিব নোৱাৰি নাইবা পৰিবৰ্তনক বিকৃত ৰূপ দিয়াটোও মানি ল'ব নোৱাৰি। অথচ আজি বিশ্বৰ বেছিভাগ অঞ্চলত মানৱ সংস্কৃতি-পৰম্পৰাসমূহ চিৰকালৰ কাৰণে হেৰাই যাবলৈ ধৰিছে। সম্প্ৰতি বিভিন্ন দেশত জনজাতি অথবা আদিবাসী আৰু সংখ্যালঘু সম্প্ৰদায়সমূহৰ মাজত তেওঁলোকৰ জাতিগত অধিকাৰ, সংস্কৃতি-পৰম্পৰাৰ সুৰক্ষা আদিৰ দাবীত সচেতনতা তথা জাগৰণ সৃষ্টি হোৱা দেখিবলৈ পোৱা গৈছে যদিও 'জনজাতি'সমূহ আৰু তেওঁলোকৰ অতি মূল্যবান সংস্কৃতিসমূহ নীৰবে বিলুপ্ত হ'বলৈ ধৰিছে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে অসংখ্য প্ৰজাতিৰ প্ৰাণী আৰু উদ্ভিদ চিৰকালৰ কাৰণে বিলুপ্ত হোৱা আৰু হৈ থকা ঘটনাবোৰ প্ৰাণীবিজ্ঞান, জীৱ-বিজ্ঞান, উদ্ভিদ বিজ্ঞানৰ পাঠ্যপুথিবোৰতো কেতিয়াবাই অন্তৰ্ভুক্ত হৈছে। এই মহা বিলুপ্তিৰ প্ৰক্ৰিয়াই বিজ্ঞানী, সমাজ বিজ্ঞানী আৰু আনকি ৰাজনৈতিক নেতাকো গভীৰভাৱে উদ্বিগ্ন কৰি তুলিছে। আৰম্ভ হৈছে পৰিবেশ সংৰক্ষণ আৰু প্ৰদূষণবিৰোধী আন্দোলন। মানৱ প্ৰজাতিকে ধৰি জৈৱ প্ৰজাতিসমূহ আৰু উদ্ভিদৰ প্ৰজাতিসমূহৰ সুৰক্ষাৰ ক্ষেত্ৰত এই অভিযান তথা আন্দোলনে এতিয়া আন্তঃৰাষ্ট্ৰীয় ৰূপ পাইছে। পৰিবেশ প্ৰদূষণ বন্ধ কৰিব নোৱাৰিলে যে মানৱ জাতিক ধ্বংসৰ পৰা ৰক্ষা কৰিব পৰাটো সম্ভৱ নহ'বগৈ — এই কথা এতিয়া মানুহে বুজিব পৰা হৈছে। চৰকাৰবোৰে শ শ কোটি টকা খৰচ কৰিছে জীৱ-জন্তু, পৰিবেশ সংৰক্ষণৰ স্বাৰ্থত।

কিন্তু দুখৰ কথা যে এই ধৰণৰ বিশ্বজোৰা সজাগতা মানৱ সংস্কৃতিসমূহৰ ক্ষেত্ৰতো [illegible] ৰূপৰ অৱলুপ্তিৰ বিষয়ত দেখিবলৈ পোৱা নাযায়। বিভিন্ন প্ৰজাতিৰ প্ৰাণী আৰু উদ্ভিদৰ অৱলুপ্তি আৰু পৰিবেশ প্ৰদূষণৰ দৰে বিষয়বোৰে বাতৰি-কাকত তথা ইলেক্ট্ৰনিক মাধ্যমবোৰত বিশেষ প্ৰচাৰ লাভ কৰিছে, ভাষা-সংস্কৃতি-পৰম্পৰাসমূহৰ ধ্বংস অথবা

বিলুপ্তিৰ বিষয়বোৰে তেনে প্ৰচাৰ ক'তো পোৱা নাই। ঊনবিংশ শতিকাৰ পাশ্চাত্যৰ তথাকথিত 'প্ৰগতিবাদী' দৰ্শনৰ প্ৰভাৱত পৰা আৰু বহু প্ৰচাৰিত 'আধুনিক' সংস্কৃতি, ইয়াৰ দৰ্শন নাইবা ভাবধাৰাক এতিয়া দেখিবলৈ পোৱা গৈছে সংস্কৃতি আৰু পৰম্পৰাৰ শত্ৰুৰ ৰূপত। ক্ষুদ্ৰ জাতি তথা জনজাতি হিচাপে পৰিচিত সংখ্যালঘু মানৱ সম্প্ৰদায়সমূহ আৰু তেওঁলোকে বহন কৰি অনা আৰু ৰক্ষা কৰি অহা বৈচিত্ৰ্যপূৰ্ণ মানৱ সংস্কৃতি-পৰম্পৰাৰ বিলুপ্তিৰ ছবিখন কিমান ভয়াবহ হ'ব পাৰে, তাক জানিবৰ কাৰণে মাত্ৰ কেইটিমান তথ্যই যথেষ্ট হ'ব।

প্ৰকাশ পোৱা তথ্য অনুসৰি বৰ্তমান পৃথিৱীত পোন্ধৰ হেজাৰটা সংস্কৃতি নাইবা সাংস্কৃতিক সম্প্ৰদায় আছে, যিবোৰ মানৱ জাতিৰ জ্ঞান আৰু সাংস্কৃতিক বৈচিত্ৰ্যৰ ভাণ্ডাৰ। কিন্তু ক্ষুদ্ৰ জনসমষ্টি তথা জনজাতি গোষ্ঠীসমূহ বিলুপ্ত হৈ আহিবলৈ ধৰাত এই বৈচিত্ৰ্যপূৰ্ণ মানৱ-সংস্কৃতিৰ ভাণ্ডাৰটো উদং হৈ আহিছে ক্ষিপ্ৰগতিত। উদাহৰণস্বৰূপে ব্ৰাজিলত ১৯০০ চনলৈকে মুঠ 'ইণ্ডিয়ান' জনজাতি আছিল ২৭০ টা। এই জনজাতিসমূহৰ প্ৰত্যেকৰে জনসংখ্যা আনকি এজেহাৰতকৈ কম। বোৰ্নিঅ' দ্বীপত যোৱা শতিকাটোৰ আশীৰ দশকলৈকে দ্বীপটোৰ হাবিতলীয়া অঞ্চলত পেনান নামৰ জনজাতীয় লোকৰ সংখ্যা আছিল দহ হাজাৰ। বৰ্তমান তাত সেই জনজাতীয় লোকৰ সংখ্যা পাঁচশতকৈ কম। ভাৰতত বহুতো জনজাতি বিলুপ্তিৰ পথত। আন্দামান দ্বীপপুঞ্জত থকা কিছুমান জনজাতীয় লোকৰ জনসংখ্যা শেষ হৈ অহাৰ খবৰ প্ৰকাশ পাইছে।

এইদৰে সংখ্যালঘু মানৱ সম্প্ৰদায়সমূহ হেৰাই যোৱাৰ লগে লগে চিৰকালৰ কাৰণে হেৰাই যাবলৈ ধৰিছে অসংখ্য ভাষা, গীত-মাত, নৃত্য, সাংস্কৃতিক পৰম্পৰা, পুৰণি চিকিৎসা জ্ঞান, ঔষধি গছ-লতা-বনৰ বিষয়ে প্ৰাচীন সঞ্চিত জ্ঞান, সংগীত-কলা ইত্যাদি।

বিভিন্ন জনজাতীয় সম্প্ৰদায়বোৰ আৰু তেওঁলোকৰ লগতে বৈচিত্ৰ্যপূৰ্ণ মানৱ সংস্কৃতি ধ্বংস হোৱা আৰু ধ্বংসৰ মুখত পৰাৰ এটা প্ৰধান কাৰণ যে 'আধুনিক' সমাজ আৰু 'সভ্যতা', 'উন্নতি' আৰু 'প্ৰগতি'— সেই বিষয়ে কোনো সন্দেহ নাই। 'আধুনিক' মানুহে নিজকে 'শিক্ষিত' বুলি আৰু মানৱ জাতিৰ 'উন্নতি' আৰু 'প্ৰগতিৰ' বাহক বুলি কৰা বিশ্বাস নাইবা ধাৰণাবোৰ ভ্ৰমাত্মক আৰু বিপজ্জনক বুলি প্ৰমাণিত হৈছে। 'আধুনিক' মানুহৰ 'উন্নতি', 'প্ৰগতি' আৰু 'সভ্যতা'ৰ কিছুমান বিপজ্জনক পৰিণতি হ'ল নানান মাৰাত্মক ৰোগৰ প্ৰসাৰণ, পৰিৱেশ প্ৰদূষণ আৰু ধ্বংসসাধন, পৃথিৱীৰ প্ৰাণ ৰক্ষাকাৰী আৱৰণ অ'জন স্তৰৰ ক্ষতিসাধন, প্ৰতি বছৰে অসংখ্য প্ৰজাতিৰ প্ৰাণীৰ বিলুপ্তি, অৰণ্য ধ্বংস, মানৱ প্ৰজাতি আৰু পৃথিৱী ধ্বংস কৰিব পৰা পাৰমাণৱিক অস্ত্ৰ নিৰ্মাণ, ব্যৱহাৰ আৰু মজুতকৰণ, বিশ্বৰ প্ৰায় সকলো অঞ্চলতে জাতিসমূহৰ ওপৰত ঔপনিৱেশিক শাসন ইত্যাদি ইত্যাদি। যিবিলাক জাতিৰ কোনো প্ৰাচীন সভ্যতা নাছিল সেইবোৰ পশ্চিমীয়া সাম্ৰাজ্যই প্ৰাচীন সভ্যতা আৰু সাংস্কৃতিক বৈচিত্ৰ্যৰে সমৃদ্ধ জাতিসমূহৰ ওপৰত জাপি দিলে ঔপনিৱেশিক শাসন আৰু ঔপনিৱেশিক সংস্কৃতি। সভ্যতা, উন্নতি, প্ৰগতি আদি কথাৰ অৰ্থ ব্যাখ্যা আগবঢ়ালে পশ্চিমীয়া ঔপনিৱেশিকতাবাদীসকলে।

যিবিলাকে উৰাজাহাজ তৈয়াৰ কৰিলে, মটৰগাড়ী, বন্দুক তৈয়াৰ কৰিলে তেওঁলোকে নিজকে পৃথিৱীৰ আন মানৱ সমাজতকৈ অধিক 'উন্নত', 'সভ্য', 'সংস্কৃতিবান' আৰু 'শিক্ষিত' বুলি দাবী কৰিলে আৰু প্ৰচাৰ কৰিলে। এই দাবী আজি একবিংশ শতিকাতো আমেৰিকাৰ ৰাষ্ট্ৰপতি জৰ্জ ডব্লিউ বুশ আৰু তেওঁৰ প্ৰশাসনে কৰি আছে। প্ৰাকৃতিক শক্তি, প্ৰাকৃতিক সম্পদ, সমাজ, জাতি— এই সকলোকে মানুহে নিজৰ সুবিধাৰ কাৰণে নিয়ন্ত্ৰণ কৰিব পাৰে — এই নিউটনীয় ধাৰণাৰ বশৱৰ্তী হৈ আধুনিক ঔপনিবেশিক শাসন আৰু সংস্কৃতিয়ে দৃঢ়ভাৱে খোপনি পোতে আৰু প্ৰসাৰ লাভ কৰে। ইয়াৰ ফলত অপূৰণীয় ক্ষতি হৈছে পৰাধীন হোৱা, ঔপনিবেশিক শাসন-শোষণৰ কবলত পৰা জাতিসমূহৰ আৰু সৰ্বাধিক ক্ষতি হৈছে ক্ষুদ্ৰ জনজাতি জনগোষ্ঠীসমূহৰ।

কোনো এক ক্ষুদ্ৰ জনগোষ্ঠীৰ লোকসকলে তেওঁলোকৰ পূৰ্বপুৰুষৰ বাসভূমি এৰি দিহিঙে-দিপাঙে ছেদেলি-ভেদেলি হ'বলগীয়া হ'লে সেই জনগোষ্ঠীৰ সংস্কৃতি ধ্বংসৰ মুখত পৰাটো নিশ্চিত হৈ পৰে। এনে জনগোষ্ঠীয়ে যে কেৱল তেওঁলোকৰ বাসভূমিকেই হেৰুৱায় সেইটো নহয়, তেওঁলোকে হেৰুৱায় প্ৰকৃতিৰ সৈতে থকা নিবিড় সম্পৰ্ক, প্ৰকৃতিৰ বিষয়ত বিভিন্ন তথ্য তথা জ্ঞান, বিভিন্ন প্ৰাণীৰ বিষয়ে তথ্য-জ্ঞান, গছ-বনৰ আকাৰ-প্ৰকাৰ, সিবিলাকৰ নাম, গুণাগুণবিষয়ক জ্ঞান, পৰম্পৰাগত জীৱন, লাইফ ষ্টাইল, নানান আচাৰ-অনুষ্ঠান আৰু সিবিলাকৰ সৈতে জড়িত হৈ থকা সাংস্কৃতিক সম্পদ, নানান গীত-মাত, নৃত্যৰ ৰূপ, ভাষা, ভাষাৰ লালিত্য— ইত্যাদি বহুতো বৈচিত্ৰ্যপূৰ্ণ মানৱ-সংস্কৃতি। এই জনগোষ্ঠীসমূহৰ ভাষাৰ যিহেতু কোনো লিপি নাই, লিখিত সাহিত্য-সংস্কৃতি নাই, তেওঁলোকৰ গীত-মাতবোৰৰ কোনো স্বৰলিপি নাই, নৃত্যৰ কোনো সচিত্ৰ বিৱৰণ নাই সেয়ে তেওঁলোকৰ বাসভূমিৰ পৰা ছেদেলি-ভেদেলি হ'বলগীয়া হ'লে তেওঁলোকৰ সংস্কৃতিৰো নিঃশব্দে মৃত্যু ঘটে। তথাকথিত 'অনুন্নত', 'পিছপৰা' অঞ্চলবোৰত এই ঘটনা ঘটি আহিছে বহুবৰ পিছত বহুৰ ধৰি। অনিয়ন্ত্ৰিত অনুপ্ৰৱেশ, ঠিকাদাৰ, দালাল, বণিক শ্ৰেণীৰ আগমন, অৰণ্য আৰু প্ৰাকৃতিক সম্পদৰ ধ্বংসসাধন আদিৰ ফলত ভিতৰুৱা তথা অৰণ্যাঞ্চলত বাস কৰা জনগোষ্ঠীৰ লোকসকল স্থানচ্যুত হৈছে, দিহিঙে দিপাঙে ঘূৰি ফুৰিবলগীয়া হৈছে, দাৰিদ্ৰ্যই গ্ৰাস কৰিছে। তেওঁলোকে পৰম্পৰাগত জীৱিকাৰ পথ হেৰুৱাইছে।

গোটেই পৃথিৱীতে 'উন্নতি'ৰ নামত, ঔদ্যোগীকৰণ, নগৰীকৰণ, অসংখ্য সৰু-বৰ বান্ধ নিৰ্মাণ ইত্যাদি কাৰণত কোটি কোটি লোক গৃহহৰা আৰু স্থানচ্যুত হৈছে। স্বাধীনোত্তৰ কালত কেৱল ভাৰতভেই সৰু-বৰ ৩,৬০০টা বান্ধ নিৰ্মাণৰ ফলত এতিয়ালৈকে অতি কমেও পাঁচ কোটি মানুহ গৃহহাৰা, স্থানচ্যুত হৈছে। উল্লেখ্য যে এইদৰে স্থানচ্যুত হোৱা লোকসকলৰ ভিতৰত আদিবাসী জনজাতীয় লোকৰ সংখ্যাই সৰহ। উদাহৰণস্বৰূপে কেৱল ছৰ্দাৰ সৰোবৰ বান্ধ নিৰ্মাণৰ ফলত স্থানচ্যুত হোৱা লোকসকলৰ ৫৭.৬ শতাংশ লোক জনজাতীয় (৩)।

চিন্তা আৰু উদ্বেগৰ আন এটা কাৰণ হৈছে বিভিন্ন জনগোষ্ঠীৰ নতুন প্ৰজন্মৰ যুৱক-

যুৱতীসকলে চহৰ-নগৰৰ অভিমুখে প্ৰব্ৰজন কৰিছে আৰু তেওঁলোকে নিজৰ নিজৰ সংস্কৃতি এৰি নাইবা পাহৰি আনৰ, বিশেষকৈ প্ৰভাৱশালী পশ্চিমীয়া জনপ্ৰিয় (পপ্) সংস্কৃতি আৰু অপসংস্কৃতি আঁকোৱালি লৈছে। উপযুক্ত পৰিৱেশ (পূৰ্বপুৰুষৰ বাসভূমি আৰু লাইফ ষ্টাইল) আৰু উপযুক্ত শিক্ষা লাভ নকৰাত নতুন প্ৰজন্মৰ লোকসকলে তেওঁলোকৰ লোকগীত তথা লোকনৃত্যৰ সৌন্দৰ্য উপভোগ কৰিব নোৱৰা হৈছে। কিন্তু পাশ্চাত্যৰ আৰু পাশ্চাত্যৰ হনুকৰণ (aping) কৰা অৰ্থহীন, মূল্যহীন 'সংগীত' শুনি আৰু সেইবোৰ টি ভি, ভি ডি অ'ত চাই আত্মহাৰা হৈছে। জীবিকা আৰু লাইফ ষ্টাইল সলনি হোৱাৰ লগে লগে মূল্যবোধৰো সলনি হৈছে। নতুন জীবিকাই গাঁৱৰ পৰা মানুহক চহৰমুখী কৰিছে। পৰম্পৰাগত যৌথ (জইণ্ট) পৰিয়ালৰ ঠাইত ক্ষুদ্ৰ পৰিয়ালৰ (নিউক্লিয়াৰ ফেমিলী) প্ৰতি আকৃষ্ট হৈছে। ক্ৰয় ক্ষমতা বঢ়াত জীৱন বিলাসবহুল হৈছে। খাদ্যাভ্যাস, লাইফ ষ্টাইল সলনি হৈছে। পূৰ্বৰ সমাজকল্যাণমুখী মূল্যবোধৰ ঠাইত আত্মকেন্দ্ৰিকতাৰ ওপৰত বিশ্বাসী হৈ পৰিছে।

এটা লিখিত ভাষা আৰু সাহিত্য-সংস্কৃতি থকা বুলি গৌৰৱ কৰিব পৰা অসমীয়া সংস্কৃতিও আজি নানান সংকটত নপৰাকৈ থকা নাই। আজিৰ সৰহভাগ 'শিক্ষিত' অসমীয়া যুৱক-যুৱতীয়ে তেওঁলোকৰ মাতৃভাষাটোৰ বিষয়ে ভাল জ্ঞান নাই। 'শিক্ষিত' মধ্যবিত্ত শ্ৰেণীৰ অসমীয়া ল'ৰা-ছোৱালীবোৰে নিজ মাতৃভাষা অসমীয়া পঢ়িব-লিখিব নোৱৰা হৈছে। অসমীয়া পৰম্পৰাগত গীত-মাত-নৃত্য আদি উপভোগ কৰিব নোৱৰা হৈছে। 'শিক্ষিত' অসমীয়াই বহুতো অসমীয়া শব্দ পাহৰি পেলাইছে, ব্যৱহাৰ নকৰা হৈছে। লীলা গগৈৰ 'নৈ বৈ যায়' নামৰ উপন্যাসত গৰু বিহুৰ দিনা অসমীয়াই ব্যৱহাৰ কৰা এশ এবিধ শাকৰ নাম উল্লেখ আছে। এই এশ এবিধৰ ভালেখিনিৰ নামহে শুনিছো, কিন্তু সেইবোৰ চিনাক্ত কৰা আমাৰ কাৰণে অসম্ভৱ। এইবোৰৰ সকলোবিধ শাক আজিও অসমৰ গাঁৱত পোৱা যায়নে আৰু সেইবোৰ চিনাক্ত কৰিব পৰা লোক আছেনে?

১৯৯২ চনত গুৱাহাটীৰ অসম ফাইন আৰ্টছ ছ'চাইটীয়ে অসমৰ হেৰাই যাবলৈ ধৰা মৃৎ পুতলা, টেৰাকটা শিল্পৰ এটা কৰ্মশালা অনুষ্ঠিত কৰিছিল। হেৰাই যাবলৈ ধৰা এই বিশেষ শিল্পৰ বিষয়ে অভিজ্ঞ কেইগৰাকীমান গ্ৰাম্যাঞ্চলৰ শিল্পীয়ে আহি বৈশিষ্ট্যপূৰ্ণ ষ্টাইলসহ পোৰামাটিৰ পুতলা নিৰ্মাণৰ কৌশল-পদ্ধতি প্ৰদৰ্শন কৰা আমি দেখিবলৈ পাইছিলো। কিন্তু অসমৰ মাত্ৰ অৱশিষ্ট দুখনমান গাঁৱত জীয়াই থকা পৰম্পৰাগত আৰু লোককলাৰ এই বিশিষ্ট ৰূপ আৰু কিমান দিন জীয়াই থাকিব? এই প্ৰাচীন শিল্প এতিয়া বিলুপ্তিৰ পথত। অসমৰ মৃৎ পুতলা শিল্পক জীয়াই ৰখাৰ উদ্দেশ্যে চৰকাৰ, বিশ্ববিদ্যালয় আদিয়ে ব্যৱস্থা লোৱাটো অতি জৰুৰী আছিল। এই শিল্প হেৰাই যোৱাৰ লগে লগে এই প্ৰাচীন শিল্পৰ সৈতে আমাৰ সম্পৰ্ক, ইয়াৰ প্ৰাচীন ৰূপ (ফৰ্ম) আৰু বিবৰ্তনৰ মাজেদি লাভ কৰি অহা মানৱ মনটো আৰু কলাদৃষ্টি— এই সকলো হেৰাই যাব। এনে ধৰণৰ বহুতো শিল্পৰূপ, সংস্কৃতি অসমীয়া সমাজে হেৰুৱাইছে, সেইবিলাকৰ ভিতৰত সাধুকথা কোৱা প্ৰথা বা কলা, ওজাপালি, ঢোল বজোৱা বিদ্যা, লৌকিক অনুষ্ঠানত লোকগীত গোৱা

(যেনে — বিয়াত বিয়ানাম গোৱা) আৰু অন্যান্য সাংস্কৃতিক আচাৰ-আচৰণ আদি উল্লেখযোগ্য। এইবোৰ সাংস্কৃতিক সম্পদৰ সোনকালেই চিৰদিনৰ কাৰণে বিলুপ্তি ঘটাৰ আশংকা হৈছে। এইবোৰক যদি আমি অমূল্য শৈল্পিক-সাংস্কৃতিক সম্পদ বুলি ভাবো, তেন্তে ইহঁতৰ বিলুপ্তিয়ে নিশ্চয় আমাক সাংস্কৃতিকভাবে নিঃকিন কৰিব। এইবোৰ সাংস্কৃতিক সম্পদ তথা ৰূপৰ বিলুপ্তিক আমি ইলেক্ট্ৰনিক কম্পিউটাৰে পুৰণি টাইপ ৰাইটাৰ মেচিন বিলুপ্তি ঘটোৱাৰ দৰে ঘটনাবোৰৰ সৈতে একাকাৰ কৰা উচিত নহ'ব, কৰিব নোৱাৰো।

ঔদ্যোগীকৰণ আৰু আধুনিকীকৰণ একেটা মুদ্ৰাৰে দুটা পিঠি হিচাপে আধুনিক সমাজ-বিজ্ঞানীসকলে দেখুৱাব খোজে। ইয়াৰ এটা পৰিণতি হৈছে ঔদ্যোগীকৰণৰ অন্ধ অনুকৰণ নাইবা অন্ধ প্ৰেম। এচাম সমাজ-বিজ্ঞানীৰ এনে দৃষ্টিভংগীৰ বলি হ'বলগীয়া হৈছে পৰম্পৰাগত সমাজ আৰু সংস্কৃতি। জন বড্‌লী (John H. Boddley)ৰ ভাষাত ঔদ্যোগিক সভ্যতাই প্ৰযুক্তিগতভাবে সবল জনজাতীয় সংস্কৃতিবোৰ আজি সম্পূৰ্ণৰূপে ধ্বংস কৰিছে। ঔদ্যোগিক সভ্যতা লাভ কৰা সমাজৰ বহুতো বিশেষজ্ঞই ক'ব খোজে যে এই সংস্কৃতিবোৰৰ প্ৰবল পৰিবৰ্তন নতুবা বিলুপ্তি সভ্যতাৰ 'প্ৰগতি'ৰ বাবে প্ৰয়োজনীয় আৰু ই অনিবাৰ্য, স্বাভাবিক আৰু ভৱিষ্যতে সংশ্লিষ্ট সংস্কৃতিবোৰৰ অন্তৰ্ভুক্ত লোকসকলৰ কাৰণে লাভজনক (৪)।

পৰম্পৰাগত সমাজ, জনজাতি আৰু এই জনগোষ্ঠীসমূহৰ বৰ্ণময়, বৈচিত্ৰ্যময়, মানৱ-সংস্কৃতি ধ্বংস কৰাৰ ক্ষেত্ৰত সাম্ৰাজ্যবাদ নাইবা 'ঔপনিবেশিকতাবাদক ('আধুনিক', 'উন্নতি', 'প্ৰগতি', 'সভ্যতা' আদিৰ নামত) আমি প্ৰধানকৈ দায়ী বুলি কৈছোঁ যদিও সমাজবাদী, কমিউনিষ্ট শাসন ব্যৱস্থাতো প্ৰাচীন পৰম্পৰা তথা সংস্কৃতিৰ ধ্বংসসাধন নোহোৱাকৈ থকা নাই। উদাহৰণ স্বৰূপে ১৯৫৯ চনত কমিউনিষ্ট চীনে তিব্বত দখল কৰাৰ পিছত তিব্বতৰ হাজাৰ হাজাৰ বছৰৰ প্ৰাচীন সংস্কৃতি ধ্বংস কৰাৰ কাৰণে প্ৰচেষ্টা চলায়। কমিউনিষ্ট চৰকাৰবোৰে 'প্ৰগতিবাদ'ৰ নামত 'বৈজ্ঞানিক দৃষ্টিভংগী'ৰ নামত ধৰ্ম আৰু ধৰ্মপ্ৰাণ লোকসকলৰ বিৰুদ্ধে থিয় দিয়াই নহয়, ধৰ্ম আৰু ধৰ্মীয় পৰম্পৰা জড়িত থকা কাৰ্য আৰু ধৰ্মীয় অনুষ্ঠান নতুবা মঠ-মন্দিৰ আদি ধ্বংসৰ অভিযানো চলাইছিল। ৰাছিয়াত পুৰণি গিৰ্জা ভাঙি পেলোৱা হৈছিল। এনেকুৱা এটা পুৰণি গিৰ্জা ভাঙি পেলোৱা কাৰ্যত প্ৰতিক্ৰিয়া প্ৰকাশ কৰি কবি য়োচেফ ব্ৰড্‌স্কীয়ে তেওঁৰ 'এ হল্ট ইন দ ডেজাৰ্ট' কবিতাটো লিখিছিল। কমিউনিষ্টসকলে ভাঙি পেলোৱা গিৰ্জাটো আছিল এটা গ্ৰীক অৰ্থডক্স চাৰ্চ। গিৰ্জাৰ দেৱালবোৰ বহাই থকা কৰুণ দৃশ্য দেখি ব্ৰড্‌স্কীয়ে লিখিছিল —

'ইমান কম গ্ৰীক থাকে আজি লেনিনগ্ৰাডত
বিশ্বাসৰ ভৱনটো ৰখোৱাৰ কাৰণে
গ্ৰীচৰ বাহিৰত তেওঁলোকৰ সংখ্যা ইমান কম।' (৫)

চীন দেশতো কমিউনিষ্ট চৰকাৰে ইয়াৰ সেনাবাহিনীৰ সহায়ত চীনৰ প্ৰাচীন পৰম্পৰা

বহনকাৰী দলৈসকলক উচ্ছেদ কৰিছিল। তিব্বতৰ দুহেজাৰ বছৰীয়া পুৰণি বনৌষধভিত্তিক চিকিৎসা সেৱা চলাই থকা হাজাৰ হাজাৰ চিকিৎসকক 'সামন্তবাদী অন্ধবিশ্বাস' প্ৰবৰ্তাই ৰখা বুলি কমিউনিষ্টসকলে অভিযোগ কৰিছিল। অৱশ্যে কিছু বছৰৰ পিছত চীন চৰকাৰে এই বিষয়ত ইয়াৰ দৃষ্টিভংগী শিথিল কৰাত পুৰণি চিকিৎসা পদ্ধতিৰ ব্যৱহাৰ পুনৰ বৃদ্ধি পায়। উল্লেখ্য যে তিব্বতৰ জনসাধাৰণে আধুনিক পশ্চিমীয়া ঔষধতকৈ পৰম্পৰাগত বনৌষধ অধিক ফলদায়ক বুলি কয়। নিউয়ৰ্কৰ বটানিকেল গাৰ্ডেনৰ অৰ্থনৈতিক উদ্ভিদ বিজ্ঞান প্ৰতিষ্ঠানৰ সঞ্চালক মাইকেল বেলিকে দিয়া তথ্য অনুসৰি (মাৰ্কিন কাকতত প্ৰকাশিত) পৃথিৱীত মুঠ ২,৬৫,০০০ প্ৰজাতিৰ উদ্ভিদৰ ভিতৰত পশ্চিমীয়া বিজ্ঞানীসকলে মাত্ৰ ১,১০০ বিধহে পুংখানুপুংখভাৱে অধ্যয়ন কৰিবলৈ এতিয়ালৈকে সক্ষম হৈছে। তেওঁৰ মতে, চল্লিছ হাজাৰবিধ প্ৰজাতিৰ উদ্ভিদৰ ঔষধি গুণ তথা মানুহৰ বাবে পুষ্টিকৰ মূল্য আছে।

আধুনিক, যন্ত্ৰনিৰ্ভৰ সমাজ অধিক 'উন্নত' আৰু 'প্ৰগতিশীল' বুলি পুঁজিবাদ আৰু মাৰ্ক্সবাদৰ সমৰ্থকসকলে সমানেই বিশ্বাস কৰে। 'উন্নতি' আৰু 'প্ৰগতি'ৰ নামত তেওঁলোকে প্ৰাক-আধুনিক, প্ৰাক-সাক্ষৰ সমাজ আৰু সংস্কৃতিৰ ক্ষতিসাধন নাইবা ধ্বংসসাধন কৰিবলৈ কুণ্ঠাবোধ নকৰে। বাহ্যিক পৰিৱৰ্তন নাইবা বস্তুগত সা-সুবিধা লাভকে 'উন্নতি'ৰ 'প্ৰগতি'ৰ চিন নতুবা উদাহৰণ হিচাপেআৰু এইবিলাকেই মানুহৰ চূড়ান্ত লক্ষ্য হিচাপে তেওঁলোকে বিশ্বাস কৰি আহিছে আৰু এই দৃষ্টিভংগী আনৰ ওপৰতো, বিশেষকৈ পৰম্পৰাগত সমাজৰ ওপৰত জাপি দিছে। ইয়াৰ ফলস্বৰূপে বেছিভাগ লোকেই গাঁৱৰ খেতিয়ক এজনতকৈ চহৰৰ পিয়ন নাইবা কেৰাণীজনক অধিক জনা-বুজা আৰু শিক্ষিত, অধিক উন্নত বুলি গণ্য কৰিবলৈ লৈছে, পাশ্চাত্যৰ শিক্ষা-সংস্কৃতি গ্ৰহণ কৰাজন সেই শিক্ষা-সংস্কৃতি গ্ৰহণ নকৰাজনতকৈ অধিক শিক্ষিত, জ্ঞানী আৰু উন্নত বুলি গণ্য কৰিবলৈ লৈছে। এই ধাৰণাবোৰ প্ৰকৃততে পশ্চিমীয়া, ঔপনিৱেশিক ধাৰণা। কাৰ্লমাৰ্ক্সেও তেওঁৰ 'প্ৰগতি', 'উন্নতি'ৰ ধাৰণাবোৰ উনবিংশ শতিকাৰ বুৰ্জোৱা ভাৱধাৰাৰ অনুসৰণতেই পুঁজিবাদক সামন্তবাদতকৈ আৰু পুঁজিবাদী সমাজক সামন্তবাদী সমাজতকৈ অধিক উন্নত আৰু প্ৰগতিশীল বুলি বিশ্বাস কৰিছিল। মাৰ্ক্স-এংগেলছে অৱশ্যে সমাজবাদক পুঁজিবাদতকৈ অধিক উন্নত আৰু প্ৰগতিশীল বুলি বিশ্বাস কৰিছিল। তেওঁলোকৰ 'নেগেছন অৱ দ নেগেচন' তত্ত্বৰ ইও এটা মূল কথা আছিল। তেওঁলোকৰ এই একৰৈখিক 'প্ৰগতিমুখী' সমাজৰ গতিধাৰা তত্ত্বটো সংস্কৃতিৰ ক্ষেত্ৰতো প্ৰয়োগ হৈ আহিছে। এই তত্ত্বৰ বিপজ্জনক পৰিণতিসমূহ বুলি কুৰি শতিকাৰ বিশ্বৰ বহুতো অঞ্চলৰ মানৱ সমাজৰ ভয়াবহ অভিজ্ঞতাৰ অংশ হৈ আছে।

ব্ৰিটিছ ঔপনিবেশিকতাবাদীসকলে তেওঁলোকৰ সাম্ৰাজ্যৰ শাসনৰ সুবিধাৰ্থে ভাৰতৰ সকলো অঞ্চল ঔপনিবেশিকতাবাদী প্ৰশাসনীয় ব্যৱস্থাৰ অন্তৰ্ভুক্ত কৰাত পৰম্পৰাগত আৰু জনজাতীয় সমাজ-সংস্কৃতিবোৰৰ অৱক্ষয়ৰ পথ প্ৰশস্ত হৈছিল। সম্পূৰ্ণ সফল নহ'লেও ব্ৰিটিছ শাসনে ভাৰতত 'homogenizig force' হিচাপে কাম কৰিছিল। কিন্তু

ভাৰতৰ জনজাতিসমূহৰ বিষয়ত ব্ৰিটিছ ঔপনিবেশিকতাবাদীসকলৰ নীতিবোৰত পিতৃসুলভ আৰু সংৰক্ষণকামী (Paternalistic and protective) দৃষ্টিভংগী এটাও প্ৰতিফলিত হৈছিল। ঔপনিবেশিক শাসনকৰ্তাসকলে অনুসূচিত জিলা আইন-১৮৭৪, ফ্ৰণ্টিয়াৰ ট্ৰেক্ট নিয়ন্ত্ৰণ আইন ১৮৮০ প্ৰস্তুত কৰিছিল আৰু পহাৰীয়া অঞ্চলসমূহৰ জনজাতীয় সমাজবোৰক ভৈয়ামত প্ৰচলিত অপৰাধ, সম্পত্তি আদি সংক্ৰান্তীয় আইন-কানুনৰ পৰা ৰেহাই দিছিল। ১৮৭৩ চন 'বেংগল ইষ্টাৰ্ণ ফ্ৰণ্টিয়া নিয়ন্ত্ৰণআইন' যোগেদি ঔপনিবেশিক চৰকাৰক এক 'ইনাৰ লাইন'ৰ ব্যৱস্থা কৰাৰ ক্ষমতা প্ৰদান কৰা হৈছিল। এইবোৰ আইনৰ এটা প্ৰধান উদ্দেশ্য আছিল — 'অনুন্নত', 'আদিম জনগোষ্ঠীয়' এই লোকসকলৰ অঞ্চলবোৰ ভৈয়ামৰ অজনজাতীয় লোকৰ দখল আৰু প্ৰভাৱৰ পৰা ৰক্ষা কৰা। ঔপনিবেশিক বিষয়াসকলে এই আছুতীয়া অঞ্চলবোৰক আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দিয়াৰ কথা নিশ্চয় ভবা নাছিল। কিন্তু 'ভূমিৰ ৰায়তী স্বত্ব, পৰম্পৰাগত জীৱিকাৰ পদ্ধতিসমূহ গ্ৰহণ কৰাৰ অধিকাৰ আৰু তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ ৰীতি-নীতি অনুসৰণ কৰাৰ সামৰ্থ্য' (৬) আদি এই জনজাতিসমূহৰ কাৰণে অতি প্ৰয়োজনীয় বুলি ব্ৰিটিছ বিষয়াসকলে বিশ্বাস কৰিছিল। ১৯৩৫ চনৰ গৱৰ্ণমেণ্ট অব ইণ্ডিয়া আইনৰ বিষয়ত ব্ৰিটিছ নিম্ন সদনত ব্ৰিটিছ সাংসদসকলে তেতিয়াৰ অসমৰ 'পিছপৰা অঞ্চল'বোৰক অসমৰ ভৈয়ামৰ বাকী অঞ্চলসমূহৰ প্ৰশাসনৰ সৈতে সাঙুৰি দিয়া-নিদিয়াক লৈ বিতৰ্ক হৈছিল আৰু বেছিভাগ ব্ৰিটিছ সাংসদে এই বুলি মত আগবঢ়াইছিল— 'জনজাতীয় অঞ্চলবোৰ যদি নিৰ্বাচিত বিধান পৰিষদৰ নিয়ন্ত্ৰণৰ অধীন হয়, তেন্তে জনজাতিসমূহ ধ্বংস হ'ব' (৭)। কিন্তু সেই বুলি ব্ৰিটিছ চৰকাৰে যে ভাৰতৰ জনজাতিসমূহৰ ক্ষতিকাৰক কামত হাত দিয়া নাছিল— সেইটোও নহয়। উদাহৰণস্বৰূপে চাহ উদ্যোগ গঢ়ি তোলাৰ স্বাৰ্থত ব্ৰিটিছে লাখ লাখ জনজাতীয় লোকক ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা আনি অসমত বহুৱাইছিলহি। এনে ব্যাপক হাৰত স্থানান্তৰকৰণৰ ফলত জনজাতীয় লোকসকলে তেওঁলোকৰ পূৰ্বপুৰুষৰ বাসস্থান, জীৱিকা আৰু ভাষা-সংস্কৃতি হেৰুৱাবলগীয়া হ'ল। অৱশ্যে পৰম্পৰাগত সমাজ-সংস্কৃতি উদ্ধাৰ কৰাৰ নামত আমি হাবি বা গাঁও এৰি চহৰত পিয়ন, কেৰাণী কৰাজনক তেওঁৰ পূৰ্বপুৰুষৰ বাসস্থানলৈ ঘূৰি যাবলৈ কৈ দা-কোৰত ধৰিবলৈ পৰামৰ্শ দিয়াটোও উচিত নহ'ব। নাইবা 'জনজাতীয়' লোকসকলক চিকাৰজীৱী হ'বলৈ আৰু হৈ থাকিবলৈ পৰামৰ্শ দিয়াটোও ভুল হ'ব। নাইবা থলুৱা সংস্কৃতি ৰক্ষাৰ নামত চহৰৰ অসমীয়া ডেকাক বিহু পাতি উত্তৰালি কৰিবলৈও আমি পৰামৰ্শ নিদিওঁ। কিন্তু অসংখ্য বৈচিত্ৰ্যপূৰ্ণ মানৱ সংস্কৃতিৰ মূল্য বুজিবলৈ, সকলো সৰু-বৰ জনগোষ্ঠীৰ সংস্কৃতিৰ মূল্য সমান— এই কথা উপলব্ধি কৰিবলৈ আমি সক্ষম হ'ব লাগিব। লোকগীত-বাদ্য-নৃত্যৰ মহত্ত্ব বুজিব নোৱাৰিলে আমি কোনো গীত-বাদ্য-নৃত্যৰেই মহত্ত্ব বুজি নাপাম। কোনো জনগোষ্ঠীৰ কাপোৰৰ ডিজাইন নাইবা মটিফ একোটা আন শিল্পকৰ্মৰ দৰেই মূল্যবান— এই কথা আমি বুজি পাব লাগে।

০০০

# অসমীয়াৰ মাজত বিভাজন

অসমীয়া জনসমষ্টি নাইবা জনগোষ্ঠীসমূহৰ মাজত যোৱা কিছু বছৰ ধৰি সুকীয়া ভাষা আৰু সুকীয়া পৰিচয় বিচাৰি দাবী উত্থাপন কৰাৰ প্ৰৱণতা বৃদ্ধি পোৱা দেখিবলৈ পোৱা গৈছে। তেওঁলোকে শ শ, আনকি হেজাৰ বছৰ ধৰি অসমীয়া ভাষা-সংস্কৃতি আৰু অসমীয় সমাজখনৰ অংগ হৈ থাকি এতিয়া হঠাৎ সুকীয়া ভাষিক-সাংস্কৃতিক পৰিচয় বিচাৰিছে। উদাহৰণ স্বৰূপে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত শ শ বছৰ গুৰুত্বপূৰ্ণ ভূমিকা লোৱা কোচ ৰাজবংশী আৰু টাই আহোমসকলৰ মাজত সুকীয়া ভাষিক পৰিচয় বিচৰাৰ প্ৰৱণতা বাঢ়িছে।

নৃ-দেহমাপতত্ত্ব আৰু আনুবংশিক গৱেষণাই দেখুৱাইছে যে অসমৰ জনসমষ্টিসমূহৰ মাজত ব্যাপক আৰু সুদীৰ্ঘ মিশ্ৰণ ঘটিছে। কোচ ৰাজবংশীসকলৰ মাজত বৰ্ণহিন্দুৰ আনুবংশিক সংমিশ্ৰণ স্পষ্ট। টাই আহোমসকল প্ৰায় ছশ বছৰ পূৰ্বে য়ুনানৰ মাও-লুং ৰাজ্যৰ পৰাই অসমলৈ আহিছিল আৰু তেওঁলোকৰ পূৰ্ব প্ৰজন্মসমূহ লাওছ দক্ষিণ চীন, ব্ৰহ্মদেশ (ম্যানমাৰ), থাইলেণ্ড আদিত সিঁচৰতি হৈ আছিল। প্ৰায় ছশ বছৰ কাল অসম শাসন কৰি টাই আহোম ৰজাসকলে অসমক এক কৰিছিল আৰু অসমীয়া সংস্কৃতি আৰু জাতীয়তাক গঢ় দিছিল। স্থানীয় লোকসকলৰ সৈতে টাই আহোমসকলৰ বৈবাহিক সম্পৰ্কও ঘটিছিল। আহোম ৰজাই অনা-আহোম ৰাজকুঁৱৰীক বিবাহ কৰাইছিল। সেইদৰে স্থানীয় আন সম্প্ৰদায়ৰ লোকসকল সুদীৰ্ঘ কাল ধৰি আহোম সম্প্ৰদায়ৰ সৈতে মিলি গৈছিল। এম এন শ্ৰীনিবাসৰ ভাষাত ইয়াকো এক ধৰণৰ 'সংস্কৃতায়ন' (sanskritization) প্ৰক্ৰিয়া বুলি ক'ব পৰা যায়। কিয়নো শাসক জনগোষ্ঠী হিচাপে আহোমসকলৰ সম্মান তেতিয়া উচ্চ খাপত গণ্য কৰা হৈছিল। আজি জনবংশীয় 'assimilation'ৰ পিছত আহোম সম্প্ৰদায়ৰ লোকসকলৰ নৃ-দেহমাপতাত্ত্বিক গঠনত বিচিত্ৰতা আহিছে যাক প্ৰখ্যাত অসমীয়া নৃ-বিজ্ঞানী ড° ভুবন মোহন দাসৰ ভাষাত এক 'microevolution' অথবা অনুবিবৰ্তন বুলি ক'ব পাৰি। টাই আহোমসকলৰ ছশ বছৰ আগৰ পূৰ্বপুৰুষসকলৰ আনুবংশিক সাযোজ্য এতিয়া স্বাভাৱিকতে সামান্য হ'ব। যোৱা ছশ বছৰে তেওঁলোক এনে অনুবিবৰ্তনেৰে এটা সুকীয়া জাতিত পৰিণত হ'ল— যিটো জাতিৰ নাম অসমীয়া। চাওলুং ছুকাফা আৰু অসমত প্ৰৱেশ কৰা আহোম যোদ্ধাসকল নিশ্চয় অসমৰ প্ৰাকৃতিক শোভা, সম্পদ আৰু ঐশ্বৰ্যত মুগ্ধ হৈছিল আৰু ইয়াৰ পৰা তেওঁলোকে ঘূৰি গৈ তেওঁলোকৰ জাতি, বংশ-পৰিয়ালৰ সৈতে পুনৰ লগ লাগিবলৈও তেওঁলোকে মিকিচাৰিছিল বা ভাল নাপাইছিল। অসমত তেওঁলোকে সকলোকালীন ভাবে থাকিবলৈ লৈলে বৰং স্থানীয় লোকসকলৰ ভাষা-সংস্কৃতি- ধৰ্ম গ্ৰহণ কৰি এখন নতুন অসম দেশ গঢ়ি তোলাত মনোনিবেশ কৰিছিল। সেইকাৰণে নাম অসম তেওঁলোকেই দিছিল। বৰ্ণদেউসকলে জানিছিল যে এইখন দেশত টাই ভাষা-সংস্কৃতি জাপি দিবলৈ

চেষ্টা কৰা উচিত নহ'ব। তেওঁলোকে সেয়ে পূৰ্বপুৰুষৰ দেশৰ ভাষা এৰি অসমৰ ভাষা গ্ৰহণ কৰি দেশখন গঢ়িলে। কিছুমান সাংস্কৃতিক পৰম্পৰা, যেনে মেদাম মেফি, বিয়াত চকলং পৰম্পৰা আদি শ শ বছৰ ধৰি প্ৰচলন লৈ থাকিল। আহোমসকলে পূৰ্বপুৰুষসকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আগবঢ়োৱা পৰম্পৰা 'মে-ডাম-মে-ফি' আজিও জীয়াই আছে।

আহোমসকলে নিজেও এক ধৰণৰ সংস্কৃতায়ন প্ৰক্ৰিয়াৰে ধৰ্মীয় আৰু সাংস্কৃতিক পৰিবৰ্তনক আদৰি ল'লে। স্বৰ্গদেউসকলে হিন্দু ধৰ্ম পৰম্পৰা গ্ৰহণ কৰি 'সিংহ' উপাধি ল'লে, দ'ল-দেৱালয় নিৰ্মাণ কৰিলে। ব্ৰাহ্মণ-শাক্তৰ প্ৰভাৱত পৰি এটা সময়ত ৰজা আৰু ডা-ডাঙৰীয়াসকল শংকৰদেৱৰ ভক্তি ধৰ্মৰ বিৰুদ্ধে গৈছিল যদিও পৰৱৰ্তী কালত আহোম সম্প্ৰদায়ৰ বহুতেই ভক্তি ধৰ্মক আদৰি লয়। যোৱা শতিকাত শেহতীয়াকৈ শ্ৰীমন্ত শংকৰ সংঘৰ দৰে ধৰ্মীয় সমাজৰ যোগেদিও আহোম সম্প্ৰদায়ৰ লোকসকলৰ মাজত বৈষ্ণৱ ভক্তৰ সংখ্যা বাঢ়ে। মে-ডাম-মে-ফি, চকলং আদি পৰম্পৰাক এতিয়া পাহৰি যোৱা বা পাহৰিবলৈ চেষ্টা কৰা উচিত নহয়। অসমীয়া জাতিৰ সাংস্কৃতিক পৰম্পৰাক বৈচিত্ৰ্য প্ৰদান কৰিছে এইবোৰে। এইবোৰ পৰম্পৰাই আহোম সম্প্ৰদাযৰ সাংস্কৃতিক পৰম্পৰাক অসমীয়া সংস্কৃতিৰ পৰা বেলেগ কৰি নেদেখুৱায় বৰং এইবোৰ আহোম সম্প্ৰদায়ৰ অসমীয়া সংস্কৃতি — তাৰহে পৰিচয় দাঙি ধৰে। তেন্তে একাংশ আহোম সম্প্ৰদায়ৰ লোকৰ মাজত সুকীয়া ভাষিক পৰিচয় বিচাৰি পৃথকতাবাদী প্ৰৱণতা বাঢ়িবলৈ ধৰাৰ কাৰণ কি? ইয়াৰ অন্তৰালত কি ৰাজনীতি আছে?

কোচ ৰাজবংশী আৰু আহোমসকলৰ পূৰ্বপুৰুষসকলে অসমীয়া হিচাপেই পৰিচয় দি আহিছিল। আজি হঠাৎ পৃথক পৰিচয় বিচৰাসকলে তেওঁলোকৰ পিতৃপুৰুষৰ পৰিচয়কেই যেন অস্বীকাৰ কৰিবলৈ ওলাইছে। পৃথক পৰিচয়ৰ দাবী সাধাৰণতে অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক দমন-শোষণৰ পৰা মুক্ত হোৱাৰ লক্ষ্যেৰে উত্থাপন কৰা হয়। নাইবা ঔপনিবেশিক শাসনৰ পৰা মুক্তি বিচাৰি কৰা সংগ্ৰামবোৰে পৃথকতাবাদী ৰূপ লয়। কিন্তু আহোম, কোচ ৰাজবংশী প্ৰমুখ্যে অসমীয়া জনগোষ্ঠীবোৰক আন অসমীয়াই যেনে বৰ্ণ হিন্দুৱে শোষণ কৰা বুলি কোৱাৰ কোনো যুক্তি নাই। দুয়োটা সম্প্ৰদায়েই অতি শক্তিশালী, প্ৰভাৱশালী অসমীয়া সম্প্ৰদায় হিচাপে পৰিচয় দি আহিছে শ শ বছৰ ধৰি। অসমীয়া ভাষা, জাতি, সংস্কৃতি গঢ় দিয়াত গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে। তেওঁলোকে কেৱল কোচ ৰাজবংশী নাইবা টাই আহোম বুলি কৈ অসমীয়া পৰিচয় পৰিহাৰ কৰিব নোৱাৰে। কোচ ৰাজবংশীসকলে তেওঁলোকৰ ভাষা-সংস্কৃতিক অসমীয়াৰ বাহিৰলৈ উলিয়াই নিবলৈ নাইবা অসমীয়াৰ পৰা বিচ্ছিন্ন কৰিবলৈ চেষ্টা কৰিলে কাৰ লাভ হ'ব? তেওঁলোকে অসমীয়াৰ ৰূপত কে'বাশ বছৰ বিকাশ লাভ কৰাৰ পিছত এতিয়া অসমীয়াৰ পৰা সুকীয়া পৰিচয় বিচৰাটো পুনৰুত্থানবাদী, সংকীৰ্ণ নৃগোষ্ঠীকেন্দ্ৰিক ৰাজনীতি। কোচ ৰাজবংশী, টাই আহোম সম্প্ৰদায়ৰ কিছু লোক আৰু সংগঠনে সুকীয়া ভাষিক পৰিচয় বিচাৰি শ শ বছৰ পূৰ্বৰ টাই তথা কোচ ৰাজবংশী সমাজখন, সেই ভাষা-সংস্কৃতিৰ মূল বাট বিচাৰিলে আঁতি পাবনে? ছশ-সাতশ বছৰ পূৰ্বৰ ভাষা-সংস্কৃতি উদ্ধাৰ

কৰি সেই সময়ৰ সমাজ আৰু ভাষা-সংস্কৃতি এতিয়া গ্ৰহণ কৰিবলৈ কাৰোবাক পৰামৰ্শ দিয়াটো উচিত হ'বনে? যিসকল অসমীয়াই পৃথক ভাষিক পৰিচয় বিচাৰিছে, তেওঁলোকে পৃথক পৰিচয় লাভ কৰিবলৈ হ'লে অসমীয়া জাতি গঠন প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ শ শ বছৰ পূৰ্বৰ সমাজখনলৈ প্ৰত্যাবৰ্তন কৰিব লাগিব। আজি সেই সমাজ-সংস্কৃতিক পুনৰ জন্ম দি তাক পুনৰ প্ৰতিষ্ঠা কৰিব পৰা যাবনে?

আমি সকলোৱেই আমাৰ অতীতৰ সুকীয়া পৰিচয় বিচাৰিব পাৰো। কিন্তু প্ৰশ্ন হ'ল কোনটো অতীতৰ পৰিচয়? আমাৰ অতীত এটা নহয়। প্ৰত্যেকৰে বহুত অতীত আছে এশ বছৰীয়া, চাৰি-পাঁচশ বছৰীয়া, হেজাৰ বছৰীয়া অতীত আছে। সুকীয়া সুকীয়া অতীতত আমাৰ সুকীয়া সুকীয়া পৰিচয় বিচাৰিলে পোৱা যাব আৰু সেইদৰে আমাৰ ভাষা-সংস্কৃতিও সুকীয়া হ'ব। পৃথক জাতিগত, নৃগোষ্ঠীগত মূল, উৎস বিচাৰিলে আমি এনে সমস্যাৰ সন্মুখীন হ'ম। কেৱল সেয়ে নহয়, আমাৰ আদি পৰিচয় বিচাৰি আমি যিমানেই দূৰ অতীতলৈ গৈ থাকিম, সিমানেই আমাৰ মাজত দেখিবলৈ পোৱা পাৰ্থক্যবোৰ হ্ৰাস পাই গৈ থাকিব। ক'ৰ পৰা আহিছিল আমাৰ পূৰ্বপুৰুষসকল? ইউৰোপ, মধ্য এছিয়া, চীনদেশ? প্ৰত্যেকৰে পূৰ্বপুৰুষ বিচাৰি গৈ থাকিলে আমি শেষত আফ্ৰিকা মহাদেশ পামগৈ, কিয়নো আফ্ৰিকাই হ'ল আমাৰ সকলোৰে আদি জন্মভূমি। আমাৰ সকলোৰে আদিম পিতৃ-মাতৃসকল আছিল লাখ লাখ বছৰৰ পূৰ্বৰ আফ্ৰিকাৰ আদি মানৱসকল। আমি আমাৰ এৰি অহা অতীতৰ পৰিচয় বিচাৰিলে সেয়ে নিৰ্দিষ্ট, সঠিক কেনো এটা আদি পৰিচয় আজি পাব নোৱাৰো। বৰং আমি বেলেগ বেলেগ সময়ত আমাৰ বেলেগ বেলেগ পৰিচয়হে বিচাৰি পাম। এই যুগ যুগৰ পৰিবৰ্তন-সংমিশ্ৰণৰ মাজেৰে আহি অসমীয়া জাতি গঠন হৈছে, অসমীয়া পৰিচয় সুপ্ৰতিষ্ঠিত হৈছে। যোৱা সাতশ বছৰত যিটো পৰিচয়েৰে আমি বিকশিত হ'লো, সভ্য হ'লো, সংস্কৃতিবান হ'লো— সেই পৰিচয় আজি পৰিহাৰ কৰাৰ কথা ভবাটো আত্মঘাতী চিন্তাৰ ফল নহয়নে?

OOO

# মূল সুঁতি ঃ এটা কৰ্তৃত্বশীল বাগ্‌ধাৰা

ভাৰতত ব্ৰিটিছ ঔপনিবেশিক শাসনৰ বিৰুদ্ধে চলোৱা দীৰ্ঘ আন্দোলনৰ মাজেদিয়েই আধুনিক ভাৰতীয় জাতীয়তাবাদৰ ভেটি গঢ়া হৈছিল। দেশৰ সকলো অঞ্চলৰ সকলো ধৰ্ম-সম্প্ৰদায়, জাতি-জনগোষ্ঠীৰ লোকে ব্ৰিটিছ সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধে চলোৱা আন্দোলনত অংশগ্ৰহণ কৰিছিল। কিন্তু উত্তৰ-ঔপনিবেশিক কালত সকলোৰে নহয়, কিচুমান বছা বছা জাতি-ধৰ্ম সম্প্ৰদায়ৰ হাততহে দেশৰ ৰাজনৈতিক ক্ষমতা ন্যস্ত থকাৰ আৰ্হিত সংবিধান ৰচিত হ'ল, ক্ষুদ্ৰ সংখ্যালঘু জাতি-জনগোষ্ঠীয় লোকসকলো ক্ষমতাৰ অংশীদাৰ হ'ব পৰা ফেডাৰেল ব্যৱস্থা গ্ৰহণ কৰা নহ'ল। সাহিত্য-সাংস্কৃতিক-ভাষিক পৰম্পৰাৰ ক্ষেত্ৰতো একেই আছুতীয়াপন্থী অথবা Exclusivist নীতি গ্ৰহণ কৰা দেখা গ'ল। ভাৰতীয় জাতীয়তাবাদক বৰ্জনমুখী অথবা আছুতীয়াপন্থী জাতীয়তাবাদৰ ৰূপ দিয়া হ'ল য'ত দলিত, ভাষিক-ধৰ্মীয় সংখ্যালঘুক তথাকথিত 'মূলসুঁতি'ৰ পৰা আঁতৰত স্থান দিয়া হ'ল। এখন সংখ্যাগৰিষ্ঠৰ ভাৰত, এক সংখ্যাগৰিষ্ঠৰ জাতীয়তাবাদ প্ৰতিষ্ঠা কৰা হ'ল ফেডাৰেলিজম-বিৰোধী এখন সংবিধানৰ সহায়েৰে। বৰ্তমান প্ৰধানমন্ত্ৰীৰ মুখত বহু ধৰ্মীয় বহু সাংস্কৃতিক ভাৰতৰ কথা মাজে-সময়ে শুনিবলৈ পোৱা যায় যদিও পূৰ্বৰ প্ৰধানমন্ত্ৰী স্বৰ্গীয় জৱাহৰলাল নেহৰুৰ দিনতকৈ বৰ্তমান ভাৰতীয় প্ৰশাসন বেছি অতিকেন্দ্ৰিক, ফেডাৰেল বিৰোধী, বেছি আছুতীয়াপন্থী চৰিত্ৰৰ হৈ পৰিছে। ঔপনিবেশিক শাসক শ্ৰেণীৰ পৃষ্ঠপোষকতাতে ঊনবিংশ শতিকাত শক্তিশালী এলিট পণ্ডিত প্ৰাচ্যতত্ত্ববিদসকলে সংস্কৃত তথা পাৰ্ছি ভাষা ভালদৰে জনাসকলকহে জ্ঞান-চৰ্চাৰ বাবে উপযুক্ত শ্ৰেণী হিচাপে স্বীকৃতি দিছিল আৰু সেয়ে এই প্ৰাচ্যতত্ত্ববিদসকলে ভাৰতীয় জ্ঞান মানে ভাৰতৰ ধ্ৰুপদী জ্ঞানৰ (সংস্কৃত আৰু পাৰ্ছি) কথাহে বুজিছিল। প্ৰাচ্যতত্ত্ববিদসকলৰ এনে চিন্তা-ধাৰাৰ পৰিণতি হৈছিল এই যে যি উচ্চবৰ্গ, উচ্চ শ্ৰেণী, ডা-ডাঙৰীয়া আৰু ৰাজকীয় পৰম্পৰাক তেওঁলোকে স্বীকৃতি দিছিল সেই পৰম্পৰাকহে তেওঁলোকে 'ভাৰতীয়' পৰম্পৰা আখ্যা দিছিল আৰু সেয়ে এই পৰম্পৰাই সকলো দেশবাসীৰ, তেওঁলোকৰ ইতিহাস আৰু তেওঁলোকৰ বহু সংস্কৃতি আৰু জ্ঞানৰ প্ৰতিনিধিত্বকাৰী হৈ পৰিছিল (১)। ঔপনিবেশিক যুগতে প্ৰাচ্যতত্ত্ববিদসকলে স্বীকৃতি দিয়া এই 'ভাৰতীয় পৰম্পৰা'ৰ বিষয়ত উত্তৰ-ঔপনিবেশিক যুগত শাসক এলিট শ্ৰেণীয়ে কোনো প্ৰশ্ন নাইবা সন্দেহ নকৰি ইয়াক শাস্ত্ৰীয় মানদণ্ড প্ৰদান (Canonize) কৰি ধ্ৰুপদী ৰূপ দিয়াৰ উপৰি ভাৰতীয় 'মূলসুঁতি'ৰ পৰম্পৰা হিচাপে গ্ৰহণ কৰে। আজিও শাসক এলিট শ্ৰেণী নাইবা ভাৰতীয় জাতীয়তাবাদীসকলে এই ধ্ৰুপদী ভাৰতীয় পৰম্পৰাক সাহিত্য, সংস্কৃতি, ইতিহাসৰ 'মূলসুঁতি' হিচাপে জাপি দিয়ে।

হিন্দুত্বৰ সমৰ্থকসকলে আনকি মোগল শাসনৰ আগৰ 'হিন্দু ভাৰত' পুনৰ প্ৰতিষ্ঠা

কৰিব লাগে বুলি দাবী কৰে সংস্কৃত সাহিত্য-শাস্ত্ৰকেন্দ্ৰিক পৰম্পৰাটোক মূলসুঁতি হিচাপে লৈ। ভাৰতীয় বহু সমাজ-সংস্কৃতি পৰম্পৰাত প্ৰকৃততে কোনো নিৰ্দিষ্ট এটা মূল সুঁতি নাছিল আৰু আজিও থাকিব নোৱাৰে। তথাকথিত এই 'মূল সুঁতি' আচলতে বহুতো সুঁতিক লৈ (made up of several tributories) হৈছিল। আজি যাক 'মূল সুঁতি' বুলি কোৱা হয় সেইটো উত্তৰ-ঔপনিবেশিক ভাৰতৰ ক্ষমতাশালী এলিট শ্ৰেণীয়ে প্ৰচলন কৰা এটা প্ৰভুত্বমূলক ধাৰণাহে। ভাৰতৰ অতীতৰ কিছুমান বছা বছা পৰ্ব তথা যুগ আৰু কিছুমান বিশেষ বিশেষ সাহিত্য কলা-সংস্কৃতিকে জাতীয় গৌৰৱময় অতীতৰ প্ৰতিনিধিত্বকাৰী হিচাপে গ্ৰহণ কৰি অহা হৈছে আৰু 'মূলসুঁতি' বুলি সকলোৰে ওপৰত জাপি দিয়া হৈছে। কিছুমান বছা বছা 'Text' বা পাঠক মহৎ গ্ৰন্থ বা কৰ্ম বুলি স্বীকৃতি দিয়া, Canonize কৰা হৈছে। ঔপনিবেশিক শাসক বৰ্গই ভাৰতীয় ভাষাসমূহৰ কিছুমানক উচ্চ আসনত বহুৱাই আন বেছি সংখ্যককে নিম্ন স্থানত ৰাখিছিল। সেই অনুসৰি সংস্কৃত, প্ৰাকৃত, পাৰ্ছিক উচ্চ আসন দিয়া হৈছিল। কিন্তু আন অসংখ্য জাতি-জনগোষ্ঠীৰ মাতৃ ভাষাসমূহ নিম্নমানৰ বুলি ধৰা হৈছিল। ঊনবিংশ শতিকাত ভাৰতীয় সাহিত্য বুলিলে সংস্কৃত, পালি, প্ৰাকৃত সাহিত্যকে ইউৰোপীয় পণ্ডিতসকলে বুজিছিল। উল্লেখ্য যে 'ভাৰতীয় সাহিত্য' কথাষাৰ ইউৰোপীয় পণ্ডিতৰহে কথা আছিল। ১৮২৩ত আগষ্ট ভিল্‌হেল্‌ম ভন শ্লেগেল (August Wilhelm von Schlegel) নামৰ এগৰাকী জাৰ্মান পণ্ডিতেই সৰ্বপ্ৰথম 'ভাৰতীয় সাহিত্য' (Indian Literature) কথাষাৰ ব্যৱহাৰ কৰিছিল আৰু তেতিয়াও তেওঁ ইয়াক সংস্কৃত ভাষাৰ সাহিত্য কৰ্মকহে বুজাইছিল (২)। আনকি ১৯০৭ত আন এগৰাকী জাৰ্মান পণ্ডিত মৰিচ ভিন্টাৰ্নিটিৰ (Maurice Winternity) 'History of Indian Literature' গ্ৰন্থ প্ৰকাশ পাইছিল য'ত তেওঁ ভাৰতীয় সাহিত্য বুলি প্ৰধানকৈ সংস্কৃত পালি আৰু প্ৰাকৃত সাহিত্যৰ বিষয়েহে লিখিছিল। সংস্কৃত ভাষা-কেন্দ্ৰিক ভাৰতীয় সাহিত্য-সংস্কৃতিক প্ৰাচ্যতত্ত্ববিদসকলে প্ৰাধান্য দিয়াৰ সূত্ৰে ঔপনিবেশিক শাসকবৰ্গই ইয়াকেই অনুসৰণ কৰিছিল। ব্ৰিটিছ ঔপনিবেশিক শাসকসকলে মোগল শাসনৰ পূৰ্বৰ ভাৰতীয় সভ্যতাক প্ৰশংসা কৰি মোগল যুগত ভাৰতীয় সভ্যতাৰ পতন হোৱা বুলি কৈ সভ্যতাৰ বিষয়ত যি ভ্ৰান্ত, বিপজ্জনক ধাৰণাৰ জন্ম দিছিল তাৰ পৰা 'মূলসুঁতি'ৰ ভাৰতীয় পণ্ডিত বুদ্ধিজীৱীসকল আজিও ওলাই আহিবলৈ সক্ষম হোৱা নাই। কুৰি শতিকাৰ এগৰাকী ইউৰোপীয় পণ্ডিত বাৰ্নাৰ্ড এছ ক'নে ভাৰতীয় ভাষাসমূহ উচ্চ-নিম্ন পৰ্যায়ৰ ক্ৰমত বৰ্গীকৰণ কৰাৰ বিৰোধিতা কৰিছে। ক'নৰ (Cohn) মত হ'ল ভাষাৰ ঔপনিবেশিক বৰ্গীকৰণক অৱদমিত আৰু ক্ষুদ্ৰ-দুৰ্বল জাতি-গোষ্ঠীসমূহৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰা উচিত। তেওঁৰ ভাৰতীয় ভাষাসমূহৰ বিষয়ত ব্ৰিটিছৰ দৃষ্টিকোণৰ বিষয়ে লিখা এখন ৰচনাত ক'নে ইংৰাজীৰ বিপৰীতে পাৰ্ছি, পাৰ্ছিৰ বিপৰীতে সংস্কৃত, সংস্কৃতৰ বিপৰীতে হিন্দী আৰু চূড়ান্তভাৱে হিন্দীৰ বিপৰীতে বাংলা ভাষাৰ প্ৰতি যৌক্তিক সহানুভূতি প্ৰকাশ কৰিছে (৩)। ক'নৰ এনে অভিমতৰ মাজেদি ইংৰাজী, সংস্কৃত, পাৰ্ছি আদিৰ বিপৰীতে ভাৰতীয় জাতি-জনগোষ্ঠীসমূহৰ মাতৃভাষাবোৰক প্ৰাধান্য দিবলৈ বিচৰা হৈছিল।

যোৱা কুৰি শতিকাৰ পঞ্চাশ আৰু ষাঠিৰ দশকত প্ৰচাৰ লাভ কৰা মাৰ্কিন নৃবিজ্ঞানী ৰ'বাৰ্ট ৰে'ডফিল্ডৰ 'মহান পৰম্পৰা' (Great Tradition) আৰু 'ক্ষুদ্ৰ পৰম্পৰা' (Little Tradition)ৰ আসোঁৱাহযুক্ত ধাৰণাটোৰ অনুকৰণতো ভাৰতীয় সাহিত্য-সাংস্কৃতিক পৰম্পৰাৰ তথাকথিত 'মূল সুঁতি'ক মহান পৰম্পৰাৰ ৰূপ দিয়া হৈছে। ৰে'ড়ফিল্ডে এই বুলি ধৰি লৈছিল যে একোটা সভ্যতাৰ দুটা পৰম্পৰা থাকে — এটা 'মহান পৰম্পৰা' আৰু এটা ক্ষুদ্ৰ পৰম্পৰা'। 'মহান পৰম্পৰা'টো চিন্তাশীল কৰ্ম কৰা এখন সমাজৰ সৃষ্টি আৰু 'ক্ষুদ্ৰ পৰম্পৰা'টো চিন্তাশীল কাম নকৰা এখ সমাজৰ সৃষ্টি (৪)। ভাৰতৰ ক্ষেত্ৰত এই 'মহান পৰম্পৰা'টো সংস্কৃত ভাষা-সাহিত্যৰ পৰম্পৰাই বহন কৰিছে। এই পৰম্পৰাটোক প্ৰাচীন আৰু উচ্চ মানৰ বুলিও দাঙি ধৰা হৈছে আৰু ইয়াৰ প্ৰামাণ্য পাঠ (authorised text) আছে বুলি দাবী কৰা হৈছে। ক্ষুদ্ৰ পৰম্পৰা হিচাপে ধৰা হৈছে গ্ৰাম্য সমাজ আৰু সংস্কৃতিক যিবিলাকে ভাৰতত পশ্চিমীয়া নৃবিজ্ঞানীসকলৰ ক্ষেত্ৰ অধ্যয়নৰ বিষয় হিচাপে স্থান পাইছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে ৰে'ড়ফিল্ডৰ পাছতে গাঁৱৰ ভাৰত (Village India)ৰ ধাৰণাটো জনপ্ৰিয় হয়, যি ধাৰণা অনুসৰি ভাৰতীয় সমাজ হ'ল এক 'অপৰিবৰ্তনীয়' 'স্থবিৰ' আৰু বৰ্ণ ব্যৱস্থা চালিত সমাজ। এসময়ত প্ৰাচ্যতত্ত্ববাদীসকলে এই ধাৰণা লৈ আছিল যে উচ্চ খাপৰ' আৰু প্ৰাচীন হিন্দুসভ্যতাৰ তুলনাত গ্ৰাম্য সংস্কৃতি 'পিছ পৰা' আৰু 'সীমাবদ্ধ'। অনেকৈয়ে তেওঁলোকে ভাৰতক দুখন সুকীয়া পৃথিৱীত বিভক্ত কৰিছিল— এখন প্ৰামাণ্য পাঠ নিৰ্ভৰ সভ্যতা (Textual Civilization) আৰু আনখন হ'ল ইয়াৰেই পৰা অহা সামান্য অংশ যিখন নৃবিজ্ঞানীসকলে ক্ষেত্ৰ অধ্যয়ন কৰোতে উদ্ধাৰ কৰা (৫)। প্ৰাচ্যতত্ত্ববাদী আৰু ভাৰততত্ত্ববিদসকলৰ অনুকৰণতে এই শাস্ত্ৰীয় সংস্কৃত পাঠ ভিত্তিক প্ৰাচীন সভ্যতাক পৰিপ্ৰেক্ষিত তথা পৃষ্ঠভূমি হিচাপে লৈহে আধুনিক ভাৰতীয় জাতীয়তাবাদী সমাজ-বিজ্ঞানী, বুদ্ধিজীৱীসকলে 'ক্ষুদ্ৰ পৰম্পৰা'ৰ অধ্যয়ন তথা বিচাৰ কৰি থকা দেখা যায়। ভাৰতীয় সংস্কৃতি আৰু পৰম্পৰাক এনেদৰে এটাক উচ্চ, মহান কৰি আন এটাক ইয়াৰ প্ৰভাৱত হোৱা ক্ষুদ্ৰ পৰম্পৰা' হিচাপে লৈ দুভাগ কৰা কাৰ্যই প্ৰাচ্যতত্ত্ববাদী, ঔপনিবেশিক চিন্তাধাৰাক দীঘলীয়া কৰিছে। কিন্তু পৰৱৰ্তীকালৰ উত্তৰ-ঔপনিবেশিক, উত্তৰ-আধুনিক চিন্তাধাৰাৰে বিচাৰ কৰিলে বুজিব পাৰি যে প্ৰাচীন ভাৰতৰ মাত্ৰ লিখিত কৰ্মকে স্বীকৃত, প্ৰামাণ্য পাঠ হিচাপে গ্ৰহণ কৰি থকাটো উচিত নহয়, কিয়নো সেই লিখিত পাঠসমূহ কিছুমান অঞ্চলৰ একশ্ৰেণী ক্ষমতাশালী লোকে নিৰ্বাচন কৰা একপক্ষীয় কৰ্মহে। তদুপৰি লিখিত কৰ্মকে পাঠ হিচাপে গণ্য কৰিলে নহ'ব; অলিখিত, মৌখিক, শ্ৰব্য আৰু চাক্ষুষ পৰম্পৰাবোৰকো মূল্যবান পাঠ হিচাপে গণ্য কৰিব লাগিব। পাঠৰ এনে উত্তৰ-আধুনিক ব্যাখ্যাৰ পোহৰতে দেখা পোৱা যাব যে (১) প্ৰাচীন ভাৰত এটা 'Monolithic' হিন্দু পৰম্পৰা নহয়, ই হিন্দু আৰু অহিন্দু বহু পৰম্পৰাৰ ভাৰত; (২) হিন্দু এটা মাত্ৰ সাংস্কৃতিক বা ধৰ্মীয় পৰম্পৰা নহয়; (৩) লিখিত সংস্কৃত পাঠৰ সমানেই অলিখিত, মৌখিক, দৃশ্য শ্ৰব্য নতুবা আন আন লোককলা সংস্কৃতিও সমানেই মূল্যবান, (৪) ভাৰতৰ সাংস্কৃতিক পৰম্পৰাৰ বহু সুঁতি আছে, সেইবিলাকৰ কোনো এটাই 'মূল সুঁতি নহয়, (৫) মহান পৰম্পৰা আৰু ক্ষুদ্ৰ পৰম্পৰাৰ ধাৰণাটো ভুল কিয়নো ই

এক অধিবৃত্তান্ত আশ্ৰয়ী (৬) প্ৰাচীন ভাৰতৰ মাত্ৰ সংস্কৃত পাঠসমূহক শাস্ত্ৰীয় উচ্চ মান প্ৰদান নাইবা Canonize কৰাৰ পৰিণতি হ'ল ভাৰতৰ বহু সাংস্কৃতিক পৰম্পৰাসমূহক অন্যায়ভাবে হেঁচা মাৰি ৰখা, ইত্যাদি।

ভাৰতৰ জাতীয়তাবাদীসকলে দেশখনক বহু ভাষা-সাংস্কৃতিক, বহুজাতি সত্বাৰ ৰাষ্ট্ৰ বুলি উল্লেখ কৰে যদিও প্ৰকৃততে ঔপনিবেশিক যুগতে 'ভাৰতীয়' বুলি ধৰি লোৱা ধাৰণাবোৰে প্ৰধানকৈ দিল্লীৰ পৃষ্ঠপোষকতাত ৰাষ্ট্ৰীয় (National) মূলসুঁতি বুলি প্ৰচলন কৰি থকাৰ ফলত বহু জাতি সত্বা, বহু সংস্কৃতি, বহু ভাষা, বহু পৰম্পৰাৰ ভাৰতৰ ধাৰণাবোৰ গুৰুত্বহীন হৈছে। আমি যদি বহু ভাষা, বহু সংস্কৃতি, বহু পৰম্পৰা মানি লওঁ, তেন্তে 'মূল সুঁতি'ৰ ধাৰণাটো প্ৰত্যাহাৰ কৰিবই লাগিব, কিয়নো 'মূল সুঁতি'য়ে 'বহু' বা'বহুত্ব'ক গুৰুত্বহীন, ক্ষুদ্ৰ ৰূপ দিব নাইবা 'merginalize' কৰিব নাইবা 'other'ত পৰিণত কৰিব।

এডবাৰ্ড ছাইদে তেওঁৰ বিখ্যাত 'Orientalism' গ্ৰন্থত প্ৰাচ্যতত্ত্বৰ যোগেদি ব্ৰিটিছ ঔপনিবেশিক শাসকবৰ্গই পাশ্চাত্য সভ্যতাৰ বিপৰীতে ইয়াৰ সৈতে নিজাববলৈ নিম্ন পৰ্যায়ৰ সভ্যতাৰ সন্ধান কৰিছিল বুলি ইংগিত দিছে। নিজকে উন্নত, উচ্চখাপৰ (Superior) বুলি নিজাই দেখুৱাবলৈ পশ্চিমীয়া ঔপনিবেশিক পণ্ডিত-বুদ্ধিজীৱীয়ে তেওঁলোকৰ বিপৰীতে নিম্ন পৰ্যায়ৰ বুলি দেখুৱাবলৈ প্ৰাচ্যৰ সভ্যতা সংস্কৃতিকে বাছি লৈছিল। ছাৰ উইলিয়াম জ'নৰ পিছত ব্ৰিটিছসকলে যেতিয়া দেখা পাইছিল যে প্ৰাচীন ভাৰতীয় সভ্যতা আৰু সংস্কৃত ভাষা-সাহিত্যক আওকাণ কৰিব নোৱাৰি, তেতিয়া তেওঁলোকে ঔপনিবেশিক শাসনৰ স্বাৰ্থতে এই সভ্যতাৰ কিছুমান ধ্ৰুপদী পাঠ অধ্যয়ন, গৱেষণা আৰু আনকি ইংৰাজীলৈ ভৰ্জমা কৰাত গুৰুত্ব দিয়ে। ঔপনিবেশিকতাবাদীসকলে প্ৰাচ্যৰ বিষয়ত যি চৰিত্ৰ বা ভাবমূৰ্তি অংকেন কৰিছিল সেই চৰিত্ৰটো সম্পূৰ্ণ তেওঁলোকৰ স্বাৰ্থ ৰক্ষাৰ প্ৰতি লক্ষ্য ৰাখি নিৰ্মাণ কৰিছিল। যুক্তিজ্ঞান বৰ্জিত, অদৃষ্টবাদী প্ৰাচ্যৰ ছবিখনত স্বেচ্ছাচাৰী শাসকক্যো সুমুৱাই লোৱা হৈছিল (ব্ৰিটিছসকলে ভাৰতৰ বিষয়ত 'স্বেচ্ছাচাৰী শাসকৰ এখন দেশ' আখ্যা দিছিল)। প্ৰাচ্যক বা ভাৰতক শাসন কৰিবৰ কাৰণে ইয়াৰ সংস্কৃতি সভ্যতাক নিম্ন পৰ্যায়ৰ আৰু অনুন্নত হিচাপে অংকিত কৰিবলগীয়া হৈছিল। প্ৰাচ্যৰ জ্ঞান সম্পৰ্কে টমাছ বেবিংটন মেক'লেৰ সেই কুখ্যাত উক্তি পাহৰিব নোৱাৰি : 'ভাৰত আৰু আৰব জগতৰ সমগ্ৰ সাহিত্য লগ লগালেও ইউৰোপৰ কোনো এটা পুথিভঁৰালত থকা-মাত্ৰ এটা খে'লফৰ সমানো মূল্যবান হ'ব নোৱাৰে— এই কথা অস্বীকাৰ কৰিব পৰা এজনো প্ৰাচ্যতত্ত্ববিদ মই নাপালো।' ঔপনিবেশিক প্ৰাচ্যতত্ত্ববিদসকলে ভাৰতৰ বিষয়ে জানিব বিচাৰিছিল প্ৰধানকৈ শাসনৰ স্বাৰ্থতে। জ'নছৰ উক্তিত সেই উদ্দেশ্যৰ কথা অভিব্যক্ত হৈছিল : 'To rule and to learn, then to compare Orient with Occident...' ঔপনিবেশিক শাসনৰ সুবিধাৰ কাৰণেহে প্ৰধানকৈ প্ৰাচীন ভাৰত আৰু ইয়াৰ সভ্যতা-সংস্কৃতিৰ বিষয়ে কিছু জ্ঞান আহৰণৰ প্ৰয়োজনবোধ কৰিছিল ঔপনিবেশিক শাসকসকলে। কিন্তু স্বদেশী ভাৰতীয়সকলৰ মানসিক, বৌদ্ধিক, সাংস্কৃতিক বিকাশৰ বাবে নহয়। প্ৰাচ্যতত্ত্ববাদী বাগ্‌ধাৰাই সেয়ে ঔপনিবেশিক শাসনক আৰু প্ৰাচ্যতকৈ পাশ্চাত্যৰ শ্ৰেষ্ঠত্বৰ ধাৰণাক বিধিসন্মত কৰিব খুজিছিল। ছাইদে লেখিছে : প্ৰাচ্যক শাসন

আৰু পুনৰ গঠন কৰাৰ বাবে আৰু প্ৰাচ্যৰ ওপৰত কৰ্তৃত্ব সাব্যস্ত কৰাৰ বাবে প্ৰাচ্যতত্ত্ব এক পশ্চিমীয়া শৈলী (Style) আছিল (৬)। স্বাভাবিকতেই এগৰাকী ভাৰতীয়ই যি উদ্দেশ্যেৰে শ্বেইক্সপীয়েৰ অধ্যয়ন কৰিছিল, এগৰাকী ব্ৰিটিছ প্ৰশাসকে কালিদাস অধ্যয়ন কৰোতে আন উদ্দেশ্যইহে ক্ৰিয়া কৰিছিল। কালিদাসৰ 'শকুন্তলা'ৰ ইংৰাজী তৰ্জমাকাৰী বিলিয়াম জ'নছৰ ভাষাত সেই উদ্দেশ্য আছিল 'To rule and to learn'...। যিহেতু ঔপনিবেশিক, শাসকৰ কাৰণে ভাৰত শাসিত উপনিবেশ, সেয়েহে তেওঁলোকৰ কাৰণে 'সমান' বা 'লগৰ' বা 'একে' নহয়। ই তেওঁলোকৰ বিপৰীতে অবস্থিত গুৰুত্বহীন 'অন্যান্য' নাইবা 'Other' মাত্ৰ। এই 'অন্য' যেন প্ৰস্পেৰোৰ কেলিবান! এই অন্যই কেতিয়াও কেন্দ্ৰীয় গুৰুত্ব বা স্থান নাপায়; ইয়াক সদায় পাৰ্শ্বস্থানত ৰখা হয়।

উত্তৰ-ঔপনিবেশিক কালত ভাৰতীয় শাসক এলিট শ্ৰেণীয়ে ঔপনিবেশিক শাসকৰ পদাংক অনুসৰণ কৰি দেশৰ দুৰ্বল, হিন্দু-অহিন্দু সংখ্যালঘু জাতি (Caste) নৃগোষ্ঠীসমূহৰ ভাষা-সংস্কৃতিক পাৰ্শ্ব স্থানত ৰখাৰ ব্যৱস্থাহে গঢ়ি তুলিলে। হিন্দু-অহিন্দু সংখ্যালঘু আৰু ভাষিক সংখ্যালঘু জাতি (Caste) জনগোষ্ঠীসমূহক জাতীয় (ৰাষ্ট্ৰীয়) মূলসুঁতিৰ বিপৰীতে স্থান দি 'merginalize' কৰা হয়। এই দুৰ্বল জাতি-নৃগোষ্ঠীসমূহক 'মূলসুঁতি'ৰ বিপৰীতে 'অন্যান্য'ত (Other) পৰিণত কৰা হয়। উল্লেখ্য যে মূলসুঁতিৰ ধাৰণাটো প্ৰথমে উত্তৰ-ঔপনিবেশিক ভাৰতীয় নৃবিজ্ঞানীসকলেই জনজাতিসমূহৰ সৈতে সমন্বয় সাধন কৰাৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিছিল। জাতীয় (ৰাষ্ট্ৰীয়) সংস্কৃতি (National Culture) কথাষাৰো ব্যৱহাৰ কৰা হৈছিল প্ৰধানকৈ সাৰ্বজনীন ভাৰতীয় সংস্কৃতিক বুজাবলৈ। জাতীয়তাবাদীসকলে 'মূলসুঁতি' কথাষাৰ 'জাতীয়' 'ভাৰতীয় সংস্কৃতি'ৰ সমাৰ্থক বা বিকল্প হিচাপে ব্যৱহাৰ কৰিবলৈ লয় আৰু ইয়াক তেওঁলোকে সাৰ্বজনীন অবিশেষ বা নিৰ্বিশেষ (Non-specific) ধাৰণা হিচাপে ব্যৱহাৰ কৰিবলৈ লয় (৭)। স্বাভাৱিকতে সংখ্যালঘু, জাতি-নৃগোষ্ঠীসমূহৰ মনত মূলসুঁতিৰ এনে এলিট্‌পন্থী, সংখ্যাগৰিষ্ঠকেন্দ্ৰিক ধাৰণাই সন্দেহ আৰু প্ৰশ্ন জগাইছিল। ১৯৬৯ ত ভাৰতৰ জনজাতীয় পৰিস্থিতিৰ বিষয়ত অনুষ্ঠিত হোৱা এক ৰাষ্ট্ৰীয় আলোচনাচক্ৰত ভাষণ দিওতে নৃবিজ্ঞানী নিৰ্মল কুমাৰ বসুৱে কৈছিল : 'অসমৰ খাচি পাহাৰ জিলাৰ পৰা অহা প্ৰতিনিধি শ্ৰীমতী মেৰিয়ন পুগ আৰু নগালেণ্ডৰ পৰা অহা নগা প্ৰতিনিধি শ্ৰীমতী ম্ৰিলেনা টেৰহিয়াই সঠিকভাৱেই এই প্ৰশ্ন উত্থাপন কৰিছে যে ভাৰতীয় জীৱনৰ মূলসুঁতি-মানে কি বুজোৱা হৈছে? ই হিন্দু জীৱনধাৰাৰ কথাকে বুজাইছে নেকি? (৮)। জাতীয় জীৱনৰ মূলসুঁতিৰ কথা ক'লে আজিও আমাৰ মনত নানান সন্দেহ আৰু প্ৰশ্ন জাগে।

ভাৰতীয় ভাষা-সাহিত্য-সংস্কৃতি-পৰম্পৰাৰ ইতিহাস এনে এটা কাহিনী নহয় য'ত এটা বা দুটা প্ৰধান চৰিত্ৰ আছে আৰু আন সকলো পাৰ্শ্বচৰিত্ৰ; বৰং এই ইতিহাস বা কাহিনীৰ সকলোৱেই নায়ক।

০০০

# ক্ৰিষ্টলৰ সতৰ্কবাণী

যোৱা শতিকাটো সত্তৰ আৰু আশীৰ দশকলৈকে এইবুলি ভবা হৈছিল যে আধুনিক ঔদ্যোগিক সমাজৰ বিকাশে যি উত্তৰ-ঔদ্যোগিক আৰু তথ্যনৰ্ভৰ সমাজৰ (ইন্‌ফৰ্মেচন ছ'চাইটি) সৃষ্টি কৰিব তাত ব্যক্তি আৰু সমাজ অধিক মুক্ত হ'ব আৰু এনে সমাজত ঐতিহ্য-সাংস্কৃতিক-ভাষিক বৈচিত্ৰ্য ৰক্ষা সহজ হৈ পৰিব। কিন্তু ডানিয়েল বে'ল (তেওঁৰ 'দ কামিং অব পষ্ট-ইণ্ডাষ্ট্ৰিয়েল ছ'চাইটি গ্ৰন্থত) আৰু এলভিন ট'ফ্লাৰে (তেওঁৰ প্ৰধানকৈ 'দ থাৰ্ড ৱেইভ' গ্ৰন্থত) উত্তৰ-ঔদ্যোগিক, তথ্যনিৰ্ভৰ সমাজ নাইবা জ্ঞাননিৰ্ভৰ সমাজৰ (নলেজ ছ'চাইটি) সন্দৰ্ভত দাঙি ধৰা আশাবাদ এতিয়া হতাশাত পৰিণত হৈছে বিশেষকৈ অন্তভাৱে হ'বলৈ ধৰা বিশ্বায়নৰ পৰিপ্ৰেক্ষিতত। বিশ্বায়নে ভাষিক-সাংস্কৃতিক বৈচিত্ৰ্য সংৰক্ষণ কৰাত সহায় কৰাৰ পৰিবৰ্তে সিবিলাকক সৰ্বত্ৰ একে বাণ দিয়াত অথবা হ'মোজেনাইজেচনতহে সহায় কৰিছে। আমি সদায় এইবুলি খেদ প্ৰকাশ কৰি আহিছিলো যে আধুনিকীকৰণৰ নামত বেছিকৈ পশ্চিমীয়াকৰণহে কৰা হৈছে। এতিয়া বিশ্বায়নৰ নামত আমেৰিকানকৰণ দেখিবলৈ পোৱা গৈছে। বিশ্বায়নে মানৱ প্ৰজাতিৰ ভাষিক বৈচিত্ৰ্য সংৰক্ষণ কৰাত অৰিহণা যোগাইছে নে ইংৰাজী ভাষাক বিশ্ব ভাষাৰ (গ্ল'বেল লেংগুৱেজ) বাণ দিয়াত সহায় কৰিছে? ডেভিড ক্ৰিষ্টলে স্পষ্টভাৱে এই মত দাঙি ধৰিছে যে ইংৰাজীয়েহে বিশ্ব ভাষাৰ স্থান লাভ কৰিব পাৰিব। ক্ৰিষ্টলে ইংৰাজী ভাষা বিশ্ব ভাষাত পৰিণত হোৱাৰ আশাৰ লগতে ভৱিষ্যতৰ হতাশাজনক ছবি এখনো দাঙি ধৰিছে। তেওঁ লিখিছে, অহা পাঁচশ বছৰৰ ভিতৰত বিশ্বৰ প্ৰতিটো শিশুৰ জন্মৰ লগে লগে (আৰু নাইবা মাতৃগৰ্ভত গৰ্ভস্থ হোৱাৰ লগে লগে) শিশুটিক স্বাভাৱিকভাৱেই ইংৰাজী ভাষাৰ সৈতে পৰিচয় কৰাই দিয়াৰ অৱস্থা এটা সৃষ্টি হ'ব নেকি বাৰু? এই ঘটনাটো যদি আমাৰ ভৱিষ্যতৰ নৱজাত শিশুৰ বাবে সমৃদ্ধিশালী বহুভাষিক অভিজ্ঞতাৰ এটা অংশ হয়, তেনেহ'লে ই নিশ্চয় এটা ভাল কথাই হ'ব। কিন্তু সেই সময়ত যদি শিকিবৰ কাৰণে পৃথিৱীত মাত্ৰ ইংৰাজী ভাষাটোহে থাকেগৈ, তেন্তে ই হ'বগৈ আমি বাস কৰা গ্ৰহটোৰ ইতিহাসত আটাইতকৈ ভয়ংকৰ বিপৰ্যয় (১)।

ডেভিড ক্ৰিষ্টলে অৱশ্যে ইংৰাজীক বিশ্ব ভাষাৰ মৰ্যাদা দিয়াৰ পক্ষ লৈছে যদিও তেওঁ বিশ্বৰ সকলো ভাষাৰে সংৰক্ষণ ব্যৱস্থাৰ বাবে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছে। এগৰাকী ভাষাবিজ্ঞানী হিচাপে ক্ৰিষ্টলৰ স্থান আগশাৰীত। ভাষাতত্ত্বৰ বিষয়ে জ্ঞান লাভৰ ক্ষেত্ৰত তেওঁৰ 'লিংগুইষ্টিক্স' গ্ৰন্থখন এক অনুপম সৃষ্টি। তেওঁৰ শেহতীয়া গ্ৰন্থ 'দ লেংগুৱেজ ৰিভ'লিউচন' আৰু 'ৱেইজ্‌পীয়েৰ্ছ ৱৰ্ডছ' বিশেষভাৱে উল্লেখযোগ্য। বৰ্তমান তেওঁ বিশ্বৰ প্ৰায় ছহেজাৰ ভাষা জীয়াই ৰখাৰ ক্ষেত্ৰত অতি উদ্বিগ্নতাৰে কাম কৰি গৈছে। তেওঁ গভীৰ উদ্বেগ প্ৰকাশ কৰিছে এইবুলি যে বৰ্তমান বিশ্বৰ ছহেজাৰ ভাষাৰ প্ৰায় তিনি হেজাৰ ভাষা অহা এশ বছৰৰ ভিতৰত বিলুপ্ত হ'ব। ১৯৯৯ চনত তেওঁ 'দ ডে'থ অব লেংগুৱেজ' শিৰোনামৰ

এটা প্রবন্ধত এই আগজাননী দি লিখিছিল যে ভয়ংকৰভাবে ক্ষিপ্রগতিত বিশ্বৰ পৰা বিভিন্ন ভাষা অন্তৰ্ধান হৈ যাবলৈ ধৰিছে। তেওঁ এইবুলিও লিখিছে যে মানুহৰ ভাষাসমূহ বিলুপ্ত হৈ অহাটো নতুন ঘটনা নহয়। পূৰ্বেও হেজাৰ হেজাৰ ভাষাৰ বিলুপ্তি ঘটিছে। কিন্তু এতিয়া বেছি উদ্বেগজনক নতুন কথাটো হ'ল ভাষাসমূহ অভূতপূৰ্বভাৱে ক্ষিপ্রগতিত লোপ পাবলৈ ধৰিছে। ক্রিষ্টলৰ মতে ক্ষমতাশালী ৰাষ্ট্ৰভাষা তথা সংখ্যাগুৰুৰ ভাষাৰ ওচৰত সংখ্যালঘুৰ ভাষাসমূহ বৰ্তি থকাৰ উপায় নোহোৱা হৈ পৰিছে আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ জনগোষ্ঠীয় ভাষাসমূহৰ ব্যৱহাৰ ক্ষিপ্ৰগতিত হ্ৰাস পাইছে।

ক্রিষ্টলে পূৰ্বেও তেওঁৰ 'ইংলিছ এজ এ গ্ল'বেল লেংগুৱেজ' গ্ৰন্থত উল্লেখ কৰিছে যে মানৱ প্ৰজাতিয়ে যেতিয়াৰে পৰাই ভাষা ক'বলৈ শিকিলে, তাৰ পিছৰে পৰা কিমান ভাষাৰ মৃত্যু হ'ল আমি কোনেও নাজানো; কিন্তু মৃত্যু হোৱা ভাষাৰ সংখ্যা যে কেইবাহেজাৰ হ'ব তাত কোনো সন্দেহ নাই (২)। ১৯৯৭ চনত প্ৰকাশ পোৱা এই গ্ৰন্থখনতেই তেওঁ এই আশংকা প্ৰকাশ কৰিছিল যে বিশ্বত বৰ্তমান প্ৰচলন হৈ থকা ছহেজাৰটা ভাষাৰ প্ৰায় আশী শতাংশ ভাষাৰ অহা এশ বছৰৰ ভিতৰত বিলুপ্তি ঘটিব।... আৰু যদি এনে ঘটনা ঘটে, তেন্তে ই হ'ব এক বৌদ্ধিক আৰু সামাজিক ট্ৰেজেডী, কিয়নো এটা ভাষাৰ মৃত্যু হ'লে বহুতো বস্তু আমি হেৰুৱাও। বিশেষকৈ যিবিলাক ভাষা লিখিত ভাষা নহয়, নাইবা যিবিলাক ভাষাত লিখিবলৈ লোৱা বেছি দিন হোৱা নাই, সেইবিলাক ভাষা হ'ল সেই ভাষা-ভাষী মানুহৰ ইতিহাসৰ ভঁৰাল। তেওঁলোকৰ ভাষাটোৱেই তেওঁলোকৰ পৰিচয়। সাধু কথা, পৌৰাণিক কাহিনী, গীত, পৰম্পৰাগত আচাৰ-অনুষ্ঠান আৰু এনে ধৰণৰ বহুতো সাংস্কৃতিক কৰ্মৰ মৌখিক সাক্ষসমূহে অৰ্থাৎ কথিত ৰূপত ভাষাই আমাক বিশ্বৰ এক অদ্বিতীয় ছবি আৰু সাহিত্যৰ এক অদ্বিতীয় শাস্ত্ৰীয় মান (Canon) প্ৰদান কৰে। ভাষা সেই কাৰণেই মানৱ জাতিৰ সৈতে সম্পৰ্কৰ ক্ষেত্ৰত তেওঁলোকৰ উত্তৰাধিকাৰমূলক সম্পদ। এবাৰ হেৰালে ইয়াক পুনৰ ঘূৰাই পোৱা সম্ভৱ নহয় (৩)। ক্রিষ্টলে বহুভাষিকতা অথবা 'মাল্টি-লিংগুৱেলিজম'ৰ বুনিয়াদী প্ৰমূল্যত বিশ্বাস কৰে কিয়নো ই এনে এক বিস্ময়কৰ বিশ্বসম্পদ যি আমাৰ আগত বিভিন্ন পৰিপ্ৰেক্ষিত আৰু অন্তৰ্দৃষ্টি দাঙি ধৰে আৰু ইয়াৰ যোগেদি আমাক মানৱ মন-প্ৰাণক বুজি পোৱাৰ সামৰ্থ্য প্ৰদান কৰে (৪)। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে চিহ্নবিজ্ঞানৰ অধ্যাপক, ঔপন্যাসিক-সমালোচক উমবেৰ্টো ইকোৱে ভি ভি ইভানভৰ 'ৰিকন্‌ষ্ট্ৰাক্‌টিং দ পাষ্ট'ৰ উদ্ধৃতি দিছে এইদৰে— পৃথিৱীখনৰ বিষয়ে চাৰি হেজাৰ সুকীয়া সুকীয়া ধৰণে বৰ্ণনা কৰাৰ যদি উপায় আছে, তেন্তে ই আমাক সমৃদ্ধহে কৰিছে (৫)। উল্লিখিত গ্ৰন্থত ইকোৱে ভাষিক বৈচিত্ৰ্য ৰক্ষা কৰাত সমৰ্থন দিয়াই নহয়, এই বৈচিত্ৰ্য জীয়াই থাকিব বুলিও আশা প্ৰকাশ কৰিছে।

বহুভাষিকতাৰ পৰা হোৱা উপলব্ধিটো হ'ল— প্ৰতিটো ভাষাই অদ্বিতীয় আৰু সমৃদ্ধ। ভাষাৰ বৈচিত্ৰ্যই চিন্তাৰ ওপৰতো গভীৰ প্ৰভাৱ পেলায়— অন্ততঃ একাংশ ভাষাবিজ্ঞানী-নৃবিজ্ঞানীয়ে তেওঁলোকৰ অধ্যয়ন আৰু গৱেষণাৰে তাকেই প্ৰমাণ কৰিবলৈ চেষ্টা কৰি আহিছে। যিসকলে ধৰি লয় যে বাস্তৱতাৰ ওপৰত আমাৰ ভাষাৰ বৈচিত্ৰ্য অথবা কথা

কোৱাৰ ধৰণ-কৰণৰ কোনো প্ৰভাৱ থাকিব নোৱাৰে তেওঁলোকৰ এনে ধাৰণাক বিশেষকৈ আমেৰিকান নৃতাত্ত্বিক-ভাষাবিজ্ঞানী বেঞ্জামিন লী হৰ্ফৰ গৱেষণাই শক্তিশালী প্ৰত্যাহ্বান জনাইছে। প্ৰধানকৈ হোপি ইণ্ডিয়ানসকলক লৈ কৰা দীৰ্ঘ অধ্যয়ন আৰু গৱেষণাৰ যোগেদি হৰ্ফ এই মতত উপনীত হৈছে যে ভাষাৰ পাৰ্থক্য অনুসৰি বাস্তৱতাৰ ধাৰণাও সুকীয়া সুকীয়া হ'ব পাৰে। তেওঁ সেই কাৰণেই একোটা ভাষাক আন এটা ভাষালৈ সম্পূৰ্ণ নিখুঁতভাৱে অনুবাদ সম্ভৱ নহয় বুলি অভিমত আগবঢ়াইছে। হৰ্ফৰ এই মত ভাষাগত আপেক্ষিকতা তত্ত্ব (লিংগুইষ্টিক ৰিলেটিভিটি হাইপ'থেছিছ) হিচাপে বিখ্যাত হৈছে, কিয়নো ই এই মত দাঙি ধৰিছে যে চিন্তা আৰু চিন্তা কৰাৰ ধৰণবোৰ যি ভাষাৰে কৰা হয় সেই ভাষাৰ সৈতে সম্পৰ্কযুক্ত হৈ থাকে। সেই অনুসৰি বেলেগ বেলেগ ভাষা আৰু সংস্কৃতিৰ লোকৰ মাজত চিন্তাৰ ধৰণ আৰু বিশ্ব সম্পৰ্কে ধাৰণাও বেলেগ হয়। হৰ্ফৰ গৱেষণাৰ এটা সুফল হ'ল লিপি নথকা, অলিখিত আৰু তথাকথিত আদিম ভাষাসমূহ অনুন্নত নহয়, বৰং সেইবোৰ যথেষ্ট উন্নত আৰু আনকি তথাকথিত 'উন্নত' ভাষাকো ভালেমান ক্ষেত্ৰত চেৰ পেলাবলৈ সক্ষম— এই ধাৰণা গঢ়ি উঠাত ই সহায় কৰিলে। হৰ্ফক এই ক্ষেত্ৰত এডৱাৰ্ড ছেপিৰৰ অধ্যয়নে সমৰ্থন দিয়ে। ছেপিৰৰ মতেও দক্ষিণ আমেৰিকা কুখ্যমেন হিচাপে বিখ্যাত হোৱা অনুন্নত আদিবাসীসকলে এনে এক সমৃদ্ধ প্ৰতীকী ৰূপত কথা কয় যাক শিক্ষিত ফৰাচীসকলৰ ভাষাৰ সৈতেহে তুলনা কৰিব পাৰি।... বহুতো আদিম ভাষা ৰূপগতভাৱে ইমানেই সমৃদ্ধ যে ইয়াক অভিব্যক্তিৰ ক্ষেত্ৰত এক প্ৰচ্ছন্ন বিলাসবহুলতা বুলিব লাগিব— যি আধুনিক সভ্য সমাজৰ ভাষাসমূহত থকা যিকোনো অভিব্যক্তিক অনুজ্জ্বল কৰি তুলিবলৈ সক্ষম (৬)। ক্লড লেভিষ্ট্ৰ'ছে পিছত তেওঁৰ নৃবিজ্ঞান বিষয়ক অধ্যয়ন আৰু গৱেষণাবোৰৰ যোগেদি আদিম সমাজ আৰু সেই সমাজৰ ভাষা-সংস্কৃতিক উচ্চ আসনত বহুৱায়।

প্ৰখ্যাত সাহিত্য সমালোচক জৰ্জ ষ্টাইনাৰে ভাষা আৰু অনুবাদৰ বিষয়ে লিখোতে এইবুলি উল্লেখ কৰিছে যে হৰ্ফে কৰা 'আদিম সমাজত চিন্তাৰ পুনৰ্মূল্যায়ন' আৰু লেভিষ্ট্ৰ'ছৰ 'দ ছেভিজ মাইণ্ড' লিখাৰ সময় আৰু মননৰ মিল আছে (৭)। বহুতো আমেৰিকান ইণ্ডিয়ান আৰু আফ্ৰিকান ভাষাই সিবিলাকৰ সুন্দৰ অভিব্যক্তিমূলক সামৰ্থ্য, যৌক্তিক ভেদজ্ঞান আদিৰ দিশত ইউৰোপীয় ভাষাসমূহকো পিচ পেলাবলৈ সক্ষম বুলি হৰ্ফে আগবঢ়োৱা মতক লেভিষ্ট্ৰ'ছে সমৰ্থন কৰিব বুলিও ষ্টাইনাৰে লিখিছে (৮)।

হৰ্ফৰ তত্ত্বৰ আলোচনা আমাৰ এই প্ৰবন্ধৰ উদ্দেশ্য নহয় যদিও তেওঁৰ তত্ত্বৰ প্ৰসংগ উল্লেখৰ প্ৰয়োজন আছে। ভাষাসমূহৰ বৈশিষ্ট্য আৰু বৈচিত্ৰ্যক তেওঁ সৰ্বাধিক গুৰুত্ব দিছে যিটো বিষয়ে এতিয়া সৰ্বাধিক প্ৰাধান্য লাভ কৰিছে ডেভিড ক্ৰিষ্টল, মাইকেল ক্ৰস প্ৰমুখ্যে ভাষাবিজ্ঞানীসকলৰ ভাষা ৰক্ষাৰ অভিযানৰ কাৰ্যসূচীত। কোনো এটা ভাষাত জগতখনক বৰ্ণনা কৰাৰ, চোৱাৰ আৰু ভবাৰ যি বৈশিষ্ট্য, সেই সকলোখিনি যে সেই ভাষাটো লুপ্ত হোৱাৰ লগে লগে নিঃশেষ হয় তাক আমি অস্বীকাৰ কৰিম কেনেকৈ? একোটা ভাষাত অন্তৰ্নিহিত হৈ থাকে সেই ভাষা-ভাষী মানুহৰ সাংস্কৃতিক জীৱন আৰু কল্পদৃষ্টি (ভিজন)। ফ্ৰান্জ ফাননে একোটা ভাষাৰ ব্যৱহাৰ মানেই এটা সংস্কৃতিকো গ্ৰহণ কৰা ('to assume a

culture') বুলি মত আগবঢ়াইছিল।

যোৱা ২০০৪ চনত ক্রিষ্টলে ভাৰত ভ্রমণ কৰা সময়ত মুৰলী এন কৃষ্ণস্বামীৰ এটা প্রশ্নৰ উত্তৰত কৈছিল — 'বহুতে প্রায়ে সোধে যে বিশ্বৰ বিভিন্ন অঞ্চলত ক্ষুদ্র ক্ষুদ্র ভাষাবোৰ নিঃশেষ হৈ যোৱাৰ কাৰণে আমি চিন্তা কৰিবলগীয়ানো কিতো আছে?... প্রতিটো ভাষাই জগতখনৰ এক কল্পদৃষ্টি আৰু আমি ভাষাগত বৈচিত্র্য যিমানেই সংৰক্ষণ কৰিব পাৰে। মানব জাতিৰ বৌদ্ধিক স্বাস্থ্যৰ পক্ষে সিমানেই ভাল। এইটো পৃথিৱীৰ জৈব পৰিবেশ, বৃক্ষ আৰু জীৱ-জন্তু সংৰক্ষণ কৰাৰ প্রয়োজনৰ সৈতে একে ধৰণৰ কথা' (৯)। সেই একে বছৰতে অনুষ্ঠিত দশম লিংগুৱাপেক্স কংগ্রেছতো ক্রিষ্টলে কৈছিল — 'প্রতি দুসপ্তাহত এটা ভাষাৰ বিলুপ্তি ঘটিছে' (every two weeks a language dies)।

সমগ্র বিশ্বতে ভাষাসমূহৰ ক্ষিপ্র বিলুপ্তিৰ ঘটনাত ক্রিষ্টলৰ লগতে আন বহুতেই উদ্বিগ্ন হৈছে। জৰ্জ ষ্টাইনাৰকো যোৱা শতিকাৰ সত্তৰৰ দশকতে বিশ্বৰ ভাষাসমূহৰ বিলুপ্তিৰ ঘটনাই চিন্তিত নকৰাকৈ থকা নাছিল। তেওঁৰ 'অফ্‌টাৰ বেবেল' (প্রথম প্রকাশ ১৯৭৩) গ্রন্থত এই বিষয়ে উল্লেখ পোৱা যায়— 'বর্তমান চাৰিৰ পৰা পাঁচ হেজাৰ ভাষা জীয়াই থকাটোৱেই দেখুৱায় যে অতীতত ইয়াতকৈ বহুত বেছি ভাষা আছিল। প্রতি বছৰে তথাকথিত দুষ্প্রাপ্য ভাষাসমূহৰ, আছুতীয়া নাইবা মুমূর্ষু নৃগোষ্ঠীয় লোকৰ ভাষাসমূহৰ বিলুপ্তি ঘটিছে।... প্রায় প্রতিটো মুহূর্ততে, বিশেষকৈ আমেৰিকান ইণ্ডিয়ান ভাষাসমূহৰ মাজত থকা কোনো প্রাচীন আৰু সবাক সত্তাৰ সমৃদ্ধ অভিব্যক্তি চিৰকালৰ কাৰণে নৈশব্দৰ মাজত হেৰাই গৈছে' (১০)।

১৯৯৫ চনৰ এপ্রিলত অনুষ্ঠিত 'আমেৰিকান এছ'চিয়েচন ফৰ দ এড্‌ভান্সমেণ্ট অৱ ছায়েন্স'ৰ সন্মিলনত উপস্থিত থকা ভাষাবিজ্ঞানীসকলে বিশ্বৰ ভাষাসমূহ ক্ষিপ্রগতিত বিলুপ্তি ঘটিবলৈ ধৰা ঘটনাত উদ্বেগ প্রকাশ কৰিছিল। সেই সন্মিলনত উপস্থিত থকা আলাস্কা বিশ্ববিদ্যালয়ৰ অধ্যাপক ভাষাবিজ্ঞানী মাইকেল ক্রছে এই ঘটনাত উদ্বেগ প্রকাশ কৰি কৈছিল— যি গতিত মানব জাতিৰ ভাষিক বৈচিত্র্য হেৰাই যাবলৈ ধৰিছে,সেই ঘটনাক মই এক মহাপ্রলয় বুলিহে ক'ম। (আট্‌লাণ্টাৰ পৰা এছ'চিয়েটেড প্রে'ছে প্রকাশ কৰা বাতৰিত উদ্ধৃত)। তেওঁ কৈছিল — 'এই ঘটনাত আমি গুৰুত্ব দিয়া উচিত হ'ব,অন্যথা পৃথিৱীখন হৈ পৰিব কম সুন্দৰ আৰু ইয়াৰ আকর্ষণো কমি যাব।' ক্রছৰ মতে প্রাগ ঐতিহাসিক কালত মানব জাতিয়ে কোৱা ভাষাৰ সংখ্যা দহ হেজাৰৰ পৰা পোন্ধৰ হেজাৰ আছিল. এই সংখ্যা বর্তমান ছহেজাৰলৈ হ্রাস পালে আৰু ক্ষিপ্রগতিৰে হ্রাস পাই গৈ আছে। আলাস্কাৰ ভাষাসমূহৰ দস্তাবেজ প্রস্তুত কৰা ভাষাবিজ্ঞানীগৰাকীয়ে দিয়া আনুমানিক হিচাপ অনুসৰি বিশ্বৰ বিশৰ পৰা পঞ্চাশ শতাংশ ভাষা সেই ভাষা-ভাষী ল'ৰা-ছোৱালীবোৰে ক'বলৈ এৰি দিছে। একবিংশ শতিকাৰ ভিতৰত এই ভাষাবোৰ বিশ্বৰ বুকুৰপৰা অন্তর্ধান হ'ব।

এই কথাটোও মনত ৰাখিবলগীয়া যে বর্তমান বিশ্বত প্রায় ছহেজাৰ ভাষা জীয়াই আছে যদিও বেছিভাগ ভাষাতেই কথা কোৱা মানুহৰ সংখ্যা গড়ে মাত্র পাঁচ হেজাৰৰ পৰা দহ হেজাৰৰ ভিতৰতহে। বিশ্বৰ প্রায় ছহেজাৰ ভাষাৰ ৯৬ শতাংশ ভাষা কয় বিশ্বৰ মুঠ জনসংখ্যাৰ মাত্র চাৰি শতাংশ লোকেহে। ক্রছৰ মতে ২১০০ বর্ষৰ আগে-পিছে বিশ্বৰ ছশটা

ভাষা জীয়াই থকাটো নিশ্চিত। তেওঁ এই বুলিও কৈছে যে যিবিলাক ভাষাত কথা কোৱা লোকৰ সংখ্যা দহ লাখতকৈ বেছি সেইবিলাক ভাষাৰ এটা ভাল ভবিষ্যৎ আছে।

শক্তিশালী এলিট শ্ৰেণীবোৰে মিলি একোটা ভাষাক ষ্টেণ্ডাৰডাইজ কৰা অথবা মান্য ৰূপ দিয়াৰ প্ৰধান কাৰণ হ'ল জাতীয়তা আৰু ৰাষ্ট্ৰীয়তা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত ভাষাৰ এনে ষ্টেণ্ডাৰডাইজেচনে ৰাজনৈতিক আৰু সাংস্কৃতিকভাৱে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাটো (১১)। ইউৰোপত জাতি-ৰাষ্ট্ৰ প্ৰতিষ্ঠাত আৰু ইয়াক শক্তিশালী ৰূপ দিবলৈ একোটা প্ৰধান ভাষাক ষ্টেণ্ডাৰডাইজ কৰি তাক জাতীয় ভাষা অথবা চৰকাৰী ভাষা হিচাপে স্বীকৃতি তথা মৰ্যাদা প্ৰদান কৰিছিল শাসক শ্ৰেণীসমূহে। ভাষাৰ ষ্টেণ্ডাৰডাইজেচনৰ আন এটা গুৰুত্বপূৰ্ণ দিশ হ'ল ই ষ্টেণ্ডাৰ্ড ডিক্সনেৰী অথবা প্ৰামাণ্য অভিধান প্ৰস্তুত কৰে আৰু এই অভিধানক শব্দ আৰু অৰ্থৰ প্ৰামাণ্য গ্ৰন্থ হিচাপে স্বীকৃতি দিয়া হয়। এনে অভিধানৰ যোগেদি শব্দসমূহৰ নিৰ্ধাৰিত (ফিক্সড) অৰ্থ আছে— এই ধাৰণা দিয়া হয় (১২)। ফেয়াৰক্লোফৰ মতে ইংৰাজী ভাষাৰ ষ্টেণ্ডাৰডাইজেচন হওঁতে এনে দৃষ্টিভংগীয়েই প্ৰতিফলিত হৈছিল।

প্ৰধানকৈ জাতি-ৰাষ্ট্ৰ গঢ়ি তোলাৰ নামতে ইউৰোপত জাতীয় অথবা ৰাষ্ট্ৰীয় (নেছনেল) ভাষাৰ প্ৰচলন আৰু সেই ভাষাক ষ্টেণ্ডাৰডাইজ কৰা, চৰকাৰী ভাষা হিচাপে স্বীকৃতি দিয়া আদি ঘটনাবোৰ ঘটিছিল।

এখন সাম্ৰাজ্য গঢ়া আৰু ইয়াক চলোৱাৰ ক্ষেত্ৰত এটা সাৰ্বজনীন ভাষাও লাগে— এই ধাৰণাটো প্ৰায় পাঁচশ বছৰৰ পুৰণি। স্পেইন সাম্ৰাজ্যক শক্তিশালী ৰূপত গঢ় দিয়াৰ ক্ষেত্ৰত কাষ্টিলিয়ান (Castilean) ভাষাক স্পেইন সাম্ৰাজ্যৰ সাৰ্বজনীন মান্য ভাষাৰ ৰূপ দিয়াৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি স্পেনিছ ভাষা বিজ্ঞানী এনিঅ' আন্তেনিঅ' ডি নেব্ৰিহাই প্ৰথমখন প্ৰামাণ্য ব্যাকৰণ ৰচনা কৰিছিল। আধুনিক ইউৰোপীয় ভাষাত এইখনেই আছিল প্ৰথম ব্যাকৰণ। নেব্ৰিহাই বিচাৰিছিল স্পেনিছ সংস্কৃতি আৰু ৰাষ্ট্ৰীয় ক্ষমতাৰ বাহন হওক সেই স্পেনিছ ভাষা। তেওঁ কৈছিল যে মানুহৰ মন আৰু মস্তিষ্কৰ ওপৰত ৰাষ্ট্ৰৰ আধিপত্য বিস্তাৰৰ প্ৰধান অস্ত্ৰ হ'ব ভাষা।

ইউৰোপীয় দেশসমূহত জাতি-ৰাষ্ট্ৰ পতিষ্ঠাত নেব্ৰিহাৰ দৃষ্টিভংগী প্ৰতিফলিত হোৱা দেখিবলৈ পোৱা গ'ল। উম্বেৰ্টো ইকোৱে লিখিছে — যোৱা চাৰিশ বছৰৰ ভিতৰত প্ৰধানকৈ ইউৰোপত জাতি-ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ প্ৰক্ৰিয়াটোৱে এটা সীমাশুল্ক নীতি, এটা নিয়মীয়া সেনাবাহিনী গঠন আৰু ৰাষ্ট্ৰীয় পৰিচয় বহন কৰা প্ৰতীকৰ ব্যাপক বাধ্যতামূলক প্ৰয়োগকে ধৰি ৰাষ্ট্ৰীয় ভাষাকো বাধ্যতামূলকভাৱে প্ৰয়োগ কৰা আমি দেখিবলৈ পাওঁ। বিদ্যালয়, উচ্চ বিদ্যালয়, বাতৰি কাকতবোৰক ভাষাসমূহ ষ্টেণ্ডাৰডাইজ কৰিবলৈ আৰু ভাষা-জ্ঞানৰ প্ৰসাৰণ ঘটাবলৈ উদ্‌গনি দি অহা হৈছে, ফলত ক্ষুদ্ৰ ভাষাবোৰৰ ভাষা-ভাষী লোকসকল অৱহেলিত (১৩)। ইউৰোপীয় সাম্ৰাজ্যবাদী, ঔপনিবেশিক নীতি আৰু দৃষ্টিভংগী পিছত ভাৰতকে ধৰি বিশ্বৰ বিভিন্ন দেশত কাৰ্যকৰী কৰে শাসক এলিট শ্ৰেণীবোৰে। ভাৰতকো ইউৰোপীয় দেশসমূহৰ আহিত এখন জাতি-ৰাষ্ট্ৰৰ ৰূপ দিয়াৰ কাৰ্যসূচী গ্ৰহণ কৰিলে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতৃবৃন্দই। প্ৰথম অৱস্থাত কিছু পৰিমাণে ফেডাৰেল ব্যৱস্থা অথবা সংঘীয় ৰাষ্ট্ৰৰ

প্ৰতি সমৰ্থনসূচক মন্তব্য আগবঢ়াইছিল যদিও জৱাহৰলাল নেহৰু সোনকালেই জাতি-ৰাষ্ট্ৰৰ এগৰাকী কঠোৰপন্থী গোড়া সমৰ্থক হৈ পৰিছিল। দেশৰ সংবিধান প্ৰণেতাসকলেও জাতি-ৰাষ্ট্ৰৰ আদৰ্শ চকুৰ আগত ৰাখিয়ে হিন্দী ভাষাক সৰ্বাধিক গুৰুত্ব দিছিল। অৱশ্যে তৎকালে ৰাষ্ট্ৰভাষা বুলি হিন্দীক ঘোষণা নকৰিলেও হিন্দীক চৰকাৰী কাম-কাজত ব্যৱহাৰ কৰা 'ইউনিয়ন লেংগুৱেজ' হিচাপে স্থান দিয়া হৈছিল। সংবিধান প্ৰণতাসকলে ভাৰতক ইউৰোপীয় জাতি-ৰাষ্ট্ৰৰ আৰ্হিতে লৈ দেশখনৰ এটা সাৰ্বজনীন ভাষা থকা উচিত হ'ব বুলি বিবেচনা কৰিছিল। পিছত ১৯৫৫ চনত চৰকাৰী ভাষা আয়োগেও এহাতে ইংৰাজী ভাষাৰ ব্যৱহাৰ সীমিত কৰাত সমৰ্থন দিয়ে আৰু আনহাতে, চৰকাৰী ভাষা হিন্দীৰ ব্যৱহাৰত বেছি গুৰুত্ব দিয়ে। বহু সাংস্কৃতিক, বহু ভাষিক ভাৰতখনৰ কথা ভবাই নহ'ল।

এইটোও দেখিবলৈ পোৱা গ'ল যে ইউৰোপীয় জাতি-ৰাষ্ট্ৰত এটা জাতীয় চৰকাৰী ভাষাক ষ্টেণ্ডাৰডাইজ কৰাৰ দৰেই ভাৰত চৰকাৰেও হিন্দীক ষ্টেণ্ডাৰডাইজ কৰাৰ কাৰ্যসূচী গ্ৰহণ কৰিলে। উদাহৰণ স্বৰূপে ১৯৮১ চনৰ লোকপিয়লৰ কথা উনুকিয়াব পাৰি। এই লোকপিয়লত ২৬ কোটি লোকক হিন্দীভাষী হিচাপে দেখুওৱা হ'ল যাৰ অৰ্থ হ'ল ভাৰত চৰকাৰে এই ২৬ কোটি লোকে সাংবিধানিকভাৱে স্বীকৃত হিন্দী বা 'খৰিব'লি' মাতৃভাষা কয় — এই ধাৰণাৰ সৃষ্টি কৰাটো। অথচ ১৯৮১ চনৰ লোকপিয়লত (১৯৮৮ চনত প্ৰকাশ পোৱা) তথাকথিত হিন্দী বে'ল্টৰ ভোজপুৰী, ছত্তিশগড়ী, মেৱাৰী প্ৰভৃতি ৪৮ টা ভাষাক হিন্দী ভাষা হিচাপে সুমুৱাইছিল — যিবোৰ ভাষাক চৰকাৰীভাৱে 'ডায়েলেক্ট' বুলি আজিও অৱহেলা কৰা হয়। চৰকাৰী ভাষা নীতিৰ আন এটা বিপজ্জনক পৰিণতি দেখা পোৱা গৈছিল ১৯৭১ চনত। ১৯৭১ চনৰ লোকপিয়ল আয়োগক এই বুলি পৰামৰ্শ দিয়া হৈছিল যে দেশখনৰ যিবোৰ ভাষা কোৱা লোকৰ সংখ্যা দহ হেজাৰতকৈ কম সেই সকলো ভাষাক তালিকাৰ পৰা বাদ দিব লাগে। এই পৰামৰ্শৰ ফলো দেখিবলৈ পোৱা গ'ল। ১৯৭১ আৰু ১৯৮১ চনৰ লোকপিয়লত তালিকাভুক্ত মাতৃভাষাৰ (আঞ্চলিক ভাষাৰ) সংখ্যা ক্ৰমে ২২১ আৰু ১০৬টা (১৪)। কেন্দ্ৰৰ এনে ভাষানীতিয়ে নাইবা ৰাষ্ট্ৰভাষা নীতিয়ে ভাষিক বৈচিত্ৰ্যক যে ধ্বংস কৰিছে তাত কোনো সন্দেহ নাই।

১৯৬১ চনৰ লোকপিয়ল অনুসৰি ভাৰতত ভাষাৰ সংখ্যা আছিল ১৬৫২ টা। কিন্তু অষ্টম অনুসূচীত অন্তৰ্ভুক্ত ভাষাৰ সংখ্যা আজিও ওঠৰটা মাত্ৰ। অৰ্থাৎ ওঠৰটা মাতৃভাষাহে চৰকাৰী আৰু সাংবিধানিক ভাষা হিচাপে স্বীকৃত হৈছে।

আন এটা তথ্য অনুসৰি ১৯৬১ চনৰ লোকপিয়লত তালিকাভুক্ত ভাৰতৰ ১৬৫২ টা মাতৃভাষাৰ ভিতৰত ৪৭১ টা ভাষা আছিল অতি ক্ষুদ্ৰ জনগোষ্ঠীৰ কথিত ভাষা, যিবিলাকৰ কোনো কোনো ভাষা-ভাষী লোকৰ সংখ্যা পাঁচগৰাকীতকৈ অধিক নাছিল। এই চাৰিশ এসত্তৰটা ভাষাৰ অৱস্থা কি হ'ল আমি জানোনে? সুমী কৃষ্ণই উল্লেখ কৰিছিল যে ১৯৬১ চনৰ লোকপিয়লত তালিকাভুক্ত হোৱা ১,৬৫২ টা ভাষাৰ অন্ততঃ দুশ'টা ভাষাৰ প্ৰত্যেক ভাষা-ভাষী লোকৰ সংখ্যা দহ হেজাৰ নাইবা অলপ বেছি। এই ভাষাবোৰৰ কিমানটা এতিয়াও জীয়াই আছে?

আজিকালি ভাৰতৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙৰ মুখতো সঘনে শুনিবলৈ পোৱা যায় ভাৰতীয় সমাজ বহু সাংস্কৃতিক, বহুভাষিক, বহু ধৰ্মীয় বুলি। কিন্তু ভাৰত চৰকাৰে প্ৰতিদিনে অধিক জোৰ দিছে হিন্দী ভাষাক 'ৰাষ্ট্ৰভাষা' বুলি কৈ সকলো ক্ষেত্ৰতে ব্যৱহাৰ কৰাতহে। উদাহৰণস্বৰূপে দূৰদৰ্শনৰ দৰে এটা বৃহৎ ৰাজহুৱা প্ৰতিষ্ঠানক তথাকথিত ৰাষ্ট্ৰীয় কাৰ্যসূচীৰ যোগেদি হিন্দী ভাষা প্ৰচাৰৰ এটা মাধ্যমত পৰিণত কৰা হৈছে। নেহৰুৰ ত্ৰিভাষী সূত্ৰই বহুভাষিক বৈচিত্ৰ্য প্ৰতিফলিত নকৰিলে। বহুভাষিক ভাৰতক দ্বিভাষী নাইবা ত্ৰিভাষী ভাৰত কৰাতহে জোৰ দিয়া হৈছিল আৰু আজিও একেই নীতি অব্যাহত আছে। বহুভাষিকতা আৰু ইয়াৰ বৈচিত্ৰ্যক জীয়াই ৰখাৰ কাৰ্যসূচী ক'ত?

মৃত্যুৰ দুৱাৰমুখত উপনীত হোৱা অতি ক্ষুদ্ৰসংখ্যক লোকৰ মাতৃভাষাসমূহ জীয়াই ৰখাৰ নাইবা সংৰক্ষণ কৰাৰ কাৰ্যসূচী আজি কাৰো হাতত নাই। ৰাষ্ট্ৰভাষা হিন্দীৰ সম্প্ৰসাৰণৰ কাৰণে কেন্দ্ৰই যিদৰে বৃহৎ পৰিমাণৰ ৰাজহুৱা ধন ভাঙে, মৃত্যুৰ দুৱাৰমুখত বৈ থকা অতি ক্ষুদ্ৰসংখ্যক লোকৰ মাতৃভাষাবোৰ জীয়াই ৰখাৰ কাৰণে তাৰে একাংশ পৰিমাণৰ অৰ্থ ব্যয়ো ই কৰিছেনে?

আমাৰ উত্তৰ-পূৰ্বাঞ্চলতে এনে বহুসংখ্যক ভাষা আছে যিবোৰ ভাষা কোৱা লোকৰ সংখ্যা দহ লাখতকৈ কম। বৰ্তমান অসমতো বড়োৰ বাহিৰে আন বেছিভাগ জনজাতীয় ভাষা-ভাষী লোকৰ সংখ্যা দহ লাখৰ তলত। উদাহৰণস্বৰূপে মিচিং, কাৰ্বি, ৰাভা, ডিমাচা, তিৱা প্ৰমুখ্যে কেইবাটাও ভাষা-ভাষী লোকৰ সংখ্যা দহ লাখৰ তলত। সেইদৰে অৰুণাচল প্ৰদেশৰ টাংচা, নক্‌তে, বাংচু, আপাতানি প্ৰমুখ্যে কোনো এটা ভাষা-ভাষী লোকৰ সংখ্যা দহ লাখ নহয়। নাগালেণ্ড আৰু মণিপুৰত বাস কৰা কোনো এটা নগা জনগোষ্ঠীৰ ভাষা-ভাষী লোকৰ সংখ্যা দহ লাখ নহয়। অতি দুখৰ বিষয় হ'ল— এই জনগোষ্ঠীসমূহৰ ল'ৰা-ছোৱালীইঁতে ইংৰাজী আৰু হিন্দী শিকাতহে এতিয়া বেছি গুৰুত্ব দিয়ে। তেওঁলোকৰ মাতৃ-ভাষাসমূহৰ ব্যৱহাৰ ক্ৰমে হ্ৰাস পাবলৈ ধৰিছে। অৰুণাচল প্ৰদেশৰ ল'ৰা-ছোৱালীবোৰেও তেওঁলোকৰ মাতৃভাষাত শিক্ষা লাভ নকৰে। তাৰ পৰিবৰ্তে তেওঁলোকে হিন্দী আৰু ইংৰাজীক শিক্ষাৰ আৰু যোগাযোগৰ মাধ্যম হিচাপে গ্ৰহণ কৰিছে। অৰুণাচল প্ৰদেশ আৰু নাগালেণ্ডকে ধৰি উত্তৰ-পূৰ্বাঞ্চলৰ বহুতো মাতৃভাষা যে অদূৰ ভৱিষ্যতে ল'ৰ-ছোৱালীইঁতে ক'বলৈ সম্পূৰ্ণ এৰি দিব বা পাহৰি যাব তাত কোনো সন্দেহ নাই। বৰ্তমান ইংৰাজী আৰু হিন্দীৰ নীৰৱ আক্ৰমণে ব্যাপক আৰু গভীৰ ৰূপ লৈছে। আমাৰ স্কুলঘৰবোৰ দখল কৰি লৈছে ইংৰাজী তথা হিন্দী ভাষাই। এতিয়া অসমীয়া মাধ্যমৰ নতুন হাইস্কুল স্থাপন হ্ৰাস পাইছে, কিন্তু ইংৰাজী, হিন্দী মাধ্যমৰ হাইস্কুলৰ সংখ্যা ক্ষিপ্ৰগতিত বাঢ়িছে। এই ধাৰা আৰু এশ বছৰলৈ অব্যাহত থাকিলে আজিৰ অসমীয়াৰ নাতি-পৰিনাতিসকলৰ মাতৃভাষা অসমীয়া হৈ থাকিবগৈনে? অসমীয়া ভাষাক ৰাজ্যিক ভাষা হিচাপে ঘোষণা কৰা বহু বছৰ হ'ল। কিন্তু চৰকাৰী বা বেচৰকাৰী কাৰ্যালয়সমূহত অসমীয়াৰ ব্যৱহাৰ আজিও নহ'ল। তেন্তে আমাৰ ল'ৰা-ছোৱালীইঁতে অসমীয়া ভাষা শিকিবলৈ আগ্ৰহ কৰিবনে? সেয়ে পেটে পেটে ভয় হয় যে অহা এশ বছৰৰ পিছত আজিৰ এশ লাখ অসমীয়াৰ মাতৃভাষাটো দহ লাখৰ মাতৃভাষা

নহ'বগৈতো?

একোটা ভাষা বেছিসংখ্যক লোকৰ মাজত জনপ্ৰিয় হ'বলৈ আৰু সেই ভাষাটোৱে দীৰ্ঘায়ু লাভ কৰিবলৈ হ'লে ভাষাটোৱে সময় আৰু সমাজ-সংস্কৃতিৰ অনুকূলতা সাপেক্ষে নিজকে সংস্কাৰ সাধন কৰিব পাৰিব লাগিব। হিন্দী ভাষাৰ আজি মিজোৰাম, অৰুণাচল প্ৰদেশ আদি আচুতীয়া অঞ্চলতো বহুল ব্যৱহাৰ সম্ভৱ হৈছে এই ভাষা কওঁতে ইংৰাজী নাইবা আন ভাষাৰ শব্দ প্ৰয়োগ কৰাত কোনো বাধা নথকাৰ বাবেই। বিশেষকৈ ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যমসমূহে আজি হিন্দীক এনেদৰে ব্যৱহাৰ কৰাত ভাষাটোৰ গ্ৰহণযোগ্যতা আৰু জনপ্ৰিয়তা বাঢ়িছে। দিল্লীত এতিয়া হিংলিছৰ (হিন্দী আৰু ইংৰাজী মিহলি ভাষা) সৰ্বাধিক জনপ্ৰিয়তা। চুবুৰীয়া বাংলা ভাষাৰো যথেষ্ট সলনি হোৱা দেখিবলৈ পাইছো। ইংৰাজী, হিন্দী আদি শব্দৰ প্ৰয়োগৰ বাবে বাংলা ভাষাই দুৱাৰ খোলা ৰাখিছে। অসমীয়াই কি পথ ল'ব— ছবিখন এতিয়াও স্পষ্ট হোৱা নাই। বানানৰ বিষয়তআজিও সাৰ্বজনীন মত বা তথাকথিত প্ৰামাণ্য গ্ৰন্থৰ অভাৱত প্ৰচাৰ মাধ্যমসমূহকে ধৰি সৰ্বত্ৰ বিভ্ৰান্তি দেখিবলৈ পোৱা গৈছে। দীৰ্ঘ বিবৰ্তনৰ মাজেদি অসমীয়াই আধুনিক ৰূপটো লাভ কৰিছে। আমাৰ পূৰ্বপুৰুষসকলে পৰিবৰ্তনক স্বীকাৰ কৰি ল'ব জানিছিল কাৰণেই অসমীয়া ভাষা জীয়াই থাকিল, শ্ৰীবৃদ্ধি হ'ল। এই বাটটো আমি ভেটা দিব নালাগে।

ভাষাৰ বিষয়ত ফৰাচীসকল ৰক্ষণশীল বুলি বিখ্যাত। তেওঁলোকে আন ভাষাৰ শব্দ ব্যৱহাৰক এক অপৰাধ বুলি গণ্য কৰে। ফৰাচী ভাষাৰ মাজত কোনো ইংৰাজী শব্দৰ ব্যৱহাৰ কৰাটো চৰকাৰীভাৱে নিষিদ্ধ কৰা হৈছে। ব্যৱহাৰযোগ্য ফৰাচী শব্দ নাথাকিলেহে ইংৰাজী শব্দৰ ব্যৱহাৰৰ অনুমতি দিয়া হৈছে। তৎসত্ত্বেও কিন্তু ইংৰাজী শব্দৰ ব্যৱহাৰে জনপ্ৰিয়তা লাভ নকৰাকৈ থকা নাই। উদাহৰণস্বৰূপে ফৰাচীসকলে ইংৰাজী 'কম্পিউটাৰ' শব্দটোকেই ব্যৱহাৰ কৰি ভাল পায়, যদিও কম্পিউটাৰক ফৰাচী ভাষাত 'অৰ্ডিনেটৰ' (Ordinateur) বুলিহে কোৱা হয়।

ডেভিদ ক্ৰিস্টলে কৈছে — মানুহবোৰে তেওঁলোকৰ নিজৰ ভাষাটো সলনি হোৱা দেখি যেতিয়া চিন্তিত হয় আৰু কয় — 'আমাৰ ভাষাটো সলনি হৈছে বা বেয়াৰ ফালে গতি কৰিছে' মই কওঁ যে ভাষাৰ সলনি হৈছে সঁচা কিন্তু বেয়াৰ ফালে গতি কৰিছে, সেইটো সঁচা নহয়। ভাষাটো সমৃদ্ধ হৈছে। ভাষাটোত পূৰ্বে যি আছিল তাত যোগ হৈ ই অতিৰিক্তভাৱে সমৃদ্ধ কৰিছে আৰু ইয়াৰ প্ৰমাণ হিচাপে ইংৰাজী ভাষাত কি ঘটিছে তালৈ লক্ষ্য কৰিলেই হ'ল। যোৱা এহেজাৰ বছৰত ইংৰাজী ভাষাই ৩৫০ টা বেলেগ ভাষাৰ পৰা শব্দ ধাৰ কৰিছে। ইয়াৰ ফলত ইংৰাজী এটা জাৰ্মানমূলৰ (জাৰ্মেনিক) ভাষা হোৱা সত্ত্বেও কিন্তু ইয়াৰ আশী শতাংশ শব্দই জাৰ্মানমূলৰ নহয়; বৰং সেইবোৰ ফৰাচী, লেটিন, স্পেনিছ, পৰ্টুগিজ ভাষাৰ শব্দ। .... ভাষাৰ পৰিবৰ্তন নোহোৱা হ'লে শ্বেইক্সপীয়েৰৰো কেতিয়াও জন্ম নহ'লহেঁতেন, কাৰণ শ্বেইক্সপীয়েৰৰ অসীম সৃষ্টি ক্ষমতা প্ৰকাশ পাইছিল জাৰ্মান, ফৰাচী, লেটিনমূলৰ শব্দবোৰৰ ব্যৱহাৰত আৰু তেওঁৰ সকলো চৰিত্ৰই এই ভাষা বিভিন্ন পৰ্যায়ত ব্যৱহাৰ কৰাত, আৰু সেইটো ঘটিব নোৱাৰিলেহেঁতেন যদিহে ইংৰাজীয়ে আনবোৰ ভাষাৰ পৰা শব্দ অন্তৰ্ভুক্ত

নকৰিলেহেঁতেন' (১৫)।

ইউ এছ নিউজ বৰ্ল্ড ৰিপৰ্টত জেৰাল্ড পাৰ্শ্বেলে লিখিছে যে ইংৰাজী অভিধানত থকা প্ৰতি চাৰিটা শব্দৰ ভিতৰত তিনিটা শব্দই বিদেশী (স্পেন, জানুৱাৰী, ১৯৯৬)। আমাৰ সন্মুখত তিয়া দুটা পথ আছে — এটা যথাৰীতি ৰক্ষণশীল পথ আনটো পৰিবৰ্তনকামী ইংৰাজী ভাষাৰ পথ। আমি কোনটো পথ বাছি ল'ব লাগে সেই সিদ্ধান্ত লোৱাৰ সময় সমাগত।



# বিশ্ব ভাষাৰ ৰূপত ইংৰাজী

বিখ্যাত ভাষাবিজ্ঞানী ডেভিড ক্রিষ্টলে তেওঁৰ একাধিক গ্ৰন্থত ইংৰাজী ভাষাই বৰ্তমান কিয় বিশ্ব ভাষাৰ ৰূপ তথা মৰ্যাদা লাভ কৰিছে, ইংৰাজীৰ বাহিৰে আন ভাষাৰ বিশ্ব ভাষা হ'ব পৰাৰ সামৰ্থ্য নাই কিয়, বিশ্ব ভাষাৰ মৰ্যাদা লাভ কৰিবলৈ কি কি গুণৰ আৱশ্যক এনে ধৰণৰ নানান বিষয়ে বিস্তৃত আলোচনা আগবঢ়াইছে। তেওঁৰ 'English as a Global Language' (প্ৰথম প্ৰকাশ ১৯৯৭) গ্ৰন্থত আৰু পিছত 'Language Revolution' গ্ৰন্থত এইবোৰ বিষয়ৰ বিশ্লেষণে ভাষাতত্ত্বক এক সৰস-সুন্দৰ বিষয় হিচাপে দাঙি ধৰাৰ লগতে ভাষা-সংস্কৃতিৰ বিষয়ে চিন্তাৰ নতুন দিগন্ত উন্মোচন কৰিছে। আন বিষয়ৰ লগতে এহাতে ইংৰাজী ভাষাই বিশ্ব ভাষাৰ (Global Language) ৰূপ লাভ কৰা আৰু আনহাতে, বিশ্বৰ অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ ভাষা ৰক্ষা কৰাৰ চিন্তাই তেওঁৰ গৱেষণাবোৰত প্ৰাধান্য লাভ কৰিছে। তেওঁ দাঙি ধৰা তথ্য অনুসৰি বৰ্তমান বিশ্বৰ ৭৪ খনৰো অধিক ৰাষ্ট্ৰত ইংৰাজী ভাষা প্ৰথম ভাষা নাইবা দ্বিতীয় ভাষা হিচাপে ব্যৱহৃত হৈ আছে আৰু বছৰে বছৰে অন্যান্য দেশত ইংৰাজীৰ জনপ্ৰিয়তা বাঢ়িবলৈ ধৰিছে। চীন ৰাছিয়া, গ্ৰীচ, জাপান আদি দেশবোৰতো ইংৰাজীৰ ব্যৱহাৰ আৰু জনপ্ৰিয়তা বাঢ়িছে যাৰ ফলত অতিৰিক্ত প্ৰায় এশ কোটি লোকৰ মাজলৈ ইংৰাজী ভাষাৰ সম্প্ৰসাৰণ ঘটিছে। বিশ্বৰ পাঁচখন মহাদেশতে এই ভাষা বিস্তৃত।

এক বিশ্ব ভাষা হ'ব পৰাকৈ ইংৰাজীয়ে সামৰ্থ্য ক'ৰ পৰা পালে? এই প্ৰশ্নৰ উত্তৰ দিছে ক্ৰিষ্টলে। উল্লেখ্য যে কুৰি শতিকাৰ ৫০ ৰ দশকলৈকে ইংৰাজী পৰৱৰ্তী ৫০ বছৰৰ ভিতৰত বিশ্ব ভাষা হ'ব বুলি কোনেও ভবা নাছিল। ইয়াৰ কাৰণো স্পষ্ট। যি ইংৰাজ জাতিয়ে ইয়াৰ সাম্ৰাজ্য বিস্তাৰৰ যোগেদি ইংৰাজী ভাষাৰ সম্প্ৰসাৰণ ঘটাইছিল সেই ইংৰাজ সাম্ৰাজ্যৰ বেলিমাৰ গৈছিল দ্বিতীয় বিশ্বযুদ্ধৰ পিছত। এছিয়া আৰু আফ্ৰিকাৰ ব্ৰিটিছ ঔপনিবেশিক দেশসমূহ এখনৰ পিছত এখনকৈ স্বাধীন হ'বলৈ ধৰিছিল। ব্ৰিটিছ সাম্ৰাজ্যৰ পতনে ইংৰাজী ভাষাৰ ব্যৱহাৰ আৰু গুৰুত্বও হ্ৰাস কৰিব বুলিহে আশংকা কৰা হৈছিল। কিন্তু কাৰ্যতঃ ইয়াৰ বিপৰীতটোহে ঘটিল। ব্ৰিটিছ সাম্ৰাজ্যৰ পতনৰ পিছত আমেৰিকান সাম্ৰাজ্যৰ উত্থান ঘটিল। বৰ্তমান যি ক্ষিপ্ৰতাৰে ইংৰাজীয়ে বিশ্ব ভাষাৰ স্থান লাভ কৰিছে তাৰ কাৰণ প্ৰধানকৈ আমেৰিকাৰ অগ্ৰগতি। আৰ্থিক, সামৰিক, বাণিজ্যিক, বৈজ্ঞানিক, প্ৰযুক্তি, সাংস্কৃতিক আৰু বৌদ্ধিক ক্ষেত্ৰবোৰত আমেৰিকাৰ অগ্ৰগতি আৰু সম্প্ৰসাৰণ অপ্ৰতিৰোধ্য হৈ পৰিল। ক্ৰিষ্টলে উল্লেখ কৰিছে যে ৰাজনৈতিক ক্ষমতা বিশেষকৈ সামৰিক ক্ষমতাৰ বলতহে একোটা ভাষাই আন্তঃৰাষ্ট্ৰীয় ভাষা হিচাপে প্ৰতিষ্ঠিত হ'ব পাৰে। দুহেজাৰ বছৰ ধৰি মধ্যপ্ৰাচ্যত গ্ৰীক ভাষা আন্তৰ্ৰাষ্ট্ৰীয় যোগাযোগৰ ভাষাত পৰিণত হৈছিল কিয়? প্লেটো, এৰিষ্টোটল প্ৰমুখ্যে দাৰ্শনিক-পণ্ডিতসকলৰ কাৰণে নিশ্চয়

নহয়। ইয়াৰ কাৰণ আছিল আলেক্সজেণ্ডাৰ দ গ্ৰেটৰ তৰোৱাল, যাঠি আদিৰে সজ্জিত সশস্ত্ৰ বাহিনী। লেটিন ভাষা সমগ্ৰ ইউৰোপবাসীয়ে জানিছিল কিয়? ৰোমান সাম্ৰাজ্যৰ বৃহৎ সৈন্য বাহিনীয়ে ইয়াৰ উত্তৰ দিব।.... স্পেনিছ, পৰ্তুগীজ আৰু ফৰাচী ভাষা উত্তৰ আৰু দক্ষিণ আমেৰিকা, আফ্ৰিকা আৰু দূৰ প্ৰাচ্যলৈকে গ'ল কিয়? নৱজাগৰণ বা ৰেনেছাঁচ যুগৰ ৰজা-ৰাণীসকলৰ ঔপনিবেশিক নীতি আৰু সেই নীতিসমূহ স্থল সেনা আৰু নৌ বানিহীয়ে যেনেকৈ বিশ্বজুৰি কঠোৰভাৱে প্ৰয়োগ কৰিছিল সেই বিষয়ে অধ্যয়ন কৰিলেই জানিব পাৰি। বিশ্ব ভাষাৰ ইতিহাস অমি বিচাৰি পাওঁ সেনা বাহিনী, নাবিকৰ দল আদিৰ সফল অভিযানবোৰৰ মাজত। ইংৰাজী ভাষা ইয়াৰ ব্যতিক্ৰম নাছিল (১)।

ইংৰাজী ভাষাৰ উৎসসমূহ আৰু শ্ৰীবৃদ্ধিৰ কাহিনীও এই ক্ষেত্ৰত লক্ষ্য কৰিবলগীয়া। সম্ভৱতঃ ইংৰাজী ভাষাৰ দৰে বিশ্বৰ আন কোনো ভাষাই ইমান গতিশীল আৰু পৰিবৰ্তনশীল হ'ব পৰা নাই। পঞ্চম শতিকাত উত্তৰ ইউৰোপৰ পৰা ব্ৰিটিছ দ্বীপসমূহত ইয়াৰ আগমনৰ সময়ত ৱেলছৰ বিভিন্ন অঞ্চল, কৰ্ণৱাল, কাম্ব্ৰিয়া আৰু দক্ষিণ স্কটলেণ্ড আদিত বিস্তৃতি ঘটিছিল। ১০৬৬ ত নৰ্মান আক্ৰমণৰ পিছত ইংলেণ্ডৰ বহুতো উচ্চ শ্ৰেণীৰ লোক স্কট্‌লেণ্ডলৈ পলায়ন কৰিছিল যিসকলক স্কট্‌লেণ্ডবাসীয়ে আদৰণি জনাইছিল। ইয়াৰ ফলত ইংৰাজী ভাষাৰ সমগ্ৰ স্কটলেণ্ডত সম্প্ৰসাৰণ ঘটে। এংলো-নৰ্মান নাইট (অভিজাত সৈনিক)সকলে দ্বাদশ শতিকাত আইৰিছ সাগৰত অভিযান চলাইছিল আৰু আয়াৰলেণ্ড ব্ৰিটিছ শাসনাধীন হৈ পৰিছিল। ইয়াৰ পিছত তিনিশ বছৰ ধৰি ইংৰাজীৰ সম্প্ৰসাৰণ ঘটা নাছিল। ষষ্ঠদশ শতিকাৰ শেষ ভাগলৈ মাতৃভাষা হিচাপে ইংৰাজী কোৱা লোকৰ সংখ্যা ৫০ লাখৰ পৰা ৭০ লাখৰ ভিতৰত আছিল আৰু তেওঁলোকৰ সকলো ব্ৰিটিছ দ্বীপসমূহৰ বাসিন্দা আছিল। কিন্তু ১৬০৩ত ৰাণী প্ৰথম এলিজাবেথৰ পৰা ১৯৫২ত ৰাণী দ্বিতীয় এলিজাবেথৰ শাসনৰ আৰম্ভ কালছোৱালৈকে ইংৰাজীভাষী লোকৰ সংখ্যা ৫০ গুণ বৃদ্ধি হৈ ২৫ কোটি হৈছিল আৰু ইয়াৰ বেছিসংখ্যক লোকেই বাস কৰিছিল ব্ৰিটিছ দ্বীপসমূহৰ বাহিৰত। এই লোকসকলৰ বেছিভাগেই আছিল উত্তৰ-আমেৰিকাৰ। এই সময়ছোৱাত কানাডা, ৱেষ্ট ইণ্ডিজ, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড, দক্ষিণ আফ্ৰিকা, দক্ষিণ এছিয়া, পূৰ্বৰ ঔপনিবেশিক আফ্ৰিকাৰ দেশসমূহ, দক্ষিণ-পূব এছিয়া আৰু দক্ষিণ প্ৰশান্ত মহাসাগৰীয় দেশসমূহ আদি বিশ্বৰ পাঁচখন মহাদেশত ইংৰাজীৰ সম্প্ৰসাৰণ ঘটে। লেটিন ভাষাৰ মৃত্যু হ'ল কিন্তু সৰহসংখ্যক লেটিন শব্দ বুকুত লৈ থাকিল ইংৰাজীয়ে। সেইদৰে বেছিভাগ অনা-ইংৰাজী শব্দক লৈ গঢ়ি উঠিছে এই ভাষা। যোৱা এহেজাৰ বছৰত ইংৰাজী ভাষাই ৩৫০ টাঅনা-ইংৰাজী ভাষাৰ পৰা শব্দ ধাৰ কৰিছে। বৰ্তমান ইংৰাজীৰ ৮০ শতাংশ শব্দই লেটিন, ফৰাচী, স্পেনিছ, পৰ্তুগীজ আদি ভাষাসমূহৰ পৰা লোৱা। ভাৰতীয় ভাষাৰো বহুতো শব্দ বৰ্তমান ইংৰাজী ভাষাত ব্যৱহাৰ কৰিবলৈ লোৱাত ভাৰতীসকল উৎসাহিত হৈছে।

১৭৯৭ ত ইষ্ট ইণ্ডিয়া কোম্পানীৰ এগৰাকী সঞ্চালক আৰু কৰ বছৰ ধৰি ইয়াৰ অধ্যক্ষৰ (চেয়াৰমেন) পদত থকা চাৰ্লছ গ্ৰাণ্ট চাহাবে মেকলেৰ সুৰতে কৈছিল ---

'আমাৰ নীতি আৰু ভাষা য'লৈকে যায় আমাৰ বাণিজ্যও তালৈকে যাব' (২)। ব্ৰিটিছ সাম্ৰাজ্যৰ পতন ঘটিল, কিন্তু বাণিজ্য আৰু যোগাযোগ বাঢ়িলহে। বিশেষকৈ দ্বিতীয় বিশ্বযুদ্ধৰ পিছত আমেৰিকাৰ অদ্বিতীয় বিশ্ব শক্তিৰ ৰূপত উত্থান ঘটে। আমেৰিকাৰ বাণিজ্য, জ্ঞান-বিজ্ঞান আৰু ইয়াৰ সৈতে যোগাযোগ আৰু সম্পৰ্ক বিশ্বৰ কোনো দেশেই অস্বীকাৰ কৰিব নোৱাৰিলে। আমেৰিকা হৈ পৰিল বিশ্বৰ যিকোনো লোকৰেই সপোন। বৰ্তমান কম্পিউটাৰ আৰু ইণ্টাৰনেট অথবা 'ডট্ কম'ৰ যুগ; ইও আমেৰিকাৰ অবদান। সেয়ে ইণ্টাৰনেটৰ প্ৰধান ভাষাও ইংৰাজী। ক্ৰিষ্টলে কিছু ৰগৰ কৰি সুধিছে— বিল গেট্‌ছ আমেৰিকান নহৈ চীনাভাষী হোৱা হ'লে কি হ'লহেঁতেন?

একালৰ ব্ৰিটিছ উপনিবেশ ভাৰতৰ দৰে দেশত ইংৰাজী এটা চৰকাৰী ভাষা হিচাপে স্বীকৃত হ'লেও ইংৰাজী ভাষাক কেন্দ্ৰ কৰি বিতৰ্কৰ অন্ত পৰা নাই। ইংৰাজীক দেশৰ শাসক এলিট শ্ৰেণীয়ে আদৰি লৈছে যদিও উত্তৰ প্ৰদেশ প্ৰমুখ্যে হিন্দীভাষী ৰাজ্যসমূহত শাসক দলৰ পক্ষৰ পৰাই 'ইংৰাজী হটাও' ধ্বনি উচ্চাৰিত হৈ আহিছে। ১৯৬০ ৰ দশকত বাওঁপন্থী নেতা-বুদ্ধিজীৱী ৰাম মনোহৰ লোহিয়াই 'অংৰেজী হটাও' ধ্বনি দিছিল আৰু এই ধ্বনিৰ অনুৰণন আজিও 'হিন্দী হাৰ্টলেণ্ড'ত শুনিবলৈ পোৱা যায়। হিন্দীভাষী ৰাজ্যসমূহত হিন্দুত্বৰ সমৰ্থক দল-সংগঠনবোৰেও ইংৰাজী ব্যৱহাৰ আৰু সম্প্ৰসাৰণৰ বিৰোধী। ইয়াৰ এটাই প্ৰধান কাৰণ, তেওঁলোকে ৰাষ্ট্ৰভাষা হিন্দীৰ সম্পূৰ্ণ প্ৰয়োগ আৰু সম্প্ৰসাৰণ হোৱাটো বিচাৰে। শাসক এলিট শ্ৰেণী, সেনা বাহিনীৰ বিষয়া, প্ৰশাসনীয় বিষয়া আদিসকলে ইংৰাজীৰ সমৰ্থন কৰিলেও তেওঁলোক প্ৰধানকৈ হিন্দীভাষী ৰাজ্যৰ হোৱা হেতুকে হিন্দীৰ সৈতে তেওঁলোকৰ কোনো ধৰণৰ বিৰোধ দেখা নাযায়। কিন্তু দক্ষিণ ভাৰত, উত্তৰ-পূৰ্বাঞ্চল, পশ্চিমবংগ, উৰিষ্যা প্ৰমুখ্যে অহিন্দীভাষী অঞ্চল তথা ৰাজ্যসমূহে হিন্দীভাষী ৰাজ্যসমূহৰ 'অংৰেজী হটাও' ধ্বনিৰ বিৰোধিতা কৰি আহিছে। 'অংৰেজী হটাও' ধ্বনিৰ অঘোষিত লক্ষ্য হ'ল হিন্দী সম্প্ৰসাৰণবাদ। এনে হিন্দী সম্প্ৰসাৰণবাদৰ পৰা হ'ব পৰা বিপদৰ কথা অহিন্দীভাষী ৰাজ্যবোৰে ভালদৰেই জানে। বিংশ শতিকাৰ ৬০ ৰ দশকত হিন্দী সম্প্ৰসাৰণবাদৰ বিৰুদ্ধে তামিলনাডুত ব্যাপক হিংসাত্মক আন্দোলন হৈছিল। প্ৰধানমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীয়েও হিন্দীক একমাত্ৰ ৰাষ্ট্ৰভাষা হিচাপে প্ৰয়োগ কৰাৰ সমৰ্থন কৰিছিল। ডি এম কেৰ নেতা চি এন আন্নাডুৰইয়ে দিল্লীৰ কেন্দ্ৰীয় চৰকাৰৰ ওচৰত এইবুলি যুক্তি দৰ্শাইছিল যে আপুনি তামিল নাইবা ইংৰাজী ক'লেও ভাল ভাৰতীয় হ'ব পাৰে। দিল্লীৰ চৰকাৰে তেওঁৰ এনে যুক্তি মানি নলৈ এইবুলি কৈছিল যে যিসকলে হিন্দী কয় আৰু লিখে তেওঁলোকহে ভাল দেশপ্ৰেমী। শাস্ত্ৰীৰ নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰে ১৯৬৫ চনৰ ২৬ জানুৱাৰীত হিন্দীক চৰকাৰী ভাষা হিচাপে প্ৰয়োগ কৰাৰ সিদ্ধান্ত লোৱাত তামিলনাডুত ব্যাপক হিংসাত্মক প্ৰতিবাদ আৰম্ভ হয় (৩)। উল্লেখ্য যে চৰকাৰৰ হিন্দী সম্প্ৰসাৰণবাদী সিদ্ধান্তই কংগ্ৰেছ দলটোত প্ৰবল বিসম্বাদৰ সৃষ্টি কৰিছিল। মোৰাৰজী দেশাই, গুলজাৰিলাল নন্দ প্ৰমুখ্যে নেতাসকলে চৰকাৰৰ সিদ্ধান্তৰ সমৰ্থন কৰিছিল কিন্তু এছ নিজালিংগাপ্পা, অতুল্য ঘোষ,

সঞ্জীৱ ৰেড্ডী, কে কামৰাজ প্ৰমুখ্যে নেতাসকলে হিন্দী জাপি দিয়াৰ বিৰোধিতা কৰিছিল। ব্যাপক অশান্তি আৰু অস্থিৰতাৰ ফলত প্ৰধানমন্ত্ৰী শাস্ত্ৰীয়ে পূৰ্বৰ সিদ্ধান্ত সলনি কৰে আৰু 'দুখজনক ঘটনাবোৰ'ৰ বাবে দুখ প্ৰকাশ কৰে। তেওঁৰ চৰকাৰে কেতবোৰ গুৰুত্বপূৰ্ণ নতুন সিদ্ধান্ত লয় আৰু সেই অনুসৰি ৰাজ্যসমূহে ইচ্ছানুসৰি তেওঁলোকৰ স্থানীয় বা আঞ্চলিক ভাষাক চৰকাৰী ভাষা হিচাপে ব্যৱহাৰ কৰিব পাৰিব আৰু হিন্দীৰ বিকল্প হিচাপে ইংৰাজী ভাষাকো চৰকাৰী ভাষা হিচাপে স্থান দিয়া হ'ল। শাস্ত্ৰীৰ চৰকাৰে জৱাহৰলাল নেহৰুৰ সিদ্ধান্ত আৰু পৰামৰ্শক সঠিকভাৱে গ্ৰহণ কৰিব নিবিচৰাৰ ফলতে যে দেশজুৰি অশান্তিৰ সৃষ্টি হৈছিল সেই কথা পিছত ধৰা পৰিছিল। পণ্ডিত নেহৰুৱে অনুমোদন কৰা ১৯৬৩ চনৰ চৰকাৰী ভাষা আইনত এইবুলি উল্লেখ কৰা হৈছিল যে ১৯৬৫ চনৰ পৰা চৰকাৰী ভাষা হিচাপে হিন্দীৰ লগতে ইংৰাজী ভাষা ব্যৱহাৰ কৰিবও পাৰিব (English 'may' still be used along with Hindi)। নেহৰুৱে ব্যৱহাৰ কৰা 'may' শব্দটোৱেই সমস্যাৰ সৃষ্টি কৰিছিল। নেহৰুৱে 'may' বুলি কোৱাৰ অৰ্থ আছিল 'shall', কিন্তু হিন্দী সম্প্ৰসাৰণবাদী আন কংগ্ৰেছী নেতাসকলে ইয়াৰ অৰ্থ কৰিলে হিন্দীৰ লগত ইংৰাজী ব্যৱহাৰ নকৰিবও পাৰে (congressmen thought it actually meant 'may not') বুলি। এই ঘটনাৰ পাছতো কিন্তু 'হিন্দী হাৰ্টলেণ্ড'ৰ নেতাসকলে হিন্দী সম্প্ৰসাৰণবাদী নীতি নাইবা দৃষ্টিকোণ পৰিহাৰ নকৰিলে। আজিৰ 'অংৰেজী হটাও' ধ্বনিত থকা অঘোষিত উদ্দেশ্য হ'ল হিন্দীক একমাত্ৰ ৰাষ্ট্ৰভাষা হিচাপে জাপি দিয়া। তামিলনাডুৰ মুখ্যমন্ত্ৰী হিচাপে ১৯৯০চনত এম কৰুণানিধিয়ে সতৰ্কবাণী কৰিছিল এইবুলি — 'ইংৰাজী ভাষাই আমাক বৰ্মৰ দৰে ৰক্ষণাবেক্ষণ দি আহিছে, ইয়াক যদি আঁতৰ কৰা হয় তেন্তে হিন্দী ভাষাৰ তৰোৱালখনে আমাক কাটি টুকুৰা টুকুৰ কৰিব' (If English, which protects us like a shield, is banished, the Hindi shord will cut us to pieces) (ৰাজেশ্বৰী সুন্দৰৰাজনৰ 'Fixing English : Nation, Language, Subject' প্ৰবন্ধত উদ্ধৃত (৪)।

ইংৰাজী ভাষা-বিৰোধী 'অংৰেজী হটাও' ধ্বনিৰ সমৰ্থকসকলে ইংৰাজীক ঔপনিবেশিকশাসকৰ ভাষা হিচাপে দেখুৱাই ইয়াক চৰকাৰী ভাষা হিচাপে প্ৰচলনৰ বিৰুদ্ধে দিয়া ধ্বনিক জাতীয়তাবাদী (ৰাষ্ট্ৰীয়তাবাদী), দেশপ্ৰেমমূলক ধ্বনি হিচাপে দেখুৱাবলৈ চেষ্টা কৰি আহিছে। তেওঁলোকৰ মতে, ইংৰাজী ব্যৱহাৰ ৰাষ্ট্ৰ বিৰোধী (anti-national) কাৰ্য। কিন্তু হিন্দী সম্প্ৰসাৰণবাদীৰ এনে জাতীয়তাবাদী বা দেশপ্ৰেমৰ সমৰ্থন অহিন্দীভাষী ৰাজ্যবোৰে নকৰে কিয়নো তেওঁলোকৰ কাৰণে বৰ্তমান ইংৰাজী ভাষা ঔপনিবেশিক চৰিত্ৰৰ পৰিবৰ্তে এক 'ৰক্ষা কবচ'। বৰং হিন্দীৰ সম্প্ৰসাৰণবাদহে প্ৰভুত্বমূলক (hegemonic) চৰিত্ৰৰ।

উন্নয়নশীল তৃতীয় বিশ্বৰ আৰু বিশেষকৈ পূৰ্বতে ব্ৰিটিছ ঔপনিবেশিক শাসনাধীন হোৱা স্বাধীন ৰাষ্ট্ৰত আঞ্চলিক প্ৰাদেশিক, ভাষা-ভাষীৰ কাৰণে ইংৰাজী ভাষা 'ৰক্ষা কবচ' হিচাপে পৰিগণিত হোৱাটো বিশ্ব ভাষা হৈ পৰা ইংৰাজীৰ এটা নতুন ভূমিকা। ভাৰতৰ

বাহিৰে বিশ্বৰ আন কোনো দেশত ইংৰাজীৰ এনে 'ৰক্ষা কবচ'ৰ ভূমিকা আছে নে নাই সেইটো বিচাৰ কৰিবলগীয়া বিষয়। ইংৰাজীয়ে যে পূৰ্বতকৈ বৰ্তমান অধিক গ্ৰহণযোগ্যতা আহৰণ কৰিছে তেনে এখন ছবি দেখা পোৱা গৈছে।

উত্তৰঔপনিবেশিক চিন্তাধাৰাৰ এগৰাকী গুৰু ফ্ৰাঞ্জ্ ফেননে তেওঁৰ 'ব্লেক স্কিন, হোৱাইট মাস্ক' গ্ৰন্থত এই মন্তব্য আগবঢ়াইছে যে এটা ভাষাৰ ব্যৱহাৰ কৰা মানে হ'ল এটা সংস্কৃতিক মানি লোৱা (to assume a culture)। সেই ফালৰ পৰা কোনো এটা মাতৃভাষাৰ পৰা বিচ্ছিন্ন হোৱাৰ অৰ্থ হ'ব কোনো মূল সংস্কৃতিৰ সৈতে সম্পৰ্ক হেৰুওৱা যিটো অতিক্ষতিকাৰক। ব্ৰিটিছ সাম্ৰাজ্যৰ ঔপনিবেশসমূহ শাসন কৰাৰ ক্ষেত্ৰত ইংৰাজী ভাষাক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল আফ্ৰিকা, এছিয়াৰ দেশবোৰত যাৰ যোগেদি মাতৃভাষাসমূহক অবদমন কৰা হৈছিল। এনে ধৰণৰ অতি ভয়াবহ অভিজ্ঞতা সত্ত্বেও পৰৱৰ্তী কালৰ উত্তৰ ঔপনিবেশিক লেখকসকলৰ বহুতে ইংৰাজী ভাষাৰ বিৰোধিতা কৰা নাই। এলেকে ব'য়েমাৰে লিখিছে যে এন্‌গুগি ৱা থিয়ংগ' ঔপনিবেশিক শাসকৰ ভাষাক স্বৰাজোত্তৰ কালত ব্যৱহাৰ কৰাৰ ঘোৰ বিৰোধী আছিল। থিয়ংগ'ৰ লিখনিসমূহত ইংৰাজী ভাষাই প্ৰতিনিধিত্ব কৰা আধ্যাত্মিক পৰাধীনতাক বাধা দিয়াৰ বাণী উচ্চাৰিত হৈছে। তেওঁৰ বাবে ঔপনিবেশিক শাসকৰ ভাষাই এতিয়াও ঔপনিবেশিক প্ৰমূল্যসমূহ ধৰি ৰাখিছে আৰু সেয়ে ই অভিব্যক্তিক বাধা দিয়ে আৰু সাংস্কৃতিকভাৱে হীনমন্যতা দীৰ্ঘস্থায়ী কৰে। ইংৰাজীক সেয়ে তেওঁ সম্পূৰ্ণভাৱে বৰ্জন কৰা উচিত বুলি দাবী কৰে। ১৯৭৯ৰ পৰা থিয়ংগ'ই ইংৰাজী সাহিত্যৰ এক মাধ্যম হিচাপে গ্ৰহণ কৰাৰ বিৰোধিতা কৰি আহিছে আৰু তেওঁৰ মাতৃভাষা গিকুইউৰ ওচৰলৈ ঘূৰি গৈছে। থিয়ংগ'ই ভাষাৰ বিষয়ত গ্ৰহণ কৰা এই দৃষ্টিভংগী সাহিত্যৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিছে। তেওঁ সেয়ে আফ্ৰিকান সাহিত্যত ইউৰোপ কেন্দ্ৰিক দৃষ্টিভংগীৰ বিৰোধিতা কৰিছে চিনৱেইজু প্ৰমুখ্যে সমালোচকসকলৰ সমৰ্থনতে (৫)। ব'য়েমাৰে উল্লেখ কৰিছে যে উপনিবেশবোৰে স্বাধীনতা লাভ কৰাৰ সময়ৰে পৰা ভাষাক ঔপনিবেশিকতামুক্ত (decolonizing language) কৰাৰ বিষয়ত বিতৰ্কৰ সূচনা হৈছে আৰু এই ক্ষেত্ৰত থিয়ংগ'ৰ দৃষ্টিভংগীক কষটি শিল হিচাপে দাঙি ধৰা হৈছে। বহুতে ক'ব খোজে যে ইংৰাজী ভাষা ঔপনিবেশিক পৰাধীনতাৰ প্ৰতীক আৰু সেয়ে এই প্ৰশ্ন উত্থাপিত হ'ব পাৰে : ইংৰাজী ভাষাত লিখি লেখকসকলে উত্তৰ ঔপনিবেশিক সমাজৰ লোকসকলৰ হৈ মাত মতাৰ দাবী কৰিব পাৰেনে?

বৰ্তমান বেছি ভাগ এছিয়ান তথা আফ্ৰিকান ইংৰাজী লেখকেই বিশ্বাস কৰে যে তেওঁলোকে ইংৰাজীত লিখিও ইংৰাজী নোহোৱা স্বদেশীসকলৰ হৈ মাত মাতিব পাৰে। তেওঁলোকৰ এনে বিশ্বাসৰ ভিত্তিও নিশ্চয় আছে। উপমন্যু চেটাৰ্জীয়ে তেওঁৰ 'ইংলিছ অগষ্ট' (Englsh August) উপন্যাসত লিখিছে যে ইংৰাজী হ'ল ঔপনিবেশিক শাসনে এৰি থৈ যোৱা এবেহা যাক আমি পেলাব নোৱাৰো। ব'য়েমাৰে উল্লেখ কৰিছে বিশ্বায়ন হোৱা সংস্কৃতিৰ প্ৰভাৱৰ পৰা হাত সৰাটো অসম্ভৱ বি বিশ্বায়নৰ ক্ষেত্ৰত আংশিকভাৱে

হ'লেও ঔপনিবেশিকতাবাদৰ অৱদান আছে। নাইজেৰিয়ান লেখক চিনুৱা আচেবেই যোৱা কুৰি শতিকাৰ ষাঠিৰ দশকতেই ইংৰাজীত লিখিবলৈ লোৱাৰ যুক্তিযুক্ততাৰ কথা ঘোষণা কৰিছিল। ইয়াৰ প্ৰথম কাৰণ হিচাপে তেওঁ উল্লেখ কৰিছিল যে ইংৰাজী নাইজেৰিয়াৰ ৰাষ্ট্ৰীয়ভাৱে যোগাযোগকাৰী উমৈহতীয়া ভাষা (linguafranca) যি ভাষাই দুশতকৈ বেছি স্বদেশী ভাষাৰ দেশ নাইজেৰিয়াৰ ৰাষ্ট্ৰীয় ঐক্য ৰক্ষা কৰাত সহায় কৰিছে। দ্বিতীয়তে আচেবেৰ মতে ইংৰাজী ভাষাটো নাইজেৰিয়ান জীৱনৰ এনে এক অংগ হৈ পৰিল যে এই ভাষাটোৱে আফ্ৰিকান ভাষাৰ চৰিত্ৰ লাভ কৰিছে। 'আফ্ৰিকাৰ মাটিত আফ্ৰিকানসকলে কোৱা এটা ভাষা যি ভাষাত আফ্ৰিকানসকলে লিখে (আৰু সেই গতিকে) ই নিজকে ন্যায়সংগত বুলি প্ৰতিপন্ন কৰে' (৬)। সাহিত্য সমালোচক আইজাজ আহমদেও আচেবেৰ মতৰ সমৰ্থনতে কৈছে যে ভাৰতত ইংৰাজী ভাষা বৰ্জন কৰা মানে হ'ব বেল সেৱা বৰ্জন কৰাৰ দৰেই অযুক্তিকৰ। ইংৰাজীও ভাৰতৰ আন আন ভাষাবোৰৰ দৰেই এটা ভাষা মাত্ৰ (৭)। আচেবেৰ সমৰ্থনতে বহুতো লেখকে ইংৰাজীক আন্তঃৰাষ্ট্ৰীয় মাধ্যম হিচাপে স্বীকৃতি দিছে। আজিৰ মিশ্ৰিত, বিভিন্নতাপূৰ্ণ বিশ্বত এই লেখকসকলে সাংস্কৃতিক প্ৰামাণিকতা নাইবা ভাষিক বিশুদ্ধতা গ্ৰহণযোগ্য বুলি নকয় (৮)।

এটা সময়ত ঔপনিবেশিক শাসনৰ লগতে ঔপনিবেশিকতাবাদীসকলৰ ভাষা-সংস্কৃতিৰো তীব্ৰ বিৰোধিতা কৰা হৈছিল। ইংৰাজী ভাষা আছিল ঔপনিবেশিক শাসন আৰু ক্ষমতাৰো প্ৰতীক। ১৯৭৪ চনত কেনিয়াৰ ৰাষ্ট্ৰপতি জ'ম' কেনিয়াট্ৰাই কৈছিল — 'যিকোনো স্বাধীন চৰকাৰৰ বুনিয়াদ হ'ল এটা ৰাষ্ট্ৰীয় ভাষা আৰু আমি পূৰ্বৰ ঔপনিবেশিক শাসকসকলক হনুকৰণ (aping) কৰি থাকিব নোৱাৰো' (৯)। ক্ৰিষ্টলে এই ক্ষেত্ৰত মহাত্মা গান্ধীৰ কথাও গুৰুত্বসহকাৰে উদ্ধৃত কৰিছে। গান্ধীজীয়ে ভাৰতত ব্ৰিটিছ ঔপনিবেশিক শাসন অব্যাহত থকাৰ সময়ত ১৯০৮ চনত লিখিছিল— 'কোটি কোটি লোকক ইংৰাজী শিক্ষা দিয়াটো হ'ল তেওঁলোকক কৃতদাসত পৰিণত কৰা......। মই যদি ন্যায়ালয়লৈ গৈ ইংৰাজী ভাষাক মাধ্যম হিচাপে ব্যৱহাৰ কৰিবলৈ বাধ্য হওঁ তেন্তে ই বেদনাদায়ক কথা নহ'বনে? আৰু মই এগৰাকী বেৰিষ্টাৰ হোৱাৰ পিছত মই মাতৃভাষাটো আদালতত ব্যৱহাৰ কৰিব নোৱাৰিম আৰু আন কোনোবাই মোৰ নিজৰ ভাষাটোকে মোৰ আগত ইংৰাজীত অনুবাদ কৰি শুনাব— সেইটো বেদনাদায়ক নহ'বনে? ই চূড়ান্তভাৱে অযুক্তিকৰ নহয়নে? ই দাসত্বৰ চিন নহয়নে?' (১০)।

ক্ৰিষ্টলে উল্লেখ কৰিছে যে কেনিয়ান লেখক এনগুগি ৱা থিয়ংগ'ৱে তেওঁৰ সৃষ্টিকৰ্মসমূহ ইংৰাজী মাধ্যমত প্ৰকাশ কৰাৰ বিৰোধিতা কৰিছিল কিয়নো তেওঁ সেইবোৰ গিকুইউ আৰু কিস্বাহিলি ভাষাত প্ৰকাশ হোৱাটোৱে বিচাৰিছিল। তেওঁৰ 'Decolomising the Mind' (১৯৮৬) গ্ৰন্থত আমি এইবুলি পাওঁ—

**'অষ্টাদশ আৰু উনবিংশ শতিকাত আফ্ৰিকাৰ, শিল্প-কলাৰ ভাণ্ডাৰ ইউৰোপে চুৰি কৰি নিছিল সেইবোৰেৰে তেওঁলোকৰ ঘৰবোৰ আৰু সংগ্ৰহালয়বোৰ সুন্দৰকৈ সজাবলৈ; বিংশ শতিকাত ইউৰোপে বৌদ্ধিক প্ৰতিভাৰ ভাণ্ডাৰ চুৰি কৰিছে তেওঁলোকৰ ভাষা আৰু**

সংস্কৃতি সমৃদ্ধিশালী কৰিবৰ কাৰণে। আফ্রিকাক ইয়াৰ অর্থনীতি, ইয়াৰ ৰাজনীতি, ইয়াৰ সংস্কৃতি, ইয়াৰ ভাষাবোৰ আৰু ইয়াৰ সকলো দেশপ্রেমিক লেখকসকলক ঘূৰাই লাগে।' এই বিষয়ত ক্রিষ্টলৰ মত হ'ল — 'এনে ধৰণৰ যুক্তিসমূহ আগবঢ়োৱাৰ কাৰণ হ'ল পৰিচয়, আৰু ভাষাই হ'ল এই পৰিচয়ৰ নিকটতম আৰু সার্বজনীন প্রতীক। সকলো লোকৰ মনত নিজৰ মাতৃভাষা ব্যৱহাৰ কৰাৰ বাবে সেই ভাষাটো জীয়াই থকা আৰু ইয়াৰ শ্রীবৃদ্ধি হোৱা দেখা পাবলৈ এক স্বাভাৱিক ইচ্ছা থাকে আৰু যেতিয়া আন কোনো সংস্কৃতিৰ ভাষা তেওঁলোকৰ ওপৰত জাপি দিয়া হয় তেতিয়া তেওঁলোকে ইয়াক ভালভাৱে নলয়। ইংৰাজী ভাষাৰ তিক্ততাপূর্ণ ঔপনিবেশিক অতীতৰ অনুৰণন এটাও আছে আৰু ইয়াৰ এনে এক ইতিহাস আছে য'ত স্থানীয় ভাষাসমূহক সহজে তুচ্ছ-তাচ্ছিল্য কৰি ব্যৱহাৰ কৰাৰ কথা আমি পাওঁ (ক্রিষ্টল)।'

এন্‌গুগি ৱা থিয়ংগ'বে তেওঁৰ 'Decolonising the Mind' ত লিখিছে — ইংৰাজী মোৰ আনুষ্ঠানিক শিক্ষাৰ ভাষা হৈ পৰিছিল। কেনিয়াত ইংৰাজী ভাষাটোৰ মর্যাদা আছিল এটা ভাষতকৈও বেছি, ই আছিল স্বীকৃত এক মাত্র ভাষা (the language) আৰু আন সকলোৱে ইয়াৰ সন্মুখত পৃথক ভাষা বুলি মূৰ দোঁৱাবলগীয়া হৈছিল। এইদৰে স্কুলৰ ওচৰে-পাঁজৰে গিকুইউ ভাষাত কথা পাতি ধৰা পৰি অতি অপমানজনক অভিজ্ঞতা হৈছিল। ইংৰাজী নকৈ গিকুইউ কোৱা অপৰাধীজনক শাৰীৰিক শাস্তি দিয়া হৈছিল। নগ্ন টিকাত তিনিৰ পৰা চাৰি কোব বেত্রাঘাত নাইবা ডিঙিত এখন মেটেল প্লেট ওলমাই লৈ ফুৰিবলগীয়া হৈছিল য'ত লিখি দিয়া হৈছিল 'আই এম ষ্টুপিড' নাইবা 'আই এম ডংকি'।

ইংৰাজীৰ কাৰণে হোৱা এনে ধৰণৰ বহু তিক্ত আৰু অপমানজনক অভিজ্ঞতা স্বৰাজোত্তৰ কালতো স্মৰণ কৰা হয় যদিও ঔপনিবেশিক শাসন আৰু ব্রিটিছসকল গুছি যোৱাৰ পাছতো ইংৰাজীৰ ব্যৱহাৰ আৰু প্রয়োজন হ্রাসতো নাপালেই বৰং বাঢ়িলহে। ভাৰতৰ দৰে ৰাষ্ট্রৰ নির্মাণ আৰু ইয়াক অখণ্ডিত কৰি ৰখাৰ ক্ষেত্রত ইংৰাজীয়ে গুৰুত্বপূর্ণ ভূমিকা ল'লে বিংশ শতিকাৰ ৬০ৰ দশকত আৰু তাৰ পৰৱর্তী কালত। স্বৰাজোত্তৰ কালৰ লেখকসকলৰ দৃষ্টিভংগীৰ পৰিবর্তনো এই ক্ষেত্রত লক্ষ্য কৰিব পাৰি। ১৯৬৩ চনত ৰাজা ৰাওৱে লিখিছিল — 'আমাৰ কাৰণে ইংৰাজী ভাষাটো বিদেশী ভাষা নহয়। ইংৰাজীৰ পূর্বে সংস্কৃত আৰু পার্চীৰ দৰেই ই আমাৰ বৌদ্ধিক জীৱনৰ ভাষা যদিও ই অৱশ্যে আবেগিক জীৱনৰ ভাষা নহয়....' (ক্রিষ্টলৰ উদ্ধৃতি)।

একে ধৰণে ছলমান ৰুছডিয়েও লিখিছে — 'সদায়ে যে ঔপনিবেশিকবিৰোধী নাইবা উত্তৰ-ঔপনিবেশিক (?) স্থিতিক ইংৰাজীবিৰোধী ৰূপ দিব লাগিব বুলি মই নাভাবো।

'.... ১৯৪৭ চনৰ পৰাই ব্রিটিছ শাসনৰ পিছৰ (Post-British) ভাৰতত ইংৰাজীৰ যুক্তিযুক্ততাক লৈ বিতর্ক হৈ আহিছে, কিন্তু আজিৰ দিনত মই উপলব্ধি কৰো যে এই বিতর্ক মাত্র পুৰণি প্রজন্মৰ বাবেহে অর্থবহ। স্বৰাজোত্তৰ ভাৰতৰ সন্তানসকলে ইংৰাজীক ইয়াৰ ঔপনিবেশিক অতীতৰ কাৰণেই কলংকিত বুলি ভাবে যেন নালাগে। তেওঁলোকে ইংৰাজীকো এটা ভাৰতীয় ভাষা হিচাপেই ব্যৱহাৰ কৰে..... (১১)।

ৰুছডিয়ে কোৱাৰ দৰে ভাৰততেই যে ইংৰাজী ভাষাটো এই দেশৰে এটা ভাষাৰ দৰে হৈ পৰিছে তেনে নহয়, বিশ্বৰ বহুতো দেশত, বহুতো অঞ্চলত ইংৰাজীক তেওঁলোকৰ স্বদেশৰ ভাষা হিচাপে গণ্য কৰিবলৈ লোৱা হৈছে। পূৰ্বতে বিশেষকৈ ঔপনিবেশিক কালত 'কিংছ ইংলিছ' নাইবা 'কুইনছ ইংলিছ'ক ষ্টেণ্ডাৰ্ড ইংলিছ হিচাপে সকলোৱে মানি চলিছিল। যিকোনো ৰাষ্ট্ৰ বা অঞ্চলতে একোটা ভাষাক ষ্টেণ্ডাৰ্ডাইজ কৰা হৈছিল বাণিজ্যিক, অৰ্থনৈতিক যোগাযোগ আৰু লেনদেন, প্ৰশাসনীয় সুবিধা, ৰাষ্ট্ৰীয় ঐক্য আদিৰ প্ৰতি লক্ষ্য ৰাখি। স্বৰাজোত্তৰ কালত বিভিন্ন দেশ তথা অঞ্চলসমূহত ইংৰাজীৰ ব্যৱহাৰিক মূল্য ইমানেই বাঢ়িবলৈ ধৰিলে যে ইয়াক ব্যৱহাৰ কৰাসকলে ইয়াৰ ষ্টেণ্ডাৰ্ড ৰূপটো সকলো সময়তে ৰক্ষা কৰাৰ প্ৰয়োজনবোধ নকৰা হ'ল। ইংৰাজীক এইদৰে কিছু বেছি স্বাধীনভাৱে ব্যৱহাৰ কৰিবলৈ লোৱাত বিভিন্ন দেশত, বিভিন্ন অঞ্চলত ইংৰাজীয়ে কিছু থলুৱা আঞ্চলিক ৰূপ লাভ কৰিছে। ভাৰতত 'হিংলিছ' (Hinglish) বা 'হিন্দ্‌লিছ' (Hindlish)ৰ ব্যৱহাৰ যথেষ্ট জনপ্ৰিয় হৈছে। সেইদৰে ছিংগাপুৰত 'ছিংলিছ' (Singlish)ৰ ব্যৱহাৰ জনপ্ৰিয় হৈছে। আনকি অক্সফৰ্ড ইংৰাজী অভিধানত 'ছিংলিছ' শব্দটো অন্তৰ্ভুক্ত কৰাও হৈছে। বহুতো হিন্দী শব্দ অক্সফৰ্ড ইংৰাজী অভিধানত অন্তৰ্ভুক্ত কৰাত আৰু এনে ধৰণৰ অন্তৰ্ভুক্তি বছৰে বছৰে বাঢ়ি যোৱাত 'হিংলিছ' প্ৰেমীসকল অত্যুৎসাহিত হৈছে। ইংৰাজীক যে আঞ্চলিক বা স্বদেশী স্বাদযুক্ত কৰা হৈছে আৰু এনে সালসলনি যে আদৰণীয় সেই কথা ৰাজা ৰাও, ছলমান ৰুছডি, চিনুৱা আচেবে প্ৰমুখ্যে বহু উত্তৰ-ঔপনিবেশিক লেখকে স্বীকাৰ কৰিছে। ৰাজা ৰাওৱে ১৯৬৩ চনত লিখিছিল যে ইংৰাজীত 'আমাৰ প্ৰকাশ পদ্ধতিয়ে এনে এক স্বকীয় ভাষাৰ ৰূপ পাব লাগে যি এদিনাখন আমেৰিকান আৰু আইৰিছসকলৰ ইংৰাজীৰ দৰেই স্বকীয় আৰু বৰ্ণময় হ'ব পাৰিব।' (১২)। সেইদৰে ৰুছডিয়েও লিখিছে — 'এদিনাখন যিসকল লোকক ভাষাৰ যোগেদি ঔপনিবেশিক শাসনাধীন কৰা হৈছিল সেইসকলেই আজি ইংৰাজী ভাষাটোক পুনৰ গঢ়ি তুলিছে, স্বদেশী ৰূপ দিছে (domesticating it) আৰু তেওঁলোকে নিশ্চিন্তমনে ইয়াক ব্যৱহাৰ কৰি গৈছে (১৩)।

নাইজেৰিয়ান লেখক চিনুৱা আচেবেৰ মত হ'ল — এটা বিশ্ব ভাষা হ'বলৈ হ'লে ভাষাটোৱে বিভিন্ন ঠাইত বেলেগ বেলেগ ব্যৱহাৰ মানি ল'ব লাগিব। এগৰাকী আফ্ৰিকান লেখকে ইংৰাজী ভাষা ব্যৱহাৰ কৰোতে তেওঁৰ বাণী সৰ্বোৎকৃষ্টভাৱে দাঙি ধৰিব পৰা পদ্ধতিটো লক্ষ্য কৰি ল'ব লাগিব আৰু চাব লাগিব যাতে ইংৰাজীৰ আন্তঃৰাষ্ট্ৰীয় যোগাযোগৰ মূল্য নেহেৰায়। তেওঁ ইংৰাজী ভাষাক একে সময়তে সাৰ্বজনীন আৰু তেওঁৰ স্বকীয় অভিজ্ঞতা প্ৰকাশ কৰিব পৰাকৈ গঢ় দিব লাগিব' (১৪)। বিভিন্ন দেশত এইদৰে আচেবেই কোৱাৰ দৰে ইংৰাজীয়ে স্বকীয় ৰূপ পৰিগ্ৰহণ কৰিলেও আন্তঃৰাষ্ট্ৰীয় যোগাযোগত যাতে বাধা নপৰে তালৈ লক্ষ্য ৰাখিব লাগিব সকলোৱে। ইংলিছপ্ৰেমীয়ে সহজে 'চোটা পেগ', 'চাটনিফিকেছন' ইত্যাদি বহুতো 'ইংলিচিকাই' কৰা শব্দ ব্যৱহাৰ কৰিব পাৰে, কিন্তু এনে প্ৰক্ৰিয়াই সেই পৰ্যায় পাবগৈ নালাগে যেতিয়া ভাৰতীয় লোকৰ

ইংৰাজীক বিশ্বৰ আন দেশৰ মানুহে বুজিব নোৱৰা হ'ব। ক্ৰিষ্টলে এই ক্ষেত্ৰত 'ৱৰ্ল্ড ষ্টেণ্ডাৰ্ড স্প'কন ইংলিছ'ৰ (WSSE) কথা উল্লেখ কৰিছে। যিহেতু ইংৰাজী ব্যৱহাৰ কৰা লোকসকলৰ ঘৰুৱা নাইবা স্থানীয় সুকীয়া সুকীয়া ধৰণ আছে সেই অনুসৰি ইংৰাজীৰ ব্যৱহাৰো আনুষ্ঠানিক আৰু অনানুষ্ঠানিক দুই ধৰণৰ হৈ পৰা দেখিবলৈ পোৱা যায়। বিভিন্ন দেশৰ জাতীয় ইংৰাজী বিভিন্ন হোৱাৰ কাৰণে নিজ নিজ দেশত তেওঁলোকে যি ধৰণৰ ইংৰাজীয়েই নকওক কিয়, তেওঁলোকে কোনো আন্তঃৰাষ্ট্ৰীয় অনুষ্ঠানত প্ৰতিনিধি হিচাপে কথা ক'বলগীয়া হ'লে WSSE ব্যৱহাৰ কৰিব লাগিব। ইণ্টাৰনেটৰ ভাষাত WSSEৰ আগজাননী পোৱা গৈছে বুলি ক্ৰিষ্টলে ইয়াক চালুকীয়া অৱস্থাতে থকা বুলিও কৈছে।

ইংৰাজী বিশ্ব ভাষা হোৱাত কিছুমান বিপদো আহিব পাৰে। এটা স্বীকৃত বিশ্ব ভাষা আৰু ইণ্টাৰনেটে আমাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ভাষাবোৰ এদিনাখন অলাগতিয়ালত পৰিণত কৰিব পাৰে। বৰ্তমান বিশ্বত প্ৰায় ৬০০০ টা ভাষা জীয়াই থকা বুলি কোৱা হৈছে। ক্ৰিষ্টলৰ মতে, প্ৰতি ১৫ দিনত একোটা ভাষাৰ মৃত্যু হ'বলৈ ধৰিছে ব্যৱহাৰ কৰিবলৈ এৰি দিয়াৰ ফলত। এই গতি অব্যাহত থাকিলে অহা এশ বছৰত বৰ্তমানৰ আধাখিনি ভাষাৰ বিলুপ্তি ঘটিব। ক্ৰিষ্টলে লিখিছে — অহা পাঁচশ বছৰৰ ভিতৰত বিশ্বৰ প্ৰতিটো শিশুৱে জন্ম হৈয়ে ইংৰাজী ভাষাৰ সৈতে পৰিচিত হোৱাৰ সুবিধা পোৱাৰ সম্ভাৱনা আছে। যদি ভৱিষ্যতৰ শিশুসকলে বহু ভাষাৰে সমৃদ্ধ অভিজ্ঞতাৰ এটা অংশ হিচাপে এনে সুবিধা লাভ কৰে তেন্তে ই অতি ভাল কথাই হ'ব। কিন্তু সেই সময়ত যদি শিকিবলৈ শিশুসকলৰ বাবে ইংৰাজীৰ বাহিৰে আন কোনো ভাষাই নাথাকে তেন্তে ই হ'ব আমাৰ পৃথিৱীৰ ইতিহাসত আটাইতকৈ ভয়ংকৰ বৌদ্ধিক দুৰ্যোগ।

ক্ৰিষ্টলৰ এনে আশংকাই আমাক সকলোকে হতাশাগ্ৰস্ত কৰিব তাত কোনো সন্দেহ নাই। ভৱিষ্যৎ মানৱ সমাজক লৈ হোৱা এনে আশংকা আমি দূৰ কৰিব পাৰিমনে? উম্বেৰ্টো ইকোৱে ডটু দ ট্ৰেচিৰ উদ্ধৃতিৰে এই ক্ষেত্ৰত আমাক ভয়মুক্ত কৰিবলৈ চেষ্টা কৰিছে এইদৰে — 'আমি সকলো বিশ্ববাসীয়ে যদি এই সিদ্ধান্ত লওঁ যে আজিৰ পৰা আমি সকলোৱে মাত্ৰ এটা ভাষাতহে কথা ক'ম, তেতিয়াও বিশ্বৰ বিভিন্ন অঞ্চলৰ মানুহে সেই ভাষাটো হেজাৰ হেজাৰ স্বকীয় ৰূপত পৰিবৰ্তন আৰু সংশোধন কৰি ল'বলৈ আৰম্ভ কৰিব আৰু এনে ধৰণৰ পৰিবৰ্তন ঘটি এনে এটা পৰ্যায় পাবগৈ যেতিয়া এদিন সেই বিশ্ব ভাষাটো পৃথক পৃথক বহুতো ভাষাত পৰিণত হ'ব (১৫)।

০০০

# মেক'লৈৰ সন্তান

২০০৬ ৰ ৬ ফেব্ৰুৱাৰীত বেলশৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ বিশেষ বাৰ্ষিক অধিবেশনত সভাৰ সভাপতি কনকসেন ডেকাৰ ভাষণত জাতি গঠনৰ প্ৰশ্ন, হীনমন্যতাৰ ভয়ংকৰ পৰিণতি, যেনে অসমীয়া ভাষাৰ ভৱিষ্যতক লৈ আশংকা, স্বায়ত্তশাসনৰ দৰে ব্যৱস্থাৰ পৰিণতি, অৰ্থনৈতিক অনগ্ৰসৰতা আৰু বৈষম্যৰ ভয়ংকৰ হিংসাত্মক পৰিণতি— এনে ধৰণৰ সমস্যাসংকুল বিষয়বোৰৰ উত্থাপন গুৰুত্বপূৰ্ণ আছিল। সভাপতি ডেকাৰ কাৰ্যকালত অসমৰ বিভিন্ন জনগোষ্ঠীৰ সাহিত্য সভাসমূহক লৈ এখন উমৈহতীয়া মঞ্চ গঠন নিশ্চয় অতি প্ৰশংসনীয় অগ্ৰগতি। সাহিত্য সভাৰ গ্ৰন্থমেলাত গ্ৰন্থৰ বিক্ৰীৰ অভিলেখে সকলোকে উৎসাহিত কৰিছে। কিন্তু 'হীনমন্যতা'ৰ ফল ভয়ংকৰ হৈছে। সভাপতিগৰাকীয়ে হীনমন্যতাক বিশেষভাৱে গুৰুত্ব দিয়াৰ কাৰণ হ'ল ইয়াৰ ফলত অসমীয়াই নিজৰ ভাষা-সংস্কৃতি এৰিবলৈ লোৱাটো। এই ঘটনাৰ এক ঔপনিবেশিক পৃষ্ঠভূমি আছে।

ভাৰতৰ শিক্ষানুষ্ঠানসমূহত ইংৰাজী ভাষা-সাহিত্যৰ শিক্ষাদান আৰম্ভ কৰা হৈছিল সভ্যতা প্ৰদানৰ অভিযানৰ (To Civilize the Natives) প্ৰকল্প হিচাপে। ব্ৰিটিছ ঔপনিবেশিক বিষয়াসকলে ভাৰতৰ কাৰণে যি শিক্ষা প্ৰদানৰ আঁচনি গ্ৰহণ কৰিছিল তাৰ ভিত্তি আছিল সভ্যতাৰ দিশত পিছ পৰি থকা জাতিসমূহক সভ্যতা প্ৰদান কৰিব লাগে বুলি থকা ব্ৰিটিছৰ ধাৰণা। উনবিংশ শতিকাত ভাৰতত ব্ৰিটিছ শাসন সম্পূৰ্ণকৈ প্ৰতিষ্ঠা কৰা হৈছিল আৰু ব্ৰিটিছ শাসকসকলে সেই শতিকাতেই সিদ্ধান্ত লৈছিল যে ভাৰতক শিক্ষা প্ৰদান কৰাটো তেওঁলোকৰ ঐতিহাসিক কৰ্তব্য (১)। লৰ্ড লৰেন্সে কৈছিল— 'জনসাধাৰণৰ কাৰণে যিমান পাৰো সেইখিনি কৰোতে আমি ভাৰতীয়সকলৰ মতে নহয় আমাৰ বিবেক বিবেচনা অনুসৰিহে কৰিবলৈ বাধ্য (২)। ব্ৰিটিছসকলে যিহেতু নিজকে উচ্চ সভ্যতাৰ অধিকাৰী বুলি ভাবি লৈছিল সেয়ে তেওঁলোকৰ ঔপনিবেশিক চিন্তাধাৰাবোৰ ভাৰতীয়সকলৰ ওপৰত জাপি দিয়াটো কৰ্তব্য বিবেচিত হৈছিল। ঔপনিবেশিক ধাৰণাবোৰ ভাৰতীয়সকলৰ ওপৰত জাপি দিবলৈ যাওঁতে ব্ৰিটিছ বিষয়াসকলে তেওঁলোকৰ নিজৰ সমাজ-সাহিত্য-সংস্কৃতি-সভ্যতাক শাসিত প্ৰজাগণৰ সমাজ-সভ্যতা-সংস্কৃতিতকৈ উচ্চতৰ বুলি ধৰি লৈছিল। শাসকৰ সভ্যতা-সংস্কৃতি শাসিতৰ সভ্যতা-সংস্কৃতিতকৈ শ্ৰেষ্ঠতৰ বুলি দেখুৱাব নোৱাৰিলে শাসিতসকলে শাসকসকলক নতশিৰে মানি থকাৰো সম্ভাৱনা কম। ১৯৩৫ চনত লৰ্ড থমাছ বেবিংটন মেক'লৈৰ 'মাইনুটছ অব এডুকেছন' প্ৰকাশ পাইছিল। মেক'লৈৰ কথাৰ উদ্ধৃতিয়ে ব্ৰিটিছ ঔপনিবেশিক বিষয়াসকলে শাসিত ভাৰতীয় সমাজ-সংস্কৃতিৰ বিষয়ে কেনে ধাৰণা লৈ আছিল তাক সহজেই অনুমান কৰিব পাৰি। তেওঁ লিখিছিল : 'ভাৰত আৰু আৰব জগতৰ সমগ্ৰ সাহিত্য লগ লগালেও ইউৰোপৰ কোনো এটা পুথিভঁৰালত থকা মাত্ৰ এটা শেলফৰ সমানো মূল্যবান হ'ব নোৱাৰে— এই কথা অস্বীকাৰ কৰিব পৰা এজনো

প্ৰাচ্যতত্ত্ববিদ মই নাপালো।' ব্ৰিটিছ বিষয়াসকলৰ ঔপনিবেশিক জ্ঞান তথা ধাৰণাবোৰৰ প্ৰভাব ভাৰতীয় শিক্ষিত শ্ৰেণীবোৰৰ ওপৰত গভীৰ হৈছিল। ব্ৰিটিছ ঔপনিবেশিক বিষয়াসকলৰ চিন্তাধাৰা অনুসৰণ কৰা ভাৰতীয় শিক্ষিত শ্ৰেণীয়ে ব্ৰিটিছসকলৰ সাহিত্য-সংস্কৃতি-শিক্ষা-জ্ঞান উৎকৃষ্ট বুলি ভাবিবলৈ ধৰিছিল। ব্ৰিটিছ শাসনৰ সৈতে সংঘাত হৈছিল যদিও ব্ৰিটিছৰ শিক্ষা-জ্ঞানত থকা ঔপনিবেশিক উদ্দেশ্য ধৰিব নোৱাৰি এইবোৰক শ্ৰেষ্ঠতৰ জ্ঞান বুলি মানি আহিছিল। এই ঔপনিবেশিক জ্ঞানৰ এটা ভয়ংকৰ পৰিণতি আছিল ভাৰতীয়সকলৰ নীচাত্মিকাৰ মনোভাব নাইবা 'হীনমন্যতা'। ভাৰতীয়সকলে তেওঁলোকৰ ভাষা-সাহিত্য-সংস্কৃতিক অনুন্নত, নিকৃষ্ট বুলি ভাবিবলৈ শিকিলে। জি এন দেৱীয়ে লিখিছে —

'ঔপনিবেশিকতাবাদে সাংস্কৃতিকভাৱে মনোবল ভাঙি দিয়ে। ই ঔপনিবেশিক শাসকৰ অধীনস্থসকলৰ মনত তেওঁলোকৰ নিজৰ ইতিহাস আৰু পৰম্পৰাসমূহৰ বিষয়ত মিছা লজ্জাবোধৰ জন্ম দিয়ে' (৩)। ঔপনিবেশিক শিক্ষাৰে শিক্ষিত ভাৰতীয় শিক্ষিত শ্ৰেণীৰ মনত নিজৰ ভাষা-সংস্কৃতিৰ বিষয়ত হীনমন্যতাৰ জন্ম হয়। দেৱীয়ে লিখিছে — 'সংস্কৃতি পাহৰি যোৱাটো হ'ল ঔপনিবেশিকতাবাদৰ এক অনিবাৰ্য পৰিণতি' (৪)। এহাতে ব্ৰিটিছ শাসনৰ কালছোৱাত (ৰাম মোহন ৰয়ৰ পৰা মহাত্মা গান্ধীলৈ) তথাকথিত ভাৰতীয় পুনৰ জাগৰণ (reawakening, self-discovery) নাইবা ভাৰতীয় ৰেনেছাঁচ চিন্তাধাৰা প্ৰোথিত হৈছিল যদিও আনহাতে ঔপনিবেশিকতাবাদে সাংস্কৃতিক স্বাধীনতা কাঢ়ি লৈছিল (৫)। সংস্কৃতায়নে এক পশ্চাৎগামী চিন্তাধাৰা লৈ আহিছিল যাৰ অৰ্থ আছিল সুদূৰ অতীতৰ ভাৰত অথবা প্ৰাচীন ধ্ৰুপদী ভাৰতৰ পুনৰ উত্থান বিচৰা কিন্তু মোগলৰ দিনৰ অতীতক অৱদমন কৰি ৰখাটো। ব্ৰিটিছ প্ৰাচ্যতত্ত্ববিদসকলে সেয়ে প্ৰাচীন, ধ্ৰুপদী ভাৰতক গৌৰৱোজ্জ্বল বুলি দেখুৱাৰ চেষ্টাত ব্ৰতী হৈছিল। তেওঁলোকৰ মত আছিল এনে ধৰণৰ : মুছলমান শাসকসকলে ভাৰত শাসন কৰাৰ আগলৈকে ভাৰতীয় সমাজ-সভ্যতা আছিল অতি গৌৰৱোজ্জ্বল। কিন্তু মুছলমান শাসকসকলৰ শাসন কালছোৱাত ভাৰতৰ সেই গৌৰৱোজ্জ্বল সভ্যতা-সংস্কৃতি অৱদমিত হৈ থাকিল। মুছলমান শাসনৰ কালছোৱাক ব্ৰিটিছ প্ৰাচ্যতত্ত্ববিদসকলে সেয়ে 'A Period of Continuous Vulgarization' (অবিৰতভাৱে অমাৰ্জিতকৰণৰ যুগ), আখ্যা দিছে আৰু ব্ৰিটিছ শাসিত কালছোৱাক প্ৰগতিমুখী অথবা বিকাশমুখী আখ্যা দিছে। এই ঔপনিবেশিক ধাৰণা ভিএছ নৈইপলৰ দৰে কিছুসংখ্যক ইংৰাজী ভক্তই আজিও খামুচি ধৰি থাকিল। হিন্দুত্বৰ সমৰ্থক ৰাজনৈতিক দল-সংগঠনবোৰেও এই ঔপনিবেশিক প্ৰাচ্যতত্ত্ববিদসকলৰ ধাৰণাবোৰক লৈ হিন্দু ভাৰত গঢ়াৰ সপোন দেখে।

কিন্তু এই কথাও মনত ৰাখিবলগীয়া যে ব্ৰিটিছ ঔপনিবেশিক শাসকসকলে প্ৰাচীন, ধ্ৰুপদী ভাৰতক মান্যতা প্ৰদান কৰিছিল যদিও পশ্চিমীয়া জ্ঞানৰ সৈতে ভাৰতীয় জ্ঞানক একে শাৰীতে স্থান দিবলৈ অস্বীকাৰ কৰিছিল। যুক্তিবিমুখ প্ৰাচ্যৰ স্বৈৰতন্ত্ৰ (Oriental Desoptism) ছবি এখন তেওঁলোকৰ মনত আছিলেই। 'এনে ঔপনিবেশিক পৃষ্ঠভূমিত ইউৰোপীয়সকলে ভাৰতীয় ধ্ৰুপদী সাহিত্যক প্ৰাচ্যতত্ত্ব (Orientalism) নাইবা ভাৰততত্ত্বৰ

(Indology) নামত লেবেল মাৰিছিল যাতে সাংস্কৃতিকভাৱে শ্ৰেষ্ঠতৰ, বিশুদ্ধ ইউৰোপীয় সাহিত্যক অশুচি কৰা নহয় (৬)।' ব্ৰিটিছ ঔপনিবেশিক শাসনকৰ্তাসকলেও ভাৰতীয়সকলক তেওঁলোকৰ সমকক্ষ হ'ব পৰাকৈ শিক্ষা ব্যৱস্থা গঢ়ি তোলা নাছিল। দেবীৰ মতে ভাৰতত থকা ব্ৰিটিছ শিক্ষাবিদসকলৰ লক্ষ্য আছিল সম্পূৰ্ণ ব্যৱহাৰিক নাইবা প্ৰায়োগিক। ভাৰতীয়সকল ব্ৰিটিছসকলৰ সমানেই সাংস্কৃতিকভাৱে সমকক্ষ বা সমতুল্য হওক— সেই উদ্দেশ্যে ভাৰতীয়সকলক শিক্ষিত কৰাটো ব্ৰিটিছ ঔপনিবেশিক শিক্ষা ব্যৱস্থাৰ লক্ষ্য নাছিল। ব্ৰিটিছ সাম্ৰাজ্যৰ সেৱা কৰাৰ বাবে ভাৰতীয়সকলক 'Useful' বা 'ব্যৱহাৰযোগ্য' কৰি তোলাটোৱেই আছিল ভাৰতীয়সকলক শিক্ষিত কৰাৰ মূল লক্ষ্য (৭)। ব্ৰিটিছ শাসিত ভাৰতত ইংৰাজী শিক্ষা-জ্ঞান লাভৰ অৰ্থ আছিল চৰকাৰৰ ভিতৰত উচ্চ আসন লাভ।

ঊনবিংশ শতিকাৰ প্ৰথম দশকতে কলকাতাত ইংৰাজী ভাষা আৰু শিক্ষাৰ প্ৰচাৰ চলোৱা এটা সক্ৰিয় গোট গঠিত হৈছিল। ব্ৰিটিছসকলে এই ধৰণৰ চিন্তাত উৎসাহ যোগাইছিল। ভাৰতীয়সকলে যদি ইংৰাজী শিকে তেন্তে সৰু-সুৰা কিছুমান প্ৰশাসনীয় কাৰ্যালয় চলাবৰ কাৰণে তেওঁলোকৰ কিছুমানক চাকৰিত মকৰল কৰিব পৰা যাব, এই চিন্তাধাৰাই এটা বিতৰ্কৰ সূত্ৰপাত কৰিছিল যিটো 'Orientalist Anglicist' বিতৰ্ক বুলি জনা গৈছিল। এই বিতৰ্কত এটা পক্ষই শিক্ষাৰ মাধ্যম পাৰ্ছি নাইবা সংস্কৃত হ'ব লাগে বুলি আৰু আনটো পক্ষই ইংৰাজী মাধ্যম হ'ব লাগে বুলি যুক্তি দৰ্শাইছিল। কিন্তু আশ্চৰ্যকৰভাৱে কোনো এটা পক্ষই বাংলা নাইবা তামিল, মাৰাঠী, পাঞ্জাবী, কানাড়া আদি স্থানীয় ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ সপক্ষে যুক্তি দাঙি ধৰাৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। (৮)। ভাৰতীয়সকলক সভ্যতা প্ৰদান কৰাৰ উদ্দেশ্যে ইংৰাজী প্ৰচলনকাৰী লৰ্ড মেক'লেই ভাৰতীয় প্ৰশাসনীয় কাম-কাজ কৰাৰ কাৰণে ব্ৰিটিছ ভক্ত শিক্ষিত লোকক ল'বলৈ ব্ৰিটিছ হাউছ অৱ কমন্‌ছত দিয়া অভিভাষণত আবেদন কৰিছিল (৯)।

আজিও যিসকলে স্থানীয় অথবা মাতৃভাষাতকৈ ইংৰাজী ভাষাক অধিক মূল্য দিয়ে নাইবা অধিক বিকশিত বুলি ভাবে তেওঁলোক প্ৰকৃততে লৰ্ড-মেক'লেৰ সন্তান। ব্ৰিটিছ ঔপনিবেশিক প্ৰশাসকসকল ১৯৪৭ চনতেই গ'লগৈ, কিন্তু তেওঁলোকৰ ভক্তৰ সংখ্যা নকমিল, বৰং ঔপনিবেশিক শিক্ষাৰ পৰম্পৰা জীয়াই ৰখা হ'ল। ইংৰাজী শিক্ষা, ইংৰাজী ভাষা আজি মাত্ৰ যোগাযোগৰ মাধ্যম হৈ থকা নাই; ইয়াক কৰি তোলা হ'ল ক্ষমতাৰ প্ৰতীক। উত্তৰ-ঔপনিবেশিক, উত্তৰ-আধুনিক লেখক-গৱেষক-ভাষা-বিজ্ঞানীসকলে দেখুৱালে যে সকলো ভাষাই সমান, এটা ভাষা আন এটা ভাষাতকৈ শ্ৰেষ্ঠতৰ বা উৎকৃষ্টতৰ নহয়, হ'ব নোৱাৰে। কিন্তু আমাৰ শিক্ষাবিদসকলে এই চিন্তাধাৰাৰ কাষ নাচাপিলে। তেওঁলোকৰ ইংৰাজী ভক্তি, পশ্চিমকেন্দ্ৰিকতা আমাৰ মাতৃভাষাৰ বিকাশত বাধা হৈ আহিছে আৰু সাহিত্য, সভাৰ সভাপতি ডেকাই কোৱা 'হীনমন্যতা'ৰ বাবে ই প্ৰধানকৈ জগৰীয়া।

জাতি আৰু জাতীয়তাৰ বিষয়ত সভাপতি ডেকাৰ সন্দেহে আলোচনাৰ দাবী কৰে। জাতি (Nation), ৰাষ্ট্ৰ (State) আৰু নৃগোষ্ঠীৰ পৰিচয় (Ethnic Identity)— এই ধাৰণাবোৰ কেতিয়াবা কেতিয়াবা এটা আনটোৰ লগত মিহলি হৈ পৰা দেখিবলৈ পোৱা

যায়। উদাহৰণস্বৰূপে 'জাতি' শব্দটো ইংৰাজী প্ৰতিশব্দ 'নেচন' বুলি কোৱা হয় যদিও আধুনিক কালত জাতি শব্দটোৰ যোগেদি প্ৰধানকৈ ৰাষ্ট্ৰক (State) বুজোৱা হয়। সেই কাৰণেই 'ৰাষ্ট্ৰসংঘ'ক ইউনাইটেড নেছন্‌ছ অৰ্গেনাইজেচন (UNO) বুলি কোৱা হয়। কিন্তু UNO বুলি কওঁ যদিও আমি ইউনাইটেড ষ্টেট্‌ছ অৰ্গেনাইজেছনৰ (USO) অৰ্থটোহে বুজো। উল্লেখ্য যে ইউৰোপৰ ইতিহাসত অষ্টাদশ শতিকাৰ শেষৰ ফালেহে ৰাজনৈতিক শব্দকোষত 'নেছন' শব্দটোৰ অন্তৰ্ভুক্তি হয়। মেকিয়াভেলিৰ দৰে লোকৰ লেখাত নেছন শব্দটো পোৱা নাযায়; সেইদৰে পূৰ্ণাংগ ৰাজতন্ত্ৰৰ প্ৰয়োজনীয়তাৰ সপক্ষে যুক্তি দিয়া ৰাজনৈতিক তাত্ত্বিক জাঁ ব'ডাঁৰ (Jean Bodin) লেখাতো 'নেছন' বা 'জাতি' শব্দটোৰ উল্লেখ পোৱা নাযায়। ইউৰোপীয় ৰাষ্ট্ৰ ব্যৱস্থাক পুনৰ্গঠিত কৰা ১৬৪৮ৰ ৱেষ্টফেলিয়া শান্তি চুক্তিতো 'জাতি-ৰাষ্ট্ৰ' শব্দটো পোৱা নাযায়। কিন্তু অষ্টাদশ শতিকাৰ জাৰ্মান চিন্তাবিদ হাৰ্ডাৰে লিখিছিল — 'The most Natural State is therefore our Nation, with one National Character'। ৰাষ্ট্ৰ বুলি কওঁতে তেতিয়াও এটা মাত্ৰ জাতীয় চৰিত্ৰ থকা ৰাষ্ট্ৰকহে বুজাইছিল। অষ্টাদশ শতিকাৰ শেষৰ ফালে ইংলেণ্ডৰ ঔদ্যোগিক বিপ্লৱ, ফ্ৰান্সৰ ৰাজনৈতিক বিপ্লৱ আৰু পশ্চিমীয়া বিশ্বত পুঁজিবাদৰ বিকাশৰ এটা পৰিণতি আছিল আধুনিক জাতি-ৰাষ্ট্ৰৰ ধাৰণাটোৰ জন্ম। কিন্তু তেতিয়াও ইউৰোপত জাতি-ৰাষ্ট্ৰক এটা প্ৰধান ভাষা কোৱা এটা জাতিৰ দেশ বা ৰাষ্ট্ৰক বুজোৱা হৈছিল। জাৰ্মানী, স্পেইন, ফ্ৰান্স, ইংলেণ্ড, ইটালী- সকলো আছিল হাৰ্ডাৰে কোৱা 'One National Character' ভিত্তিক জাতি-ৰাষ্ট্ৰ।

ভাৰত বা 'ইণ্ডিয়া'ৰ দৰে দেশত যেতিয়াই ইউৰোপৰ আৰ্হিত জাতি-ৰাষ্ট্ৰ গঠন কৰাৰ কথা কোৱা হ'ল, তেতিয়া এই বৃহৎ দেশখনৰ বহু ভাষা, বহু ধৰ্ম, বহু সংস্কৃতি, বহু জাতীয় চৰিত্ৰক হেঁচা মাৰি ধৰা হ'ল। ভাৰতৰ চৰিত্ৰটো ইমানেই বৈচিত্ৰ্যপূৰ্ণ যে ইউৰোপৰ দেশসমূহে লগ লাগি এখন ৰাষ্ট্ৰ গঠন কৰিলেও সেইখন ভাৰততকৈ কম বৈচিত্ৰ্যপূৰ্ণ ৰাষ্ট্ৰহে হ'ব। স্বাধীন ভাৰতৰ সংবিধান প্ৰণেতাসকল আছিল ব্ৰিটিছ শিক্ষাৰে শিক্ষিত। তেওঁলোকে ঔপনিবেশিক শাসনৰ বিৰোধিতা কৰিছিল যদিও ঔপনিবেশিক জ্ঞানৰ বিৰোধিতা কৰা নাছিল। ইউৰোপীয় জাতি ৰাষ্ট্ৰৰ ধাৰণাটোৰ পৰা ওলাই আহি তেওঁলোকে আনকি আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে ফেডাৰেল অথবা সংঘীয় ৰাষ্ট্ৰৰ আৰ্হিত ভাৰতৰ সংবিধান প্ৰণয়ন কৰাৰ কথাও ভাবিবই নোৱাৰিলে। স্বাধীনতাৰ আগলৈকে এটা ভাৰতীয় জাতিৰ কথা কৈ অহা হৈছিল যদিও স্বাধীনতা লাভৰ সময়তে ভাৰতৰ বিভাজন ঘটে। তৎসত্ত্বেও নেহৰুৰ দৰে ৰাষ্ট্ৰ নেতা তথা সংবিধান প্ৰণেতাসকলে শিথিল কেন্দ্ৰ-ৰাজ্য সম্পৰ্কৰ এখন ফেডাৰেল ভাৰতৰ কথা নাভাবিলে। সকলো ক্ষমতা কেন্দ্ৰীভূত এটা শক্তিশালী কেন্দ্ৰক লৈ গঠিত এখন ৰাষ্ট্ৰই ইয়াৰ জাতীয় ঐক্যক লৈ সকলো সময়তে যেন ভীতিগ্ৰস্ত! এলয়ছিয়াছৰ ভাষাত— 'ঔপনিবেশিক স্বভাৱৰ অনুসৰণতে বহিঃশত্ৰুৰ বিৰুদ্ধে নহয়, নিজৰ দেশৰ নাগৰিকসকলৰ বিৰুদ্ধেহে কেন্দ্ৰীয় চৰকাৰে যুঁজত অৱতীৰ্ণ হৈ আহিছে আৰু যিকোনো ধৰণৰ শোষণৰ বিৰুদ্ধে অতি সাধাৰণ নাইবা সৰু-সুৰা সংগ্ৰামতো ই অস্থিৰ নাইবা ভয়াতুৰ হৈ পৰে (১০)। বিভিন্ন জাতিসত্তাৰ দাবী আৰু সংগ্ৰামক আঞ্চলিকতাবাদ, উগ্ৰ জাতীয়তাবাদ, বিচ্ছিন্নতাবাদ

আদি শব্দেৰে প্ৰায়ে কলংকিত কৰা হয় (১১)। ভাৰতীয় জাতীয়তাবাদক সেয়ে তেওঁ 'এটা জাতিবিহীন জাতীয়তাবাদ' (Nationalism without a Nation) আখ্যা দিছে। সৰ্ব ক্ষমতাৰ অধিকাৰী এটা কেন্দ্ৰ থকালৈকে ৰাষ্ট্ৰৰ বিভিন্ন অংশীদাৰ জাতিসত্তাসমূহ আৰু ৰাষ্ট্ৰৰ মাজত সংঘাতৰ অৱসান নঘটিব, বৈচিত্ৰ্যৰ মাজত ঐক্যৰ শ্ল'গান বাস্তৱত দেখিবলৈ পোৱা নাযাব। তুলনামূলকভাৱে ক্ষুদ্ৰ জাতি কাৰণেই অসমীয়াক বহুতে 'Sub-nation' আখ্যা দিয়ে। সঞ্জীব বৰুৱাই তেওঁৰ কেইখনমান বিখ্যাত ৰচনাত Sub-nation নাইবা 'Sub-Nationalism' আদি শব্দেৰে অসমীয়া জাতিসত্তা তথা জাতীয়তাবাদৰ আলোচনা কৰিছে। সাহিত্য সভাৰ সভাপতি ডেকাই জাতিৰ বিষয়ত অসমত সঠিক ধাৰণাৰ অভাৱ হোৱা বুলি ইংগিত দিছে। এই বিষয়ত সাহিত্য সভাই অধিক চৰ্চা কৰিব লাগিছিল। কিন্তু যিদৰে বহু জনসমষ্টি তথা বহু নৃগোষ্ঠী লগ হৈ অসমীয়া জাতি গঠন হৈছে, ইয়াক জাতিৰ মৰ্যাদা দিবই লাগিব। 'অসমীয়া জাতি' কথাষাৰে ৰাষ্ট্ৰৰ অৰ্থত 'নেছন' নিশ্চয় বুজোৱা নাই। একাংশ বিদ্ৰোহীয়েহে তেনে এক বাগধাৰাৰ সূচনা কৰিছে। জাতি আৰু জাতীয়তাবাদৰ ইতিহাস প্ৰণেতা তথা তাত্ত্বিকসকলৰ অন্যতম বেনেডিক্ট এণ্ডাৰ্ছনে জাতিক এক 'কল্পিত ৰাজনৈতিক জনসমষ্টি' (Imagined Political Community) বুলিহে কৈছে। সভাপতিৰ ভাষণত ডেকাই জাতিৰ সংজ্ঞা ছেদেলি-ভেদেলি হৈ পৰা আৰু ইউৰোপীয় কমিউনিটী (EU) গঠন আদিৰ উদাহৰণ দাঙি ধৰিছে। বিশ্বায়ন আৰু 'ই ইউ' গঠনে নিশ্চয় জাতিৰ পৰম্পৰাগত ধাৰণাবোৰ দুৰ্বল কৰিছে আৰু প্ৰত্যাহ্বানৰ মুখত থিয় কৰাইছে। উমৈহতীয়া মুদ্ৰা ইউৰোৰ (Euro) প্ৰচলন এই দিশত এক ঐতিহাসিক অগ্ৰগতি। বিশ্বায়নৰ আৰু এখন সীমাহীন (ব'ৰ্ডাৰলেছ) বিশ্বৰ পিনে মানব জাতি অগ্ৰসৰ হোৱাৰ সময়ত জাতি ৰাষ্ট্ৰৰ পৰম্পৰাগত ধাৰণা 'মানচিত্ৰমূলক ভ্ৰম' হিচাপে পৰিগণিত হোৱাই স্বাভাৱিক। (১২)।

এহাতে অসমীয়া আৰু কেতবোৰ জনগোষ্ঠীয়ে জাতি গঠনৰ দাবী কৰিব খোজে যদিও আনহাতে বৰ্ণ-ধৰ্ম-সম্প্ৰদায়ৰ এলান্ধুবোৰো আঁতৰ কৰাত সফল হ'ব পৰা নাই। সৌ সিদিনা বৰপেটা সত্ৰত এগৰাকী অহিন্দু মন্ত্ৰীৰ উপস্থিতিৰ ফলত যিদৰে জিলাখনত 'বন্ধ' কাৰ্যসূচীৰে প্ৰতিবাদৰ ঢৌ বোৱাই দিয়া হৈছিল তেনে ঘটনালৈ চাই ক'ব পাৰি যে এটা সুস্থ-সবল জাতি নাইবা জাতিসত্তা গঠন কৰাত আজিৰ অসমীয়া সফল হ'ব নোৱাৰে। মধ্যযুগীয় সংকীৰ্ণতাই জাতি গঠন প্ৰক্ৰিয়াক সফল হ'বলৈ নিদিয়ে। কিন্তু মধ্যযুগীয় সন্তসকলৰ চিন্তাও বৈপ্লবিক আছিল। সভাপতি ডেকাই বক্ৰোক্তি কৰিছে এই বুলি : 'শ্ৰীমন্ত শংকৰদেৱে চান্দসাৰ হতুৱাই নামঘৰৰ লাই খুঁটা পোতা কাৰ্য আজিৰ অসমীয়া সমাজত যেন কাল্পনিক কাহিনীহে (১৩)!'

০০০

# সন্দিকৈৰ সংস্কৃত প্ৰেম

কৃষ্ণকান্ত সন্দিকৈ তেওঁৰ জীৱন কালতে এক প্ৰবাদপুৰুষ হৈ পৰিছিল। বহুতৰ কাৰণে সন্দিকৈ হৈ পৰিছিল ওচৰ চাপিব নোৱৰা, সহজে দেখা নোপোৱা এগৰাকী গহীন-গম্ভীৰ পণ্ডিত। পণ্ডিত তথা পাণ্ডিত্য সম্পৰ্কে এইটো আছিল পুৰণি ধাৰণা। এই পুৰণি ধাৰণা অনুসৰি পণ্ডিতজন আন লোকতকৈ বেলেগ, জ্ঞান তথা পাণ্ডিত্য থকা লোক জ্ঞান তথা পাণ্ডিত্য নথকা লোকতকৈ পৃথক। জ্ঞানৰ ধাৰণাটোও আছিল ভ্ৰান্ত আৰু জ্ঞান, পাণ্ডিত্য সকলোৰে কাৰণে বুলি বিবেচনা কৰা নহৈছিল। মাত্ৰ অতি ক্ষুদ্ৰসংখ্যক এচাম লোকৰ আছুতীয়া অধিকাৰ তথা সম্পত্তি হৈ পৰিছিল জ্ঞান। আনকি জ্ঞানচৰ্চাৰ ভাষাও সৰ্বসাধাৰণৰ ভাষা নাছিল। উদাহৰণস্বৰূপে প্ৰাচীন ভাৰতৰ জ্ঞান-শিক্ষাদান আৰু চৰ্চা হৈছিল সংস্কৃত আদি ভাষাত যিটো সৰ্বসাধাৰণৰ ভাষা নাছিল। সংস্কৃত জনা লোকক সৰ্বসাধাৰণে ভয়-ভক্তি কৰিছিল। সংস্কৃত জ্ঞান সেয়ে ক্ষমতাৰো প্ৰতীক হ'ব পাৰিছিল। সংস্কৃতক 'দেৱভাষা' বুলি কোৱাৰ এটা কাৰণ নিশ্চয় ইয়াক আৰু জ্ঞানচৰ্চাক সৰ্বসাধাৰণৰ পৰা দূৰত ৰখা। জ্ঞান-চৰ্চাৰ দিশত প্ৰাচ্য আৰু পাশ্চাত্য দুয়ো বিশ্বতে এই ধৰণৰ সংকীৰ্ণ, ৰক্ষণশীল দৃষ্টিভংগী সক্ৰিয় আছিল। ভাৰতত বেদসমূহক সৰ্বসাধাৰণে ঢুকি নোপোৱা স্থানত ৰখাৰ দৰে বাইবেল (Bible) গ্ৰন্থও সৰ্বসাধাৰণে পঢ়িবলৈ পোৱা নাছিল। এই ক্ষেত্ৰত অনুবাদৰ ভূমিকা আছিল বৈপ্লৱিক, যুগান্তকাৰী। অৱশ্যে পশ্চিমীয়া পৰম্পৰাই অনুবাদক সহজে মানি লোৱা নাছিল। খ্ৰীষ্টান পৰম্পৰাই অনুবাদক দূষিত নাইবা ভেজাল বুলি গণ্য কৰিছিল। আনকি খ্ৰীষ্টান পৰম্পৰাৰ পূৰ্বেও গ্ৰীক দাৰ্শনিক প্লেটোৱে তেওঁৰ আদৰ্শ ৰাষ্ট্ৰত কবিক স্থান নিদিছিল কিয়নো তেওঁ ভাবিছিল যে কবিয়ে বাস্তৱতা নাইবা সত্যতাক বিকৃত কৰে। পিছত অৱশ্যে এৰিষ্টোটলে কবি আৰু কবিতাক মৰ্যাদা দিয়ে। তেওঁ প্লেটোৰ বিপৰীতে গৈ এই বুলি দেখুৱাইছিল যে কবিতাই প্ৰকৃততে বাস্তৱতাকেই অনুকৰণ কৰে আৰু তাকে কৰোঁতে নান্দনিকভাৱে আনন্দদায়ক ৰূপৰ সৃষ্টি কৰে। কিন্তু বিশুদ্ধতা আৰু মূলৰ প্ৰতি ইউৰোপীয়সকল ইমানেই বিশ্বাসী আছিল যে ষষ্ঠদশ শতাব্দীত ফ্ৰান্সত প্লেটোৰ ৰচনাৱলীৰ 'মুক্ত' অনুবাদ কৰাৰ প্ৰচেষ্টা চলোৱাৰ অভিযোগত ইটেনৈ ড'লে (Eitenne Dolet)ক প্ৰাণদণ্ড বিহা হৈছিল। কিন্তু ভাৰতবৰ্ষত সেই সময়ত ভক্তি আন্দোলনে বিস্তৃতি লাভ কৰিছিল আৰু প্ৰাচীন ধৰ্মপুথি, পুৰাণ-আখ্যানসমূহ, মহাকাব্যসমূহ বিভিন্ন থলুৱা নাইবা মাতৃভাষালৈ মুক্ত অনুবাদ কৰা হৈছিল 'মূল' সংস্কৃত ভাষাৰ পৰা। অসমতো শংকৰদেৱ আৰু মাধৱদেৱে ভাগৱত গীতাকে ধৰি প্ৰাচীন ধৰ্মপুথি সমূহ সংস্কৃতৰ পৰা মুক্ত অনুবাদ কৰাই নহয়, সিবিলাকক সৃষ্টিশীল সাহিত্যে গুণেৰে বিশিষ্ট ৰূপ দিছিল।

অনুবাদৰ এই প্ৰাচীন পৰম্পৰাটোৰে এগৰাকী আধুনিক উত্তৰাধিকাৰী আছিল পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ। অসমত শংকৰদেৱ মাধৱদেৱৰ দিনৰে পৰাই অনুবাদৰ এটা দীৰ্ঘ পৰম্পৰা আছে যদিও অনুবাদ সাহিত্যত অসমীয়া আজি দেশৰ আন বহুততকৈ

পিছপৰা। আধুনিক অসমীয়া ভাষাত অনুবাদ সাহিত্যৰ শ্ৰীবৃদ্ধি হোৱা নাই। মাত্ৰ কাব্য সাহিত্যৰ দিশতহে অনুবাদে এক বিশিষ্ট স্থান লাভ কৰিবলৈ সক্ষম হৈছে। শংকৰ-মাধৱ চিৰস্মৰণীয়, শ্ৰেষ্ঠ অনুবাদক হিচাপেও উল্লেখনীয় যদিও আনকি প্ৰাচীন ভাৰতীয় সাহিত্য তথা চিন্তাৰ জগতখন অসমীয়া ভাষাৰে চাব আৰু বুজিব পৰা আজিও সম্ভৱ হোৱা নাই। গীতা, উপনিষদ, সংখ্যা দৰ্শন আদি প্ৰাচীন ভাৰতীয় চিন্তাৰ একাংশৰ অনুবাদ হৈছে যদিও চাৰি বেদৰ সম্পূৰ্ণ অনুবাদ আজিও হোৱা নাই। ইয়াৰ ফল হিচাপে শুদ্ধ বা অশুদ্ধকৈ সংস্কৃতৰ শ্লোক মুখস্থ গোৱা নাইবা জনা লোকক আমাৰ সমাজৰ একাংশই এতিয়াও ভক্তৰ চকুৰে চোৱা দেখিবলৈ পোৱা যায়। আমাৰ বহুসংখ্যক লোকৰ কাৰণে সমাজখন আজিও প্ৰায় দুহেজাৰ বছৰৰ পূৰ্বৰ মনুৰ দিননে বৈ আছে।

জ্ঞানৰ প্ৰসাৰ-বিৰোধী, ৰক্ষণশীল সমাজৰ বিপৰীতে আন এচাম 'প্ৰেক্টিকেল' লোকেও জ্ঞানৰ অনা-উপযোগী (non-utilitarian) মূল্য বুজাত ব্যৰ্থ হৈ আহিছে। জ্ঞানৰ মূল্য এওঁলোকে কোনো ব্যৱহাৰিক দৃষ্টিভংগীৰে নিৰ্ধাৰণ কৰিবলৈ অপচেষ্টা চলায়। তথাকথিত 'প্ৰেক্টিকেল' বুলি বিবেচিত নোহোৱা জ্ঞান তথা জ্ঞান চৰ্চাক এওঁলোকে উপলুণ্ডা কৰি আহিছে। বিশেষকৈ বিজ্ঞান প্ৰযুক্তিক যান্ত্ৰিকভাৱে গ্ৰহণ কৰা লোকৰ সংখ্যা বৃদ্ধি পোৱাত ভোগবাদৰ ব্যাপ্তিয়ে মানুহক অন্ধ প্ৰেক্টিকেলবাদী কৰি তোলে। এড্‌বাৰ্ড গিবনে তেওঁৰ বিশ্ববিখ্যাত 'দ হিষ্ট্ৰী অব দ ডিক্লাইন এণ্ড ফল অব দ ৰোমান এম্পায়াৰ' গ্ৰন্থ লিখি থকা কালছোৱাত লণ্ডনৰ ক্লাবলৈ গ'লে তেওঁৰ বন্ধু বৰ্গই গিবনৰ বিষয়ে 'always scribbling, eh!' বুলি কৈ ঠাট্টা কৰিছিল। তেওঁক এইদৰে উপহাস কৰাসকলে গিবনৰ সেই মহৎ কৰ্মৰ মোল বুজা নাছিল। কাৰ্ল মাৰ্ক্সেও তেওঁৰ 'কেপিটেল' গ্ৰন্থ লিখি থকা সময়ছোৱাত কিছুমানে তেওঁৰ বিষয়ে 'ইম্‌প্ৰেক্টিকেল' বুলি মন্তব্য আগবঢ়াইছিল। ১৯৬৭ৰ ৩০ এপ্ৰিলত তেওঁ এছ মেয়াৰলৈ লিখা এখন চিঠিত লেখিছিল : তোমাৰ চিঠিৰ উত্তৰ মই দিয়া নাছিলো কিয়? কাৰণ মই কাম কৰাৰ সামৰ্থ্য থকা অৱস্থাত মোৰ কিতাপখন লেখি সম্পূৰ্ণ কৰাৰ কাৰণে প্ৰতিটো মুহূৰ্তকে কামত লগাবলগীয়া হৈছিল। এই কামৰ কাৰণেই মই মোৰ স্বাস্থ্য, সুখ আৰু পৰিয়াল— এই সকলো বিসৰ্জন দিবলগীয়া হ'ল। .... তথাকথিত প্ৰেক্টিকেল মানুহবোৰৰ কথা শুনি মোৰ হাঁহি উঠে.... কিন্তু মই নিজকে সঁচাকৈয়ে 'ইম্‌প্ৰেক্টিকেল' বুলি গণ্য কৰিলোহেঁতেন যদিহে অন্ততঃ পাণ্ডুলিপিৰ আকাৰতো মই মোৰ কিতাপখন লেখি সম্পূৰ্ণ কৰিব নোৱৰাকৈ ইহসংসাৰ ত্যাগ কৰিবলগীয়া হ'লহেঁতেন' (১)। প্ৰাচীনকালৰ ঋষি-মুনি তথা দাৰ্শনিকসকলৰ দৰে জ্ঞান-অন্বেষণৰ বিষয়ত প্ৰকৃত্যবোধৰ অভাৱ হোৱা হ'লে পৰিয়ালৰ দুখ-দুৰ্দশাৰ প্ৰতি নিৰ্লিপ্ত থাকি একুৰি বছৰ ধৰি এখন কিতাপ লেখাৰ ধৈৰ্য বা শক্তি মাৰ্ক্সে ক'ৰ পৰা পালেহেঁতেন অনুমান কৰা টান। কিন্তু সমাজত এনে মূল্যবোধৰ অভাৱ মাৰ্ক্সৰ দিনতো আছিল, গিবনৰ দিনতো আছিল আৰু আজি আমাৰ দিনতো আছে। সকলোতে উপযোগবাদৰ, ভোগবাদৰ পূজা চলিছে। অথচ মানৱ প্ৰকৃতিৰ এক অন্যতম মহত্ত্ব হ'ল বিবোধ বস্তুৰ কোনো তাৎক্ষণিক উপযোগবাদী মূল্য নাই তেনেকোৱা বস্তুৰ প্ৰতি আমাৰ কৌতূহল থকাটো।

আজীৱন জ্ঞান অন্বেষণকাৰী, সাধনাত ব্ৰতী কৃষ্ণকান্ত সন্দিকৈৰ পাণ্ডিত্যৰ মূল্যায়নত আমাৰ বহুতৰে কেনা লাগে বিশেষকৈ মূল্যবোধৰ অভাৱৰ কাৰণে। যিবোৰ মূল্যবান গ্ৰন্থ (বিশেষকৈ 'নৈষধ চৰিত', 'যশস্তিলক' আৰু 'সেতু বন্ধ') তেওঁ অনুবাদ আৰু ব্যাখ্যা কৰিছে, টীকা-ভাষ্য লেখিছে, সেইবোৰ সংস্কৃত, প্ৰাকৃত আৰু পালি ভাষাত ৰচিত। আধুনিক সমাজত সিবিলাকৰ প্ৰাসংগিকতাও তুলনামূলকভাৱে সামান্য। সেইবোৰ বিশেষকৈ পুৰণি, ধ্ৰুপদী সাহিত্যৰ পণ্ডিতসকলৰহে অধ্যয়ন চৰ্চাৰ বিষয়। এই ফালৰ পৰা চালে সন্দিকৈৰ পাণ্ডিত্য পণ্ডিতৰ কাৰণেহে বেছি মূল্যবান অৰ্থাৎ তেওঁ পণ্ডিতৰ পণ্ডিত। এই প্ৰসংগতে তেওঁৰ ব্যক্তিগত পুথিভঁৰালটোত পোৱা গ্ৰন্থৰ তালিকাখন ভাবিবলগীয়া ঃ সংস্কৃত, পালি আৰু প্ৰাকৃত ৩০০০, প্ৰাচীন ভাৰত বুৰঞ্জী প্ৰায় ৩৫০, সাধাৰণ বুৰঞ্জী প্ৰায় ৬০০, গ্ৰীক ৮৫০ আৰু বিভিন্ন ভাষাৰ অভিধান ৮৫ খন। তেন্তে আমাৰ দৰে সাধাৰণ মানুহৰ কাৰণে তেওঁৰ পাণ্ডিত্যৰ প্ৰাসংগিকতা থাকিল ক'ত!

কৃষ্ণকান্ত সন্দিকৈৰ বিষয়ে আজি আমাৰ মনত প্ৰধানকৈ দুটা প্ৰশ্নৰ উদয় হয়। সেই দুটা প্ৰশ্ন হ'ল— (১) সন্দিকৈ ডাঙৰীয়াই প্ৰধানকৈ পুৰণি সংস্কৃত, পালি, প্ৰাকৃত তথা আন ভাষাৰো (যেনে গ্ৰীক আদি) পুৰণি সাহিত্যৰ অধ্যয়ন আৰু গৱেষণাৰ প্ৰয়োজনীয়তাৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিছিল কিয়? (২) সন্দিকৈয়ে অসমীয়া আৰু ইংৰাজীতো যথেষ্টসংখ্যক প্ৰবন্ধ লেখিছিল যদিও সংস্কৃত আদি ভাষাৰ ধ্ৰুপদী সাহিত্যৰ (তেওঁৰ টীকা-ভাষ্যসমূহকো পাণ্ডিত্যপূৰ্ণ কৰ্ম হিচাপে লেখত ধৰিও) ইংৰাজী আদি ভাষাত অনুবাদ কৰ্মক তেওঁ প্ৰাধান্য দিয়াৰ কাৰণ কি আছিল?

সন্দিকৈৰ চিন্তা-চৰ্চা, অধ্যয়ন গৱেষণাৰ জগতখন যে সংস্কৃত, গ্ৰীক, প্ৰাকৃত আদিৰ পুৰণি ধ্ৰুপদী সাহিত্য, সেই কথা তেওঁৰ ৰচনাসমূহৰ যোগেদি স্পষ্টভাৱে প্ৰকাশ পাইছে। তেওঁৰ 'নৈষধ চৰিত', 'যশস্তিলক' আৰু ভাৰতীয় সংস্কৃতি', 'সেতুবন্ধ'ৰ উপৰি অসমীয়াতে লিখা প্ৰবন্ধসমূহ যিসকলে পঢ়িছে এই কথা তেওঁলোকে ভালদৰে উপলব্ধি কৰিব পাৰিব। অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা 'কৃষ্ণকান্ত সন্দিকৈৰ ৰচনা সম্ভাৰ'ত থকা তেওঁৰ সৰহখিনি ৰচনাই ধ্ৰুপদী গ্ৰীক, জাৰ্মান, স্পেনিছ, ৰুছ, জাপানী, সংস্কৃত সাহিত্যৰ পৰিচয়মূলক প্ৰবন্ধ। প্ৰসংগক্ৰমে উনুকিয়াব পাৰি যে প্ৰবৰ সেনৰ 'সেতুবন্ধ' আনুমানিক পঞ্চম শতিকাৰ, সোমদেৱ সুৰীৰ 'যশাস্তিলক' দশম শতিকাৰ আৰু শ্ৰীহৰ্ষৰ 'নৈষধ চৰিত' আনুমানিক দ্বাদশ শতিকাৰ সাহিত্য কৰ্ম। এই প্ৰসংগত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই তেওঁৰ 'কৃষ্ণকান্ত সন্দিকৈৰ সাহিত্য চিন্তা' গ্ৰন্থখনৰ পৰিশিষ্টত (পৰিশিষ্ট-২) উল্লেখ কৰা কেইটিমান কথা ভাবিবলগীয়া। ড° ভট্টাচাৰ্যই লিখিছে ঃ 'বহুত দিনৰ আগৰ কথা। মই তেতিয়া ৰামধেনুৰ সম্পাদক। সন্দিকৈয়ে তেতিয়া 'সেতুবন্ধ' অনুবাদ আৰু সম্পাদনা কৰি আছে। মই সন্দিকৈৰ ঘৰত গৈ তেওঁক এদিন দুপৰবেলা সাক্ষাৎ কৰিলোঁগৈ। মোৰ লগত তেওঁৰ আগৰ চিনাকি নাই। 'ৰামধেনু' মোৰ নাম আৰু মোৰ দাদা শিৱকান্ত ভট্টাচাৰ্যক তেওঁ জানে। এই কথা জানি মোৰ আনন্দ লাগিল।

মই সুধিলো, আপুনি ইউৰোপৰ পৰা আহি অসমীয়াত ভালেমান মূল্যবান প্ৰবন্ধ লিখিছিল। আধুনিক অসমীয়া সাহিত্যত সেইবোৰ অমূল্য। আপুনি সংস্কৃত সাহিত্যত

গৱেষণা কৰিবলৈ ল'লে, ভাল কথা। কিন্তু অসমীয়াত লিখিবলৈ কিয় এৰি দিলে?

'তেওঁ তপৰাই মাত দিলে, 'ইউৰোপৰ পৰা আহি অসমীয়াতেই লিখিছিলো। কিন্তু এজনে ক'লে এইবোৰ লিখিব হয়, পঢ়োতা পাব ক'ত? তাতকৈ সংস্কৃতত লাগক। লাগিলো। দুখন গ্ৰন্থ সম্পাদনা কৰোতেই জীৱনৰ ভালেমান কাল গ'ল। এতিয়া মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচিত 'সেতুবন্ধ' সম্পাদনা কৰিবলৈ লৈছো। এইখন শেষ হ'লে অসমীয়াত লিখিবলৈ ল'ম। কিন্তু কামটো বৰ কষ্টকৰ। সময়ো যথেষ্ট নয়। কেতিয়াবা এটা শব্দৰ অৰ্থ কৰিবলৈ চাৰি-পাঁচ মাহ লাগে।'(২)

সমসাময়িক আন এজন অসমীয়া পণ্ডিত বাণীকান্ত কাকতীয়েও লেখকৰ মোল বুজা পাঠকৰ অভাৱ দেখি কৈছিল ঃ 'কিতাপ পঢ়ি মনটো চহকী কৰাহে শ্ৰেয়। এই অচমজদাৰ মানুহবিলাকৰ বাবে লেখি কি লাভ!'(৩)

জ্ঞানচৰ্চাৰ বিষয়ত একেটা যুগতে অগা-পিছাকৈ দুই অসমীয়া পণ্ডিতৰ মনত হোৱা এনে নিৰাশ ভাব চিন্তাৰ বিষয়। যিকোনো গহীন চিন্তা-চৰ্চাৰ ক্ষেত্ৰত প্ৰকৃততে আজিও অসমীয়া সমাজত একেটা পৰিস্থিতি বিৰাজমান।

সন্দিকৈৰ অনুবাদ আৰু সম্পাদনা কৰ্মসমূহ ধ্ৰুপদী ভাৰতীয় সাহিত্য-সংস্কৃতি আৰু গৱেষণামূলক কৰ্ম হিচাপে স্বীকৃত হৈছে। কিন্তু অসমীয়াত লিখিলে সেইবোৰৰ পঢ়োতা নোলাব বুলি ভাবিয়েই তেওঁ সংস্কৃত ভাষা-সাহিত্যৰ গৱেষণা-সম্পাদনাত লাগিল আৰু অসমীয়ালৈ পিঠি দিলে বুলি ক'লেই সন্দিকৈৰ সংস্কৃত সাহিত্যৰ গৱেষণাৰ মূল উদ্দেশ্য ধৰিব নোৱাৰি। পাঁচশ বছৰ পূৰ্বে শংকৰদেৱ-মাধৱদেৱে দেখুৱাই যোৱা পথটো কিন্তু বেলেগ আৰু বিপৰীত আছিল। তেওঁলোকে সংস্কৃত শাস্ত্ৰ, ধৰ্মগ্ৰন্থসমূহ থলুৱা ভাষালৈ তৰ্জমা কৰি ভাবানুবাদ নাইবা transcreation কৰি সম্পূৰ্ণ সফল হৈছিল। সেয়ে ধ্ৰুপদী শাস্ত্ৰ জ্ঞান আৰু সংস্কৃত সাহিত্যৰ ৰস অসমৰ প্ৰাক্‌সাক্ষৰ সমাজৰ সাধাৰণজনে গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। সংস্কৃতৰ এলিটপন্থী, পুৰোহিত-পণ্ডিতকেন্দ্ৰিক পৰম্পৰাৰ বাজহাড় ভাঙিছিল ভক্তি ধৰ্ম আৰু সাহিত্যৰ যোগেদি অহা এই থলুৱা-মাতৃভাষাৰ জাগৰণে। সন্দিকৈয়ে এই এলিট-পুৰোহিতপন্থী ভাষিক পৰম্পৰাৰ বিপৰীতে থলুৱা মাতৃভাষামুখী পৰম্পৰাক আঁকোৱালি লোৱা হ'লে অসমীয়া ভাষা-সাহিত্য সমৃদ্ধ হোৱাৰ উপৰি দেশ তথা বিশ্বই আমাৰ ভাষা-সাহিত্যৰ গুণানকীৰ্তন কৰিলেহেঁতেন। জীৱনৰ শেষৰফালে অৱশ্যে সন্দিকৈয়ে সিদ্ধান্ত সলনি কৰিছিল: সংস্কৃত এৰি তেওঁ থলুৱা অসমীয়া ভাষাত লেখাৰ বাবে আগ্ৰহ প্ৰকাশ কৰিছিল। ১৯৭৪ চনত 'সেতুবন্ধ'ৰ কাম শেষ হোৱাত তেওঁ যতীন্দ্ৰনাথ গোস্বামীক কৈছিল : 'সংস্কৃত সাহিত্যৰ ভিতৰত সোমাই আছিলো। জীৱনৰ ভাল সময় তাতে গ'ল। এতিয়া অসমীয়াত লিখিম।' তেওঁ জীৱনৰ ভাল সময় সংস্কৃততে গ'ল বুলি কোৱা কথাত আক্ষেপ নাইবা অনুতাপ প্ৰকাশ পোৱা নাই। কিন্তু তেওঁ সংস্কৃত সাহিত্যৰ ভিতৰতে সোমাই নথকা হ'লে অসমীয়া ভাষা-সাহিত্যত এটা নতুন পৰ্ব সংযোগ হ'লহেঁতেন। ঊনবিংশ শতিকাতে ইংৰাজ ঔপনিবেশিকতাবাদীসকলে ভাৰতৰ পুৰণি সমাজ, সভ্যতা, সাহিত্য সংস্কৃতি 'আৱিষ্কাৰ' কৰাৰ উদ্দেশ্যে চলোৱা অনুসন্ধান আৰু গৱেষণাসমূহৰ আদৰ্শৰ দ্বাৰাও সন্দিকৈ অনুপ্ৰাণিত হ'ব পাৰে। ভাৰতীয় অতীত 'আৱিষ্কাৰ' আদৰ্শ ধাৰাটোৰেই সন্দিকৈও এজন

গৱেষক আছিল। পুৰণি ধ্ৰুপদী ভাৰতীয় সাহিত্য অধ্যয়ন, গৱেষণা, সম্পাদনা, অনুবাদতে লাগি থকাৰ ই এটা প্ৰধান কাৰণ হ'ব পাৰে। সেই কালত বুৰঞ্জী, দৰ্শন, পুৰণি সাহিত্য-সংস্কৃতি অধ্যয়ন আৰু গৱেষণাই ইমানেই বেছি গুৰুত্ব লাভ কৰিছিল যে জ্ঞান চৰ্চা আৰু জ্ঞান অন্বেষণ বুলি ক'লে প্ৰধানকৈ এইবোৰকে বুজাইছিল। বৰ্তমান নাইবা ভৱিষ্যত নহয়, অতীতটোহে আছিল জ্ঞান সাধক, পণ্ডিত গৱেষকসকলৰ বাবে আটাইতকৈ বেছি মূল্যবান আৰু গুৰুত্বপূৰ্ণ। বৰ্তমানৰ সমাজ তথা ৰাজনীতিৰ পৰা বহু দূৰত আছিল এই জ্ঞানচৰ্চা। ইংৰাজ ঔপনিবেশিকতাবাদৰ সৈতে সন্দিকৈৰ বিৰোধ নোহোৱাৰ কাৰণটোও এই ক্ষেত্ৰত আমি লক্ষ্য কৰিব পাৰো। ১৯১৭ চনত যোৰহাটত অনুষ্ঠিত হোৱা অসম ছাত্ৰ সন্মিলনৰ দ্বিতীয় অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদকীয় অভিভাষণত সন্দিকৈয়ে লিখিছিল ঃ

'সমাজৰ আৰু ৰাজ শাসনৰ প্ৰতি আমাৰ যি ভাব হোৱা উচিত তাৰ মূল ভেটিস্বৰূপ সংযম বা discipline আমাৰ এই সন্মিলনৰ মাজেদি প্ৰকাশ পাব। সমাজতন্ত্ৰ আৰু ৰাজতন্ত্ৰৰ লগত বিৰোধ নোহোৱাকৈ ব্যৱস্থাৰ অনুৰূপকৈ (constitutionally) সন্মিলনৰ কাৰ্য চলাওতে শৃংখলাপূৰ্ণ আৰু নীতিসংগত কাৰ্যপ্ৰণালী আমাৰ অলপ-অচৰপ শিকা হ'ব।' (৪)। অতীত কেন্দ্ৰিক জ্ঞানচৰ্চাত আজীৱন লিপ্ত থাকি হয়তো সন্দিকৈয়ে বৰ্তমানৰ সংঘাত আৰু অস্থিৰতাৰ পৰা আঁতৰি থাকিব পাৰিছিল। জি এন দেৱীয়ে ভাৰতীয় সাহিত্য অনুবাদ পৰম্পৰাক তিনিটা ভাগত বিভক্ত কৰিছে ঃ (১) প্ৰাচীন সাহিত্য পৰম্পৰা সংৰক্ষণত গুৰুত্ব দিয়া, (২) ভাৰতীয় ভাষা-সাহিত্যক পশ্চিমীয়াকৰণ কৰাত গুৰুত্ব দিয়া আৰু (৩) আধুনিক ভাৰতীয় ভাষাসমূহৰ সাহিত্যক ৰাষ্ট্ৰীয়কৰণ কৰাত গুৰুত্ব দিয়া। সন্দিকৈয়ে প্ৰাচীন সাহিত্য পৰম্পৰা সংৰক্ষণত (১) বিশেষভাৱে গুৰুত্ব দিছিল।

পুৰণি সাহিত্যৰ অনুবাদক হিচাপে অনুবাদ সম্পৰ্কীয় গভীৰ অধ্যয়ন আৰু চিন্তাও সন্দিকৈয়ে কৰিবলগীয়া হৈছিল। অসমীয়া ভাষাত অনুবাদৰ বিষয়ে প্ৰথম ৰচনা হ'ল সন্দিকৈৰ 'অনুবাদৰ কথা। অনুবাদ সম্পৰ্কীয় চিন্তা-চৰ্চাৰ এটি চমু পৰিচয় সন্দিকৈয়ে তেওঁৰ ৰচনাখনত দাঙি ধৰিছে। অনুবাদৰ বিষয়ত তেওঁৰ ধাৰণা আছিল এনে ধৰণৰ ঃ

সাহিত্যৰ সাহিত্যতা আৰু তাৰ প্ৰকৃত গৌৰৱ নিশ্চয় অনুবাদৰ ওপৰত নিৰ্ভৰ নকৰে, নিৰ্ভৰ কৰে মৌলিক ৰচনাৰ ওপৰত। কিন্তু মৌলিক ৰচনা আৰু অনুবাদৰ পৰস্পৰ সম্বন্ধ মৌলিক ৰচনাৰ অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিব, যেতিয়া ক্ষমতাশালী কবি, ঔপন্যাসিক, গল্প-লেখক, নাট্যকাৰ আদি আৰু গৱেষণাকাৰী লেখকসকল ওলাবলৈ আৰম্ভ কৰিব তেতিয়া অনুবাদৰ আসন নিশ্চয় তললৈ খহি আহিব; কিন্তু এতিয়া একোৰে একো নাইকিয়া অৱস্থাত অনুবাদ অগ্ৰগণী হ'ব লাগিব। এতিয়াৰ মৌলিক লেখকসকলে নিশ্চয় ক্ৰমাগত লিখি থাকিব, তেওঁবিলাকৰ ভিতৰত ভাল লেখকো আছে; ভাল গুণবিলাক কেৰেঁ অস্বীকাৰ কৰিব নোৱাৰে। অনুবাদ প্ৰবাহে তেওঁবিলাকৰ সাহিত্য সেৱাত কোনো বাধা দিবলৈ নাযায়।

'তেন্তে আমি কি কৰা উচিত? এই প্ৰশ্ন স্বাভাৱিকতে উঠিব। ইয়াৰ উত্তৰ অষ্টাদশ শতিকাত ৰুচ্ছ সম্ৰাজ্ঞী কেথেৰিণে যি কৰিছিল। তেতিয়াৰ ৰুচ্ছ সাহিত্য এতিয়াৰ দৰে বিশ্ব মনোমোহা নাছিল, তেতিয়া তাৰ অৱশ্যে অসমীয়া সাহিত্যৰ মানত অতুল ঐশ্বৰ্যশালী হ'লেও ইউৰোপীয় হিচাপত একেবাৰেই পিছপৰা আছিল। কাজেই অষ্টাদশ শতিকাৰ দ্বিতীয়

ভাগত সম্ৰাজ্ঞী কেথেৰিণে এটা অনুবাদৰ আন্দোলন তুলি দিলে। সম্ৰাজ্ঞীয়ে নিজেও অলপ ভাগ ল'লে। ১৭৬৮ চনৰ পৰা বিদেশী ভাষাবিলাকৰ পৰা অনুবাদ কৰিবৰ কাৰণে তেওঁ বছৰেকত ৫০০০ৰুবল (তেতিয়াৰ দিনত প্ৰায় ৮০০০ টকা) নিৰ্দিষ্ট কৰি দিলে। নানা গ্ৰন্থ অনুবাদ হ'বলৈ ধৰিলে। প্ৰায় ছশ বিদেশী উপন্যাসৰ ৰুছ ভাষালৈ অনুবাদ হ'ল। কাজান কলেজৰ অধ্যক্ষ ভেৰেভকিনে ফৰাচী ডিডৰ'ৰ গোটেই বিশ্বকোষটো (encyclopaedia) অনুবাদ কৰিবলৈ ল'লে। আধুনিক ৰুছ সাহিত্যৰ ভেটি তোলাত পাঠক শ্ৰেণী সৃষ্টি কৰাত এইবিলাকে কিমান কাম দিলে!' (৫)

সন্দিকৈয়ে লিখিছে ঃ 'অনুবাদকে অন্যান্য সাহিত্যৰ সাহায্যৰে পাঠক শ্ৰেণীৰ অৱতাৰণা কৰি, জ্ঞান শিক্ষাৰ বিস্তাৰ কৰি বিশ্ব সাহিত্য আৰু বিশ্ব বুৰঞ্জীৰ ছবি আঁকি অসমীয়া সাহিত্যত নতুন যুগ আনিব। (৬)

অনুবাদৰ বিষয়ত সন্দিকৈৰ দৃষ্টিভংগী, বিশুদ্ধবাদী, মৌলিকতাবাদীসকলতকৈ কিছু সুকীয়া আছিল। তেওঁ যিসকলে অনুবাদক শব্দানুৰূপ কৰাৰ কথা কয়, বিশুদ্ধ অনুবাদৰ কথা কয় — সেইসকলৰ মতামত প্ৰত্যাখ্যান কৰিছিল। তেওঁ লিখিছে ঃ

'অষ্টাদশ শতিকাৰ ফৰাচী দাৰ্শনিক আৰু আলংকৰিক চালৰ্ছ বাটুৰে তেওঁৰ 'সাহিত্য তত্ত্ব' গ্ৰন্থত অনুবাদৰ বিষয়ে আলোচনা কৰোতে কৈছে যে অনুবাদ দুবিধ হ'ব পাৰে। এবিধ অনুবাদ ইমান অবিকল আৰু সুন্দৰ যে সি মূলৰ ঠাই পূৰাব পাৰে। গদ্যৰ এই নিচিনা অনুবাদ অসম্ভৱ। এইবিধ অনুবাদে মূলৰ ঠাই পূৰাবলৈ আশা নকৰে, কেৱল তাৰ অৰ্থ হৃদয়ংগম কৰাত সহায় কৰে। ড্ৰাইদেনে এইবিধৰ ভাঙনিক পাৰাফ্ৰেজ বুলিছে।'

সন্দিকৈয়ে উপৰি উক্ত প্ৰথমবিধৰ অৰ্থাৎ মূলৰ সৈতে মিলা অনুবাদৰ গুৰুত্ব অতি টান হ'লেও স্বীকাৰ কৰিছে। কিন্তু তেওঁ নিজে অনুবাদৰ এই পথটো অনুসৰণ কৰা নাই। তেওঁ লিখিছে ঃ 'গঠোৰ কথাষাৰ আমাৰ মৰা সাহিত্যতো ফলিয়াব, ভৱিষ্যতৰ অনুবাদকসকলে তাৰ পৰা নিজৰ সংকেত বাছি ল'ব। কাজেই সূক্ষ্ম সমালোচনামূলক অবিকল ভাঙনিৰ প্ৰতি, 'থিয়ৰি' অনুযায়ী কৰা সাবধান ভাঙনিৰ প্ৰতি যথেষ্ট মান সংকাৰ দেখুবায় আৰু সময়ত তাৰ উপযোগিতা স্বীকাৰ কৰিও এনে সিদ্ধান্তলৈ আহিব পাৰি যে এতিয়া মিছামিছিকৈ মূলৰ লগত যুঁজি মৰাৰ লাভ নাই, সৰল আৰু সহজকৈ মূলৰ অভিপ্ৰায় বিকৃত নকৰাকৈ তাৰ ভাবাৰ্থ প্ৰকাশ কৰি গ'লেই যথেষ্ট।' সৌন্দৰ্যৰ হানি নহ'লে মূলৰ খাতিৰত অনুবাদ ঠায়ে ঠায়ে শব্দানুৰূপ কৰিলেও একো বেয়া নহ'ব।

'এনেকুৱা সাধাৰণ সংকেতলৈ চকু ৰাখি প্ৰত্যেক অনুবাদকে মূল গ্ৰন্থৰ বিশেষত্ব অনুসৰি নিজৰ প্ৰণালী থিৰ কৰি ল'ব লাগিব। ফলত দেখিব যে অনুবাদবিলাকত এটা নিজা সৌন্দৰ্যৰ আভা পৰিছে, সেইবিলাক এনে স্বতন্ত্ৰীয়া হৈছে যে অনেক সময়ত ক'বৰ মন যাব— মূল একমেবাদ্বিতীয়ম নহয়, বি অনুবাদত সুকীয়া ৰূপ লৈ আবিৰ্ভাব হৈছে।... মুঠতে এই নিচিনা অনুবাদেহে নতুন অসমীয়া সাহিত্যৰ ভেটি তোলাত প্ৰকৃত সহায় কৰিব।'(৭) সন্দিকৈয়ে অৱশ্যে 'অবিকল ভাঙনি'ত প্ৰাধান্য নিদিলেও আক্ষিকভাৱে এনে অনুবাদ সম্ভৱ বুলি ভাবিছিল।

০০০

# ইতিহাস চেতনা

অতীতক ৰোমাণ্টিক দৃষ্টিভংগীৰে চোৱাৰ প্ৰৱণতা আজিও বহুতো লেখক-শিল্পীৰ মাজত সুলভ। ভাৰতৰ দৰে বহু ভাষা-সংস্কৃতি আৰু বহু ধৰ্মীয় সম্প্ৰদায়ৰ দেশত এনে ধৰণৰ ৰোমাণ্টিক দৃষ্টিভংগীয়ে বিপজ্জনক হৈ দেখা দিয়াৰ আশংকা আছে। অথচ ভি এছ নেইপ'লৰ দৰে ন'বেল বঁটা বিজয়ী লেখকে ভাৰতৰ অতীতক এনে বিপজ্জনক ৰোমাণ্টিক দৃষ্টিভংগীৰে চাবলৈ নাইবা বিচাৰ কৰিবলৈ আজিও ভাল পায়। নেইপ'লে সাংবাদিক দিলীপ পাড়্গাঁওকাৰক দিয়া এক সাক্ষাৎকাৰত কৈছিল যে বৰ্তমান ভাৰতীয় মানুহৰ মাজত এক নতুন ইতিহাস চেতনা দেখিবলৈ পোৱা গৈছে আৰু এই ঘটনাই নেইপ'লক আশাবাদী কৰি তুলিছে। নেইপ'লে অযোধ্যাৰ বাবৰি মছজিদ ধ্বংসৰ দৰে ঘটনাৰ প্ৰসংগতে এনে নতুন ইতিহাস চেতনাৰ আশাবাদ দেখা পাইছে। তেওঁ ভাৰতীয় হিন্দুসকলৰ মাজত এক ইতিহাস চেতনাৰ বিকাশ হ'বলৈ ধৰা বুলি কৈছে আৰু তেওঁৰ মতে ই এটা নতুন ঘটনা ('..... the sense of history that the Hindus are now developing is a new thing.')। নেইপ'লৰ মতে অযোধ্যাৰ ঘটনা নাইবা হিন্দুত্বৰ জাগৰণৰ কাৰণ মুছলমান মৌলবাদৰ ভাবুকি নহয়, এই ঘটনাবোৰৰ অন্তৰালত আছে নতুনকৈ জাগি উঠা অথবা লাভ কৰা ভাৰতীয় হিন্দুৰ ইতিহাসবোধ নতুবা ইতিহাস চেতনা (sense of history)। আজিৰ ভাৰতীয়ৰ মাজত জাগি উঠা এই ইতিহাস চেতনা ইয়াৰ পূৰ্বে কেতিয়াও নাছিল। বুৰঞ্জীবিদ ৰমিলা থাপাৰৰ এখন গ্ৰন্থত প্ৰকাশ পোৱা দৃষ্টিভংগীৰ মূল কথাখিনি নেইপ'লে তেওঁৰ ধাৰণাৰ সমৰ্থনত দাঙি ধৰিছে এইদৰে :

ভাৰত আক্ৰমণ, সামন্তবাদ আদি সকলো ঘটনাৰ অন্তৰালত এক গভীৰতৰ সত্য লুকাই আছে। এই সত্যটো হ'ল — আক্ৰমণকাৰীসকলে সিহঁতৰ আক্ৰমণ কাৰ্যক কিদৰে চাইছিল— সেইটো। আক্ৰমণকাৰীসকলে দিগ্বিজয় কৰি গৈছিল, ভাৰতীয়সকলক পদদলিত কৰি গৈছিল। আক্ৰমণকাৰীসকলে লাভ কৰিলে এনে এখন দেশ য'ত মানুহে আক্ৰমণৰ আৰু তলতীয়া হোৱা তথা সাংস্কৃতিক ধ্বংসলীলাৰ তাৎপৰ্য কাহিনিও বুজিব পৰা নাছিল। মাত্ৰ এতিয়াহে ভাৰতীয়সকলে বুজিবলৈ আৰম্ভ কৰিছে যে সেই কালত ভাৰতীয় সংস্কৃতি তথা ঐতিহ্যৰ ব্যাপক ধ্বংস সাধন কৰা হৈছিল। ভাৰতীয় হিন্দু সমাজৰ চৰিত্ৰ আৰু দিগ্বিজয়ৰ চৰিত্ৰৰ বাবেই ভাৰতীয় লোকসকলে ইয়াৰ আগেয়ে সেই ধ্বংস কাৰ্যৰ তাৎপৰ্য বুজিব পৰা নাছিল। প্ৰাক ঔদ্যোগিক ভাৰতবৰ্ষত দেশৰ মানুহৰ তেওঁলোকৰ নিজৰ দেশখনৰ পৰিধিৰ বিষয়ে কোনো সজাগতা নাছিল আৰু এখন ৰাষ্ট্ৰ নাইবা এটা জাতিৰ বিষয়ে তেওঁলোকৰ কোনো ধাৰণাই নাছিল। ভাৰতীয় লোকসকলৰ পৰিভ্ৰমণৰ পৰিধি আছিল অতি ক্ষুদ্ৰ। তেতিয়াই মানুহৰ মুখত শুনা গৈছিল — আমি ইয়াত সকলো ঠিকেই আছো। পশ্চিমৰ দেশত ধ্বংসাত্মক ঘটনা ঘটিব পাৰে, কিন্তু আমাৰ ক্ষতিসাধন কৰা নাই।

নেইপ'লৰ মতে, আজিৰ ভাৰতীয় মানুহৰ ধাৰণা সলনি হৈছে। এই নতুন পৰিস্থিতিকে নেইপ'লে ভাৰতীয় হিন্দুৰ নতুনকৈ জাগি উঠা ইতিহাস চেতনা বুলি দেখুৱাব খোজে।

ভাৰতীয় মানুহৰ ইতিহাস চেতনা জাগি উঠাৰ এই বিভ্ৰান্তিকৰ, ৰোমাণ্টিক, ৰক্ষণশীল ধাৰণাটোৰ উৎস কি? ভাৰতীয় মানুহৰ ইতিহাস চেতনাৰ অভাৱ, ভাৰতীয় মানুহৰ লিখিত ইতিহাসৰ অভাৱ— এনে ধৰণৰ কথাবোৰ অৱশ্যে নতুনকৈ আৱিষ্কৃত হোৱা কথা নহয়। অষ্টাদশ আৰু ঊনবিংশ শতিকাতেই ইংৰাজ ঔপনিবেশিকতাবাদীসকলৰ প্ৰভুত্ববাদী বৃত্তান্ত বা পাঠসমূহ ('ৰ'নাল্ড ইনডেনে যাক 'hegemonic accounts' বুলি কৈছে)(১) প্ৰকাশ পাইছিল। ঔপনিবেশিকতাবাদী ভাৰততত্ত্ববিদ তথা বুৰঞ্জীবিদসকলেই প্ৰথমে ভাৰতীয় সমাজক ব্ৰিটিছ ঔপনিবেশিক শাসন প্ৰতিষ্ঠা হোৱাৰ আগলৈকে ইতিহাসবিহীন, 'স্থবিৰ' (frozen) নতুবা 'গতিহীন' (static) সমাজ হিচাপে বৰ্ণনা কৰিছিল। কেৱল ভাৰতেই নহয়, সমগ্ৰ প্ৰাচ্যকেই পশ্চিমীয়া, ঔপনিবেশিক, প্ৰাচ্যতাত্ত্বিক পণ্ডিতমণ্ডলীয়ে 'স্থবিৰ' বুলি বৰ্ণনা কৰিছে। ভাৰতীয় আৰু প্ৰাচ্যৰ সমাজ আৰু সংস্কৃতি সম্পৰ্কে এনেকুৱা ধাৰণাবোৰৰ জন্ম দিয়া আৰু প্ৰচলন কৰাৰ মূলতে আছিল ব্ৰিটিছ ঔপনিবেশিকতাবাদ আৰু প্ৰাচ্যতত্ত্ব (Orientalism)।

নেইপ'লৰ দৰে আজিৰ ইংৰাজ অনুৰক্ত (Anglophile)সকলৰ দ্বাৰা সৃষ্ট বিভ্ৰান্তি দূৰ কৰাৰ উদ্দেশ্যে প্ৰাচ্য তথা ভাৰতৰ বিষয়ে পশ্চিমীয়া, ঔপনিবেশিকতাবাদী, প্ৰাচ্যতাত্ত্বিক ধাৰণাবোৰৰ সমালোচনা আগবঢ়াব লাগিব। এই ক্ষেত্ৰত উত্তৰ-ঔপনিবেশিক, উত্তৰ-সংযুতিবাদী, নব্য-ইতিহাসবাদী চিন্তাধাৰাবোৰে আমাক সহায় কৰিব পাৰে। প্ৰসংগক্ৰমে উল্লেখ কৰা উচিত হ'ব যে ভাৰতীয় মানুহৰ ইতিহাস চেতনাৰ অভাৱ বুলি কোৱা আৰু পশ্চিমীয়া ইতিহাসৰ সৈতে ফেৰ মাৰিব পৰা ভাৰতৰ নিৰ্ভুল তথ্যভিত্তিক লিখিত ইতিহাসৰ অভাৱ বুলি কোৱা একে কথা নহয়। পশ্চিমীয়া আৰ্হিত লিখা 'নিৰ্ভুল' তথ্যভিত্তিক ইতিহাস যে ভাৰতৰ অভাৱ সেই কথা ডি ডি কৌশাম্বী আৰু ৰমিলা থাপাৰেও অস্বীকাৰ কৰা নাই। কৌশাম্বীৰ মতে '.... We cannot possibly dream of matching a European history of some Europen region in scope, detail, chronological accuracy.' এই বিষয়ত প্ৰখ্যাত ইংৰাজ বুৰঞ্জীবিদ A J P Taylor ৰ মত হ'ল : 'পুৰণি কালত ভাৰতৰ বুৰঞ্জী লেখকসকলে বুৰঞ্জীমূলক কাহিনীবোৰ খেলি-মেলিকৈ লিখিছিল আৰু কোনটো ঘটনা আগতে ঘটিছিল আৰু কোনটো পিছত ঘটিছিল সেই বিষয়েও উল্লেখ কৰা নাছিল। এনে ধৰণৰ কথাৰ ওপৰত ভিত্তি কৰি কোনো শুদ্ধ ইতিহাস লিখিব পৰা নাযায়' (২)। ৰমিলা থাপাৰৰ মতে খ্ৰীষ্টীয় সপ্তম শতিকালৈকে ভাৰতীয় ঐতিহ্যৰ এনে কোনো সাহিত্য নাই যাক নিৰ্দিষ্টকৈ বুৰঞ্জীমূলক ৰচনা বুলি ক'ব পাৰি (৩)। নিৰ্ভুল সময় আৰু শুদ্ধ তথ্যভিত্তিক ইতিহাসৰ পৰিবৰ্তে প্ৰাচীন ভাৰতৰ ইতিহাসত নানান আখ্যানৰ আধিক্য মন কৰিবলগীয়া। ডি ডি কৌশাম্বিয়ে সেয়ে এই বুলি লিখিছিল, 'আমি পাই অহা প্ৰায়বোৰ প্ৰাচীন ভাৰতীয় বুৰঞ্জীৰ আহিলাই ধৰ্মীয় আৰু

ধৰ্মীয় আচাৰ-বিধিৰ সৈতে জড়িত। বাস্তৱতা নাইবা বাস্তৱ ইতিহাসৰ লগত ইতিহাস লেখকসকলৰ কোনো সম্পৰ্ক নাছিল' (৪)। অসমৰ ইতিহাস পঢ়িলেও আমি একে ধৰণৰ সমস্যাৰ সম্মুখীন হওঁ। এডৱাৰ্ড গেইটৰ মত আছিল এনে ধৰণৰ ঃ 'ধৰ্মীয় পুথি আৰু আন আন পুৰণিকলীয়া ৰচনাত বহুতো ৰজা-মহাৰজাৰ নাম উল্লেখ পোৱা যায়; কিন্তু সেই ৰজাসকলনো প্ৰকৃততে কোন আছিল বা ক'ত আছিল এনেবোৰ কথাৰ সত্যতা জনাটো সম্ভৱ নহয়। বুৰঞ্জীবিদে এইবিলাক উল্লেখ কৰি পৃষ্ঠা বঢ়াবলৈ যোৱাটো সময়ৰ অপব্যয় কৰাহে হ'ব। আনকি যিবিলাকৰ বিষয়ে আমি কিছু ভালকৈ জানো, সেইবিলাকৰ সৰহখিনিয়েই কাল্পনিক হ'ব পাৰে আৰু হয়তো কোনে ক'ব পাৰে সেইবিলাক সঁচা ঘটনাৰ ভেটিও হ'ব পাৰে' (৫)। বাণৰজা, উষা, ৰজা ভগদত্ত, নৰক (নৰকাসুৰ), কামাখ্যা দেৱী, প্ৰাগজ্যোতিষপুৰ— ইত্যাদি প্ৰাচীন অসমৰ বহু ঘটনাই কিমানখিনি 'বাস্তৱ' আৰু কিমানখিনি কাল্পনিক কাহিনী তাক কোৱা টান।

প্ৰাচীন ভাৰতৰ ইতিহাস অধ্যয়নৰ ক্ষেত্ৰত এনে ধৰণৰ সমস্যা থকা সত্ত্বেও ৰমিলা থাপাৰে উপাখ্যান, পুৰাণসমূহক ইতিহাস অধ্যয়নৰ প্ৰয়োজনীয় সমল নতুবা উৎস হিচাপে কেনেকৈ ব্যৱহাৰ কৰিব পাৰি সেই বিষয়ে মূল্যবান আলোচনা আগবঢ়াইছে। তেওঁ প্ৰাচীন ভাৰতৰ ইতিহাস পৰম্পৰা গঢ়ি তোলাৰ ক্ষেত্ৰত তিনিবিধ অৱদানৰ বা উৎসৰ কথা উল্লেখ কৰিছে ঃ (১) পুৰাকথা অথবা আখ্যান (mythology), (২) বংশানুচৰিত (genealogy) আৰু (৩) ঐতিহাসিক বৃত্তান্ত (historical narrative)। পুৰাণ আৰু আখ্যানবিলাকৰ লগতে 'ৰামায়ণ' আৰু 'মহাভাৰত'তো ইতিহাসৰ সমল থকা বুলিও তেওঁ দেখুৱাইছে। প্ৰাচীন ভাৰতৰ বিশেষকৈ খ্ৰীষ্টীয় সপ্তম শতিকাৰ পূৰ্বৰ ভাৰতৰ ইতিহাস কেনেকৈ অধ্যয়ন কৰিব পাৰি সেই বিষয়ে ৰমিলা থাপাৰৰ তিনিখন ৰচনাই ইতিহাসৰ ছাত্ৰ আৰু গৱেষকসকলক সহায় কৰিব (৬)। এই বিষয়ৰ শেষৰ ৰচনাখনত তেওঁ লিখিছে ঃ 'প্ৰাচীন ভাৰতৰ প্ৰসংগত এই বুলি ক'ব পাৰি যে ইতিহাসৰ সংজ্ঞাৰ ধাৰণা তেতিয়া অবিকশিত অৱস্থাত আছিল আৰু ইহুদি-খ্ৰীষ্টীয় পৰম্পৰাৰ তুলনাত সুবিকশিত ইতিহাস দৰ্শনৰ প্ৰমাণো সীমিত। কিন্তু সেই বুলি প্ৰাচীন ভাৰতৰ পৰম্পৰাক নুই কৰিব নোৱাৰি' (৭)।

ভাৰতীয় লোকৰ ইতিহাস চেতনাৰ অভাৱ বুলি দেখুওৱা ঔপনিবেশিক তথা প্ৰাচ্যতাত্ত্বিকসকলৰ প্ৰভাৱতে উত্তৰ-ঔপনিবেশিক ভাৰতৰ বহুতো পণ্ডিত-বুদ্ধিজীৱীয়েও ভাৰতীয় লোকৰ ইতিহাস চেতনাক এক পশ্চিমীয়া চেতনাহে বুলি দেখুৱাব খোজে। যদি পশ্চিমীয়া ঔপনিবেশিক দৃষ্টিভংগীৰে ইতিহাস লিখা আৰু অধ্যয়ন কৰা হয়, তেন্তে ই'পশ্চিমীয়া চেতনাই। নিহাৰৰঞ্জন ৰায়ৰ মতেও আধুনিক ভাৰতীয় বুদ্ধিজীৱীৰ ইতিহাস চেতনা এক পশ্চিমীয়া ইতিহাস চেতনাহে (৮)। এই পশ্চিমীয়া চেতনাৰ এক ঔপনিবেশিক চৰিত্ৰ আছে যিটো প্ৰাচ্যতত্ত্বৰ ৰূপতো প্ৰভাৱশালী হৈ পৰিছিল। এনে 'পশ্চিমীয়া চেতনা'ৰ অধিকাৰী পশ্চিমীয়া পণ্ডিতসকলেই প্ৰথমে পশ্চিমৰ আৰ্হিত ভাৰতৰ ইতিহাস লিখিছিল বুলি কোৱা হয়। বিশেষকৈ জেমছ মিলৰ

'History of British India' (প্ৰথম প্ৰকাশ ১৮১৭) গ্ৰন্থখন এই ক্ষেত্ৰত বাটকটীয়া। মিলে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল যে ব্ৰিটিছসকলৰ আগমনৰ আগলৈকে ভাৰতীয় সমাজ প্ৰধানকৈ স্থবিৰ হৈ আছিল। তেৱেঁই প্ৰথম ভাৰতীয় সমাজৰ ইতিহাস সাম্প্ৰদায়িকতাবাদী দৃষ্টিকোণেৰে লিখিছিল। তেওঁ হিন্দু, মুছলমান আৰু ব্ৰিটিছ এই তিনিটা যুগত ভাৰতীয় ইতিহাস ভাগ কৰে। তেওঁৰ এই যুগ বিভাজনে পৰৱৰ্তী বুৰঞ্জীবিদসকলৰ ওপৰত ইমানেই বেছি প্ৰভাৱ পেলায় যে তাৰ পৰা আজিও বুৰঞ্জীবিদসকল সম্পূৰ্ণকৈ মুক্ত হ'ব পৰা নাই। কিন্তু এই সাম্প্ৰদায়িক, ঔপনিবেশিক দৃষ্টিভংগীটোও প্ৰকৃততে পশ্চিমীয়া, ইউৰোপীয় বুৰঞ্জীৰ যুগ বিভাজনৰ আৰ্হিৰ পৰাই অহা। ৰমিলা থাপাৰে উল্লেখ কৰিছে যে হিন্দু, মুছলমান আৰু ব্ৰিটিছ যুগ নতুবা প্ৰাচীন, মধ্য আৰু আধুনিক যুগ— এনে ধৰণৰ যুগ বিভাজন গ্ৰহণ কৰি আঞ্চলিক ইতিহাসৰ সমলবিলাকৰ ওপৰত আনুমানিক কথাবোৰ জাপি দিয়াহে হয় (৯)।

পশ্চিমীয়া আৰ্হিত কৰা যুগ বিভাজন যে কিমান বিভ্ৰান্তিকৰ আৰু বিপজ্জনক সেইটোও মন কৰিবলগীয়া। উদাহৰণ স্বৰূপে ইউৰোপীয়সকলে 'মধ্যযুগ' বুলি ক'লে যি বুজে ভাৰতৰ মধ্যযুগে একে অৰ্থ কেতিয়াও বুজাব নোৱাৰিব। ইউৰোপৰ অনুকৰণততো ভাৰত বুৰঞ্জীৰ যুগ বিভাজন কৰিব নোৱাৰিয়েই আনকি ভাৰতৰ ভিতৰতেই বিভিন্ন অঞ্চলৰ বুৰঞ্জীৰ যুগ বিভাজন বিভিন্ন হ'ব। ৰবাৰ্ট আই ক্ৰেনে যোৱা শতিকাৰ ষাঠিৰ দশকতে দেখুৱাইছিল যে ভাৰত বুৰঞ্জীৰ যুগ বিভাজনৰ (periodization) বিষয়ত কোনো সৰ্বসম্মতি নাই। উত্তৰ ভাৰতৰ কাৰণে যি ধৰণৰ যুগ বিভাজন শুদ্ধ বিবেচিত হ'ব পাৰে, দক্ষিণ ভাৰতৰ বাবে সেইটো শুদ্ধ বিবেচিত নহ'ব (১০)। একবৈখিক আৰু এটা মাত্ৰ প্ৰধান ভাৰতীয় সাংস্কৃতিক, ঐতিহাসিক পৰম্পৰা মানি লৈ ভাৰতৰ বুৰঞ্জী অধ্যয়ন, বিচাৰ-বিশ্লেষণ কৰিবলৈ গ'লে সেয়ে ভয়ংকৰ ভুল কৰা হ'ব। কিন্তু ঔপনিবেশিক ভাৰতৰ 'academic imperialism' নাইবা 'European Paternalism'ৰ চিন্তাধাৰা আজিও প্ৰচলন হৈ আছে।

উত্তৰ-ঔপনিবেশিক ভাৰতীয় বুদ্ধিজীৱীৰ ইতিহাসৰ যি উপৰি উক্ত ধৰণৰ পশ্চিমীয়া চেতনা, তাৰ আমদানি আৰু সম্প্ৰসাৰণ ঘটাইছিল সেইসকল পশ্চিমীয়া বুৰঞ্জীবিদে যিসকলে ভাৰতৰ অতীতটো 'আৱিষ্কাৰ' নতুবা 'পুনৰুদ্ধাৰ' কৰিব খুজিছিল ঔপনিবেশিক শাসন অব্যাহত ৰখাৰ উদ্দেশ্যে। ৰণজিৎ গুহৰ মতে ইতিহাস বিষয়ৰ যি শিক্ষা প্ৰদান কৰা হৈছিল তাক লগুৱাৰ (servent) কাৰণে প্ৰস্তুত কৰা হৈছিল যি ইতিহাসৰ শিক্ষা হ'ল অতীতৰ বিষয়ত প্ৰভুৰ দৃষ্টিকোণক (master's gaze) কোনো প্ৰশ্ন নকৰাকৈ গ্ৰহণ কৰা (১১)।

ভি এছ নেইপ'লৰ দৰে এংলোফাইলসকল যে ঔপনিবেশিকতাবাদী, প্ৰাচ্যতাত্ত্বিকৰ আধুনিক অৱতাৰ তাত আমাৰ সন্দেহ নাই। কুৰি শতিকা আৰু তাৰ পাছতো প্ৰভাৱ পেলাই থকা প্ৰাচ্যতত্ত্ববাদী, ঔপনিবেশিক ধাৰণাবোৰ হ'ল : (১) পাশ্চাত্য সভ্যতা, সমাজ 'আগবঢ়া', 'উন্নত' কিন্তু প্ৰাচ্যৰ সভ্যতা, সমাজ-সংস্কৃতি 'পিছপৰা', 'অনুন্নত'; (২)

পাশ্চাত্যৰ সমাজ-সংস্কৃতি পৰিবৰ্তনশীল, গতিশীল কিন্তু প্ৰাচ্যৰ সমাজ-সংস্কৃতি স্থবিৰ, পৰিবৰ্তনহীন; (৩) পাশ্চাত্যৰ যুক্তি জ্ঞান বিজ্ঞানমুখী কিন্তু প্ৰাচ্য ধৰ্ম-পৰম্পৰাবাদী, ৰহস্যবাদী; (৪) পশ্চিমীয়া সমাজ মুক্ত কিন্তু প্ৰাচ্যৰ সমাজ 'বন্ধ' (closed); (৫) পাশ্চাত্যৰ দৰ্শন যুক্তিমুখী, পুৰুষসুলভ আৰু সক্ৰিয় কিন্তু প্ৰাচ্যৰ দৰ্শন ৰহস্য ধৰ্মমুখী, নাৰীসুলভ আৰু নিষ্ক্ৰিয়; (৬) পশ্চিমীয়া সমাজ ব্যক্তিস্বতন্ত্ৰমুখী, গণতন্ত্ৰমুখী, কিন্তু প্ৰাচ্যৰ সমাজ স্বৈৰাচাৰী (despotic), সমষ্টিকেন্দ্ৰিক; (৭) ভাৰতৰ প্ৰাচীন সভ্যতা-সংস্কৃতি উচ্চমানৰ আছিল যদিও পিছত মোগল ৰাজত্বই ইয়াক হেঁচা মাৰি অধোগামী কৰিলে; (৮) ভাৰতীয় সমাজ আৰু সংস্কৃতি মূলতঃ হিন্দু সমাজ আৰু হিন্দু সংস্কৃতিহে, মধ্যযুগত মোগল ৰাজত্ব প্ৰতিষ্ঠা হ'ল যদিও হিন্দু গাঁথনিটো একেদৰেই থাকিল; (১০) মুছলমান সমাজ আৰু সংস্কৃতিক ভাৰতীয় পৰম্পৰা হিচাপে গণ্য কৰিব নোৱাৰি, ই বহিৰাগত; (১১) ভাৰতীয় সমাজ-সংস্কৃতি স্থবিৰ হোৱাৰ প্ৰধান কাৰণ হ'ল এই সমাজ বৰ্ণভিত্তিক সমাজ (caste society) যাক নৃবিজ্ঞানী লুই ডুমই 'Homo Hierarchicus' আখ্যা দিছে (১২)। প্ৰাচ্যতাত্ত্বিক, ঔপনিবেশিকতাবাদী নাইবা সিবিলাকৰ উত্তৰাধিকাৰী এই ধাৰণাবোৰ উত্তৰ-ঔপনিবেশিক, উত্তৰ-সংযুতিবাদী, নিম্নবৰ্গৰ ইতিহাস আদিৰ পাঠ নাইবা বাগ্‌ধাৰাই ত্ৰুটিপূৰ্ণ আৰু অতি ক্ষতিকাৰক বুলি দেখুৱাইছে।

ডেৰিডীয় নিৰ্গঠন (deconstruction) তত্ত্বই দাঙি দৰে যে চূড়ান্ত সত্য বা চূড়ান্ত বাস্তৱতা (ডেৰিডাৰ ভাষাত transcendental signified) বুলি কোনো বস্তু নাই। ঐতিহাসিক সত্য বা বৈজ্ঞানিক পৰীক্ষাকেন্দ্ৰিকতাৰ (empirical) অৰ্থত বাস্তৱতাৰ ধাৰণাটোও প্ৰত্যাহ্বানৰ মুখত। পাঠৰ বাহিৰৰ বাস্তৱতা বা চূড়ান্ত সত্যৰ বস্তুগত অস্তিত্বক বিতৰ্কিত ৰূপ দিয়া উত্তৰ আধুনিক তত্ত্বই যিহেতু সকলোকে পাঠ হিচাপে বিশ্লেষণ কৰে, সেয়ে ইতিহাস বা ঐতিহাসিক ঘটনাবোৰো হ'ল মাত্ৰ কিছুমান পাঠ আৰু এই পাঠসমূহ সৃষ্টিশীল কথাসাহিত্য, পুৰাকথা, ৰূপক আৰু গতানুগতিকতাতকৈ (stereotypes) বেছি 'শুদ্ধ' নাইবা 'সত্য তথ্য' বুলি ক'ব নোৱাৰি। ক্ৰিষ্টফাৰ বাট্‌লাৰৰ মতে উৎস অথবা সমলবোৰ যিমানেই বস্তুনিষ্ঠ নাইবা প্ৰমাণভিত্তিক যেন নালাগক কিয়, শেষত এই সকলো আন্তঃসম্পৰ্কযুক্ত ব্যাখ্যা নিৰ্ভৰ (interpretable) পাঠ হিচাপেহে স্বীকৃত হয়। তেওঁৰ মতে উত্তৰ আধুনিকতাবাদীৰ দাবী হ'ল যে প্ৰমাণৰ (evidence) সহায়ত বস্তুগত পুনৰ নিৰ্মাণৰ অৰ্থাৎ বস্তুনিষ্ঠ ইতিহাস ৰচনাৰ ধাৰণাটো মাত্ৰ এটা পুৰাকথাহে (myth)। বুৰঞ্জী লেখকসকলে ঘটনাবোৰ কেনেকুৱা আছিল বা ঘটনাবোৰ কেনে ধৰণৰ তাক পোনপটীয়াকৈ আমাৰ আগত ক'ব নোৱাৰে কিয়নো এলন মানস্লই লিখিছে যে সামাজিকভাৱে নিৰ্মিত আৰু অৰ্থনিহিত বাগ্‌ধাৰামূলক ব্যৱহাৰৰ দ্বাৰা সৃষ্টি হয় সকলো অৰ্থ যি বাস্তৱতাক ইমান বেছিকৈ মধ্যস্থতা কৰে যে সেইবোৰে বাস্তৱতাৰ সৈতে পোনপটীয়া সম্পৰ্ক স্থাপনত ব্যৰ্থ হয়। বাট্‌লাৰে স্বীকাৰ কৰে যে ইতিহাস হ'ল কমবেছি অনুপাতে আন বৃত্তান্তবোৰৰ দৰেই সামাজিকভাৱে গৃহীত বৃত্তান্ত মাত্ৰ— যি আমাৰ অনুমোদন আৰু মনোযোগ লাভৰ বাবে যেন মাৰিবলগীয়া হয়; ইতিহাস হ'ল ঘটনাবোৰ

প্ৰকাশ কৰাৰ আন এটা পদ্ধতিমাত্ৰ যি জীয়াই থকা বা নথকাটো নিৰ্ভৰ কৰে আলোচনা আৰু বিতৰ্কৰ ওপৰত। কোনো বুৰঞ্জী লেখকেই এই দাবী কৰিব নোৱাৰে যে মাত্ৰ তেওঁৰ কথাখিনিয়েই শুদ্ধ। সকলো লিখিত ইতিহাসেই সদায় বিতৰ্ক আৰু ব্যাখ্যাৰ ওপৰত নিৰ্ভৰ কৰে। ঐতিহাসিক ঘটনাৱলীৰ বিষয়ে আমি পোৱা বৃত্তান্ত বা লিখিত ইতিহাসৰ ভালেমান অনুমোদিত সংস্কৰণ (version) আছে। আমি সেইবোৰৰ কোনো এটা বা দুটা অনুমোদিত সংস্কৰণহে পঢ়িবলৈ পাওঁ। কিন্তু আমি যদি কোনো এটা অনুমোদিত সংস্কৰণকে পঢ়ি তাকেই একমাত্ৰ শুদ্ধ আৰু চূড়ান্ত বুলি মানি লওঁ নাইবা বিশ্বাস কৰোঁ, তেন্তে সেইটো হ'ব দায়িত্বহীনতাৰ পৰিচায়ক। কিছুমান ঐতিহাসিক ঘটনা অৱশ্যে আমি মানি আহিছোঁ কিছুমান অনুমোদিত সংস্কৰণৰ সমৰ্থনতে। যেনে ১৯৪৭ ৰ ১৫ আগষ্টত ভাৰতে স্বাধীনতা পোৱাৰ কথা। কিন্তু ইয়াতো পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱ বিদ্যমান। ১৯৪৭ ৰ ১৫ আগষ্টৰ দিনটো পশ্চিমীয়া গ্ৰিগ'ৰিয়ান কেলেণ্ডাৰৰ মতেহে। ভাৰতৰ আন আন কেলেণ্ডাৰ নাইবা পঞ্জিকাৰ মতে বৰ্ষটো আৰু তাৰিখটো বেলেগ হ'ব। 'স্বাধীনতা', 'স্বৰাজ' বা 'স্বতন্ত্ৰতা' আদি শব্দবোৰৰো বহু অৰ্থ আছে। ইজাইয়া বাৰ্লিনে উল্লেখ কৰিছে যে চিন্তাবিদসকলে 'স্বাধীনতা'ৰ দুশৰো অধিক অৰ্থ আগবঢ়াইছে (১৩)। ভাৰতে পোৱা স্বাধীনতাও সেয়ে বিতৰ্কৰ বিষয় হৈ আছে। অথচ আমি পঢ়িবলৈ পোৱা অনুমোদিত সংস্কৰণবোৰত এই স্বাধীনতাক সম্পূৰ্ণ, চূড়ান্ত, তৰ্কাতীত অৰ্থত বুৰঞ্জী লেখকসকলে আগবঢ়াইছে নাইবা ব্যৱহাৰ কৰিছে।

নব্য-ইতিহাসবাদী ধাৰণাই আমাক ইতিহাস নতুনকৈ পঢ়িবলৈ সুবিধা দিয়ে। ইতিহাসৰ বিষয়ত পৰম্পৰাগত ধাৰণা অনুসৰি ইতিহাস হ'ল কিছুমান স্থিৰ, বস্তুনিষ্ঠ সত্য তথ্য। কিন্তু উত্তৰ-ছন্দুৰীয়, ডেৰিডীয় ধাৰণাবোৰ লৈ অহা নব্য-ইতিহাসবাদী তত্ত্বই ইতিহাসৰ এনে পৰম্পৰাগত নাইবা গতানুগতিক ধাৰণাবোৰ বিসৰ্জন দিছে। ইতিহাসক স্থিৰ, বস্তুনিষ্ঠ 'সত্য' ঘটনা হিচাপে প্ৰমাণ কৰিব নোৱাৰি, বৰং সাহিত্যৰ দৰেই ইতিহাসো হ'ল পাঠ (text), যিবিলাকৰ বাৰম্বাৰ ব্যাখ্যা হৈছে নাইবা হ'ব পাৰে। ইতিহাসক এইদৰে পাঠ হিচাপে গণ্য কৰা মানেই হ'ল ইয়াক এক বাগ্‌ধাৰাৰ ৰূপ দিয়া। এই বাগ্‌ধাৰাত বহিৰ্বাস্তৱতা প্ৰতিফলিত হ'ব পাৰে— কিন্তু সেয়া একোটা যুগৰ 'সাংস্কৃতিক নিৰ্মাণ' হে নাইবা 'মতাদৰ্শগত উৎপাদন'হে। সেয়েহে সকলো ইতিহাসেই নিৰ্মাণ অথবা নিৰ্মাণমূলক চৰিত্ৰৰ। ইতিহাস বা অতীতৰ বিচাৰিলে পাব পৰা বস্তুনিষ্ঠ ৰূপ সন্দেহৰ বিষয়। যিকোনো এটা অতীত তিনিবাৰ 'প্ৰচেছ' হৈ আহে যাক নব্য ইতিহাসবাদে 'thrice processed' বুলি কৈছে। অতীতৰ প্ৰথম প্ৰচেছ হয় ইতিহাসৰ সময়ৰ মতাদৰ্শ বা দৃষ্টিকোণ বা বাগ্‌ধাৰামূলক প্ৰয়োৰ যোগেদি, দ্বিতীয় 'প্ৰচেছ' হয় আমাৰ অথবা ইতিহাসৰ পাঠকৰ যোগেদি আৰু তৃতীয় 'প্ৰচেছ' হয় ভাষাৰ বিকৃতিকাৰী জালৰ যোগেদি। ইতিহাসক (আৰু তথাকথিত ঐতিহাসিক সত্য ঘটনাক) এইদৰে ডেৰিডীয় ধাৰণাৰে বাচনিক অথবা পাঠলৈ পৰিণত (textualized) কৰাৰ পিছত নাইবা ফুকোৰ ধাৰণাৰে ইয়াক বাগ্‌ধাৰা মূলক প্ৰয়োগৰ ৰূপ দিয়াৰ পিছত ভাৰতৰ লিখিত ইতিহাসৰ অভাৱ বুলি কৈ ইয়াক

অন্ধকাৰাচ্ছন্ন কৰাৰ কোনো প্ৰয়োজন নাই। ইতিহাস যদি ডেৰিডীয় পাঠ হয় আৰু যিহেতু সকলো বস্তুকেই পাঠ হিচাপে পঢ়া হয় তেন্তে কেৱল লিখিত পাঠৰ ওপৰত অধিক গুৰুত্ব দিয়াৰো কোনো প্ৰয়োজন নাই। তদুপৰি পুৰা কথা, বেদ, উপনিষদ, পুৰাণ, ৰামায়ণ, মহাভাৰত, গীতা— ইত্যাদি অসংখ্য প্ৰাচীন গ্ৰন্থক ইতিহাস বুলি নধৰিলেও সিবিলাক নতুনকৈ পঢ়িলে ঐতিহাসিক বৃত্তান্ত হিচাপে মূল্যবান হ'ব পাৰে। একোখন সমাজৰ সামাজিক গাঁথনি আৰু সাংস্কৃতিক নিৰ্মাণসমূহৰ মাজতো ইতিহাস জীয়াই থাকে। সেয়ে কোনো সমাজ ইতিহাসবিহীন হ'ব নোৱাৰে। প্ৰাচ্যৰ নাইবা ভাৰতীয় সমাজক ইতিহাসবিহীন বুলি কোৱাটো আছিল ঔপনিবেশিকতাবাদীসকলে ভাৰতীয়সকলক হেয় কৰি, অনুন্নত, অশিক্ষিত কৰি দেখুওৱাৰ এক প্ৰচেষ্টা মাত্ৰ। ভাৰতীয়সকলক শাসন আৰু অৱদমন কৰাৰ কাৰণে তেওঁলোকক ইতিহাসবিহীন আৰু সেয়েহে স্থবিৰ, নাইবা এড্‌ৱাৰ্ড ছাইদৰ ভাষাত 'other'ত পৰিণত কৰিছিল ঔপনিবেশিক শাসকসকলে। অৱশ্যে যি লিখিত ইতিহাসক লৈ কোনোবাই গৰ্ব কৰে সেই লিখিত ইতিহাস একোখন সমাজৰ সঁচা ইতিহাস নহয়। তাত আমি কি পাওঁ? ৰজা-মহাৰজাসকলৰ জন্ম-মৃত্যু, তেওঁলোকৰ মাজত যুঁজ-বাগৰ, তেওঁলোকে কৰা কিছুমান কামৰ বিৱৰণ— এইবোৰ এখন দেশ তথা সমাজৰ ইতিহাস নহয়। ইতিহাসৰ বহুতো গুৰুত্বপূৰ্ণ তথ্য গোপনে ৰখা হয়, লেখা নহয়। প্ৰাচ্যৰ দৰেই সেয়ে পশ্চিমীয়া সমাজৰো নিলিখা ইতিহাস আছে। যিকোনো ধৰণৰ পাঠৰ (text) পৰা এই নিলিখা ইতিহাস পঢ়িবলৈ চেষ্টা কৰিলে আমি আন কিছুমান সুকীয়া ইতিহাস বিচাৰি পাম। ভি, এছ নেইপ'ল নাইবা তেওঁৰ দৰে পুনৰুত্থানবাদী (revivalist)সকলে কিন্তু ইতিহাস পাঠৰ পৰিবৰ্তে এক 'ইতিহাস চেতনা' গঢ়ি উঠাতহে গুৰুত্ব দিছে। তেওঁলোকৰ এনে ইতিহাস চেতনাৰ অৰ্থ কি? পুৰণি বা প্ৰাচীন ভাৰতৰ সমাজ আৰু সভ্যতা সংস্কৃতিক উচ্চ খাপৰ বুলি দেখুৱাবলৈ আৰু গৌৰৱী হ'বলৈ শিক্ষা দিয়াই ইয়াৰ অৰ্থ। এনে চেতনাই ভাৰতৰ বহু সমাজ-সংস্কৃতি বহু ধৰ্মীয় পৰম্পৰা আৰু বহু ইতিহাসৰ (many histories) ধাৰণাক অৱদমন কৰিব বিচাৰে। ই ভাৰতীয় সমাজ সভ্যতা সংস্কৃতিক একৰৈখিক, কেন্দ্ৰ-নিৰ্ভৰ আখ্যা দিব বিচাৰে। ভাৰতীয়সকলৰ লিখিত বা অলিখিত বহু ইতিহাস, বহু অতীত আছে। প্ৰতিটো অতীতেই মূল্যবান, গুৰুত্বপূৰ্ণ। কোনো এক নিৰ্দিষ্ট অতীতক সভ্যতাৰ উচ্চতম স্তৰ, সোণালী অতীতত আখ্যা দি অন্যান্য অতীতসমূহক আওকাণ কৰিলে বিভেদ আৰু বৈষম্যৰ চেতনাহে জগাই তুলিব পাৰিব। নেইপ'লৰ 'ইতিহাস চেতনা' এক ধৰণৰ হিন্দুত্ব চেতনাহে। নেইপ'লে 'হিন্দুসকলৰ মনত ইতিহাস চেতনাই নতুনকৈ বিকাশ লাভ কৰিছে' বুলি কৈ ইয়াক 'মহান ঐতিহাসিক জাগৰণ' (great historical awakening) বুলি কৈ প্ৰকৃততে ভাৰতৰ ইতিহাসকেই বিকৃত কৰাৰ অপচেষ্টা চলাইছে। এগৰাকী ন'বেল বঁটা বিজয়ী সাহিত্যিকৰ এনে ধৰণৰ 'ইতিহাস চেতনা' ভৱিষ্যতৰ ভাৰতৰ কাৰণে উপকাৰীনে?

০০০

# বিশুদ্ধ অৱলোকন

'শব্দ (Words) আগ নহয়, কিন্তু দেখা অথবা চোৱা কাৰ্যহে আগ। এটি শিশুৱে কথা ক'ব পৰাৰ আগতে দেখা পায় আৰু চিনি পায়।

কিন্তু দেখা কাৰ্য আগত, শব্দ পিছত বুলি কোৱাৰ আন এটা অৰ্থও আছে। চোৱাৰ যোগেদিহে আমি আমাৰ চাৰিওফালে থকা জগতখনত নিজৰ স্থান নিৰ্ণয় কৰি লওঁ, আমি শব্দেৰে জগতখন ব্যাখ্যা কৰো, কিন্তু আমাৰ চাৰিওফালে এখন জগত আছে সেই সত্যটোক শব্দই নোহোৱা কৰিব নোৱাৰে। আমি যি দেখা পাওঁ আৰু যি জানো তাৰ মাজত সম্পৰ্ক কি সেইটো কেতিয়াও নিশ্চিতভাৱে জানিব পৰা হোৱা নাই। প্ৰতিদিনে আবেলি আমি সূৰ্যাস্ত দেখা পাওঁ। আমি জানো যে পৃথিৱীখন ঘূৰি থকাৰ কাৰণেই এনে হয়। কিন্তু তথাপি আমাৰ এই জ্ঞান, এই ব্যাখ্যা সূৰ্যাস্তৰ দৃশ্যটোৰ সৈতে একে কেতিয়াও নহয়। শব্দ আৰু দেখা কাৰ্যৰ মাজত সদায় বিদ্যমান হৈ থকা এই ব্যৱধানৰ বিষয়ে অতিবাস্তৱবাদী চিত্ৰশিল্পী ৰে'ন মেগ্ৰিটে তেওঁৰ 'দ কী অব্ ড্ৰীমছ' নামৰ ছবিখনৰ যোগেদি মন্তব্য দাঙি ধৰিছে।

আমি কি দৃষ্টিৰে বস্তুবোৰ চাওঁ সেইটো আমি যি বিশ্বাস কৰো আৰু যি জানো তাৰ দ্বাৰা প্ৰভাবান্বিত হয়। মধ্যযুগৰ মানুহে যিহেতু নৰকৰ অস্তিত্ব থকা বুলি বিশ্বাস কৰিছিল সেয়েহে একুৰা জুই দেখি তেওঁলোকে যি অৰ্থ কৰিছিল সেইটো আজিৰ সৈতে নিশ্চয় একে নহয়। সি যি কি নহওক, নৰকৰ বিষয়ে মধ্যযুগীয় লোকসকলৰ ধাৰণাৰ ওপৰত অগ্নিৰ (যি দাহন কৰি ছাইত পৰিণত কৰে) দৃশ্যই যথেষ্ট প্ৰভাব পেলাইছিল তেওঁলোকৰ জ্বলি যোৱাৰ যন্ত্ৰণাৰ অভিজ্ঞতাই।

প্ৰেমৰ কথাকে ধৰক, ভাল পোৱাজনক চোৱাতেই এক পূৰ্ণতা আছে, কোনো শব্দ নাইবা কোনো আলিংগনেই ইয়াৰ সমান হ'ব নোৱাৰে। অথচ এই দেখা কাৰ্য যিটো শব্দৰ আগেয়ে ঘটে আৰু শব্দেৰে যাক সম্পূৰ্ণকৈ ব্যাখ্যা কৰিব নোৱাৰি— কোনো উদ্দীপকৰ যান্ত্ৰিক প্ৰক্ৰিয়া নহয়। অমি যিটো বস্তু চাওঁ মাত্ৰ তাকহে দেখো। চোৱা কামটো হ'ল এক নিৰ্বাচন অথবা পছন্দৰ কাম। নিৰ্বাচন কৰাৰ ফলস্বৰূপেহে আমি যিটো বস্তু চাওঁ সেইটো আমাৰ চকুৰ আগত পাওঁ, অৱশ্যে তাৰ মানে ইয়াক হাতেৰে চুকি পোৱা দূৰত্বতে যে পাবই লাগিব সেইটো নহয়।

আমি কেতিয়াও মাত্ৰ এটা বস্তু নাচাওঁ, আমি সদায় বস্তু আৰু সিবিলাকৰ সৈতে আমাৰ যি সম্পৰ্ক সেইটোহে চাওঁ। আমাৰ দৃষ্টি সকলো সময়তে সক্ৰিয় হৈ থাকে, সকলো সময়তে গতি কৰি থাকে আৰু এটা চক্ৰৰ ভিতৰত বস্তুবোৰ ই সকলো সময়তে

ধৰি ৰাখে' (১)। বাৰ্গাৰৰ এই কথাখিনিয়ে চোৱা বা দেখা কাৰ্যৰ বৈশিষ্ট্যৰ দাঙি ধৰাই নহয় লগতে আমাৰ দৃষ্টিশক্তিকো ৰহস্যময় কালিকা প্ৰদান কৰে। কিন্তু লগতে কিছুমান প্ৰশ্নও মনলৈ আহে। এটি শিশুৱে জন্ম হৈয়ে দেখাহে পায়, কথা ক'ব নোৱাৰে— এই ধাৰণা কিমানদূৰ সত্য? জন্মৰ লগ লগে এটি শিশুৱে ক্ৰন্দন কৰে। এই ক্ৰন্দনৰ যোগেদি শিশুটিয়ে হয়তো আমাক জনাই দিয়ে যে আমাৰ জগতখন তেওঁ ভাল পোৱা নাই। শিশুটিৰ ক্ৰন্দনক আমি শব্দ নাইবা ভাষাৰ ৰূপ দিওঁ কাৰণেই তাৰ অৰ্থ বুজিবলৈ চেষ্টা কৰো আৰু শিশুটিক আদৰ কৰো। জন বাৰ্গাৰে দেখা কাৰ্য শব্দতকৈ আগেয়ে সংঘটিত হয় বুলি কৈছে যদিও আমি যদি শব্দ আৰু ছবি অথবা দৃশ্যমান বস্তুক ছচ্যুৰীয় নাইবা উত্তৰ-ছচ্যুৰীয় দৃষ্টিভংগীৰে ইংগিতক চিহ্ন হিচাপে চাওঁ, তেতিয়া সমস্যাটোৱে অন্য ৰূপ ল'ব। শব্দ আৰু দেখা পোৱা বস্তুটো দুয়ো যেতিয়া চিহ্নৰ ৰূপ পায় তেতিয়া এটাই আনটোক আঁতৰ কৰা প্ৰায় অসম্ভৱ। দেখা কাৰ্যক প্ৰাধান্য দি শব্দক দ্বিতীয় স্থান দিয়া কাৰ্য প্ৰকৃততে পৰম্পৰাগত প্ৰাক ছচ্যুৰীয় দৃষ্টিভংগীৰ প্ৰকাশ মাত্ৰ। কোনো বস্তু বা ছবি এখন চকুৰ আগলৈ আহিলে আমি প্ৰথমে দেখা পাওঁ, তাৰ পিছতহে দেখি বস্তুটোৰ কথা ভাবো যেন লাগিলেও প্ৰকৃততে নভবা নিচিন্তাকৈ নাইবা শব্দৰ সহায় নোলোৱাকৈ কোনো বস্তু বা ছবি আমি চাব পাৰিমনে? একোটা দৃশ্য বা বস্তুৰ ৰং-ৰূপ, গাঁথনি, অবয়ব, ছাঁ, পোহৰ, মাত্ৰা, কোমল, কঠিন ইত্যাদি অনেক ধাৰণা আমাৰ চকুৰ আগত প্ৰকট হয়। এই ধাৰণাবোৰৰ অস্তিত্ব শব্দৰ বাহিৰত নাই। আমাৰ অভিজ্ঞতা, পূৰ্ব ধাৰণা যিবোৰ দেখা কাৰ্যৰ লগত জড়িত হৈ সক্ৰিয় হৈ থাকে— শব্দৰ অথবা ভাষাৰ সহায় লৈ আহৰণ কৰা। এই প্ৰক্ৰিয়াটো পাঠভিত্তিক। সেইদৰে আমি যেতিয়া ছবি এখন নাইবা দৃশ্যমান বস্তু এটা চাওঁ, তেতিয়াও ছবিখন নাইবা চোৱা বস্তুটো হয় একো একোটা পাঠ, যাক উত্তৰ সংযুতিবাদীৰ ভাষাত 'visual text' বা চাক্ষুষ পাঠ বুলি ক'ব পাৰি। ভাষাভিত্তিক কলাক তেন্তে ক'ব পাৰো ভাষাভিত্তিক পাঠ। দেখা বস্তুটো যিহেতু চাক্ষুষ পাঠ, সেয়েহে আমি চোৱা কাৰ্য কৰাৰ লগতে পঢ়া কাৰ্যও কৰো। এই পাঠৰ কাৰণে আনুষ্ঠানিক, পৰম্পৰাগতঅৰ্থত সাক্ষৰ হোৱাটো অত্যাৱশ্যকীয় নহয়।

চকু মেলিলেই আমি দেখিবলৈ পাওঁ আমাৰ চাৰিওফালৰ জগতখন। পৃথিৱীখনেই যেন এক দেৱালবিহীন সংগ্ৰহালয়। কিন্তু এনেদৰে দেখা কাৰ্য আৰু এটা স্বয়ংক্ৰিয় কেমেৰাই স্বয়ংক্ৰিয়ভাৱে ছবি গ্ৰহণ কৰি থকা কাৰ্যৰ মাজত কোনো পাৰ্থক্য নাই। চোৱা কাৰ্য সেয়ে এটা যান্ত্ৰিক প্ৰক্ৰিয়া নহয়। বাৰ্গাৰে কোৱা মতে 'আমি যিটো চাওঁ মাত্ৰ সেইটোহে দেখা পাওঁ। চোৱা কাৰ্যটো হ'ল এটা নিৰ্বাচন' (We only see what we look at. To look is an act of choice) বুলি কওঁতে নিশ্চয় এই কথাই প্ৰতিফলিত হৈছে। আমি যেতিয়া চাওঁ, তেতিয়া কি চাওঁ, কি নাচাওঁ, কেনেকৈ চাওঁ, কিয় চাওঁ — এনেধৰণৰ নিৰ্বাচননিৰ্ভৰ, সিদ্ধান্ত নিৰ্ভৰ প্ৰক্ৰিয়া এটাৰ মাজেদিহে চাওঁ, নাইবা দেখা পাওঁ — যিটো

এটা পাঠভিত্তিক (textual) প্ৰক্ৰিয়া। বিশুদ্ধ অৱলোকন বুলি কোনো কথা নাই।

কোনো এক কলা সমালোচক নাইবা বিশেষজ্ঞৰ দৃষ্টিৰে আমি সৰ্বসাধাৰণে একোখন ছবি নাইবা একোটা ভাস্কৰ্য, একোটা ভৱন নাইবা একোটা ডিজাইন চোৱাৰ সামৰ্থ্য লাভ নকৰো। কিন্তু সৰ্বসাধাৰণৰ চোৱা কাৰ্যতো মূল্যায়ন নথকা নহয় কিয়নো চোৱা কাৰ্যত বাৰ্গাৰৰ ভাষাত 'Choice' অথবা নিৰ্বাচন জড়িত হৈ থাকে। তদুপৰি কোনো এগৰাকী সৰ্বসাধাৰণ দৰ্শনাৰ্থীয়ে কোনো সংগ্ৰহালয়লৈ যোৱা কাৰ্যতেই তেওঁৰ 'Choice' আৰু মূল্যায়ন প্ৰকাশ পায়।

কিন্তু বাৰ্গাৰৰ 'Choice' অথবা 'নিৰ্বাচন' অথবা প্ৰভাৱমুক্ত পছন্দক নিয়ন্ত্ৰণমুক্ত বুলি ক'ব নোৱাৰি। ক্ৰিষ্টফাৰ বাট্‌লাৰে লিখিছে — 'কলাক মিউজিয়াম গেলাৰী কমপ্লেক্সৰ নিয়ন্ত্ৰণাধীন কৰি অহা হৈছে (মিউজিয়াম গেলাৰী কমপ্লেক্সক তেওঁ আনকি মিলিটাৰী ইণ্ডাষ্ট্ৰিয়েল কমপ্লেক্সৰ সৈতেহে তুলনা কৰিছে)। সংগ্ৰহালয়ক কৰা হৈছে এক ধৰণৰ ধৰ্মনিৰপেক্ষ মন্দিৰ আৰু পুৰোহিতৰ ভূমিকা লোৱা কিউৰেটৰসকলৰ আৰু তেওঁলোকৰ অনুগত কলা সমালোচকসকলৰ বাগ্‌ধাৰাৰ যোগেদি কলাকৰ্মক বৈধ অথবা যথাৰ্থ হিচাপে স্বীকৃতি দিয়া হয়। এনেধৰণৰ পদ্ধতিৰেই কলাকাৰসকলক নিৰ্বাচন কৰা হয়, কেটালগ প্ৰস্তুত কৰা হয়। প্ৰতিপক্ষৰ সমালোচনাৰ অনুমতি প্ৰদান এই ক্ষেত্ৰত নিৰ্ভৰ কৰে বিদ্যায়তনিক তত্ত্বৰ বৌদ্ধিক ৰক্ষাকবচৰ ওপৰত(২)। প্ৰশ্ন হয়— কৰ্তৃত্বশীল বিদ্যায়তনিক তত্ত্বৰ বৌদ্ধিক ৰক্ষাকবচ লাভ কৰা কলাকাৰ আৰু কলা বিষয়ক ধাৰণাবোৰৰ পৰা মুক্ত 'Choice' অথবা নিৰ্বাচন কিমানৰ কাৰণে সহজসাধ্য? এই নিৰ্বাচনকো যিহেতু এটা চিহ্ন হিচাপেই ধৰি ল'ব অথবা পঢ়িব লাগিব সেয়ে পাঠ নতুবা আন্তঃপাঠৰ ই এক 'অৰ্থকাৰক' মাত্ৰ। আমাৰ প্ৰচেষ্টা হ'ব লাগে এই 'অৰ্থকাৰক'ক প্ৰচলিত কৃতঅৰ্থবোৰৰ (ছিগ্‌নিফাইড) অধীন নতুবা নিয়ন্ত্ৰণাধীন হোৱাৰ পৰা ৰক্ষা কৰা; কিন্তু এই কাৰ্য সহজসাধ্য নহয়। বস্তুবোৰ, জগতখন আমি কাৰ দৃষ্টিৰে চাওঁ? সংগ্ৰহালয়ৰ ভিতৰলৈ সোমাই যোৱাৰ লগে লগে আমি প্ৰতিষ্ঠিত বিদ্যায়তনিক কলা তত্ত্বৰ ভাষা-পৰিভাষাৰ অৰ্থৰ জগতখনত প্ৰবেশ কৰো। সংগ্ৰহালয়ৰ প্ৰতিপদ বস্তু, কলা-কৰ্মৰ সৈতে আমি পৰিচিত হ'বলগীয়া হয় ধৰ্মনিৰপেক্ষ মন্দিৰৰ পুৰোহিতৰূপী কিউৰেটৰ, তেওঁলোকৰ অনুগত ৰিভিউৱাৰ-সমালোচকসকলৰ স্বীকৃতি আৰু প্ৰশংসাৰ টোকা, তেওঁলোকে প্ৰস্তুত কৰা কেটালগ আদিৰ যোগেদি। ফৰাচী বিপ্লৱে ফ্ৰান্সৰ ৰাজতন্ত্ৰ ওফৰাই পেলোৱাৰ পিছত ১৭৯৩ খ্ৰীষ্টাব্দত পেৰিছৰ লুভ গেলাৰীক ৰাষ্ট্ৰীয়কৃত কৰা হৈছিল আৰু ই হৈ পৰিছিল বিশ্বৰ প্ৰথম ৰাজহুৱা (চৰকাৰী) সংগ্ৰহালয়। পিছত বিভিন্ন ব্যক্তিগত বৰঙণি সংগ্ৰহেৰে লণ্ডনৰ নেচনেল প'ৰ্ট্ৰেট গেলাৰী, আমেৰিকা যুক্তৰাষ্ট্ৰৰ নেছনেল গেলাৰী অব আৰ্ট, ব্ৰিটিছ মিউজিয়াম আদি সংগ্ৰহায়সমূহ গঢ়ি তোলা হৈছিল। জাতীয় গৌৰব, জাতীয় সংস্কৃতি জাহিৰ কৰা, সংৰক্ষণ কৰা এই সংগ্ৰহালয়বোৰৰ উদ্দেশ্য

হৈ পৰিছিল। এই সংগ্ৰহালয় প্ৰতিষ্ঠাৰ অভিযানবোৰত সভ্যকৰণৰ (Civilizing) উদ্দেশ্যও জড়িত আছিল। আনকি যোৱা বিংশ শতিকাৰ শেষলৈকে এই ধৰণৰ জাতীয় উদ্দেশ্যক সংগ্ৰহালয় প্ৰতিষ্ঠাৰ সৈতে জড়িত কৰা হৈছিল। সংগ্ৰহালয় প্ৰতিষ্ঠাপক জে প'ল গে'টী (J Paul Getty) য়ে দিয়া মন্তব্যত এই কথা স্পষ্ট। তেওঁৰ মতে 'কলাৰ মূল্যায়নবিদ্যা আৰু কলাপ্ৰেম আয়ত্ত নকৰালৈকে কুৰি শতিকাৰ বৰ্বৰসকলক সংস্কৃতিবান, সভ্য মানৱলৈ পৰিবৰ্তন কৰিব পৰা নাযাব' (৩)। ফ্ৰিলেণ্ডে উল্লেখ কৰিছে যে কলাসন্মত প্ৰমূল্যৰ ধ্ৰুপদী মান দাঙি ধৰাত সংগ্ৰহালয়বোৰেই সাম্প্ৰতিক কালৰ প্ৰধান প্ৰতিষ্ঠান। এইক্ষেত্ৰত মন কৰিবলগীয়া যে ডেভিদ হিউমৰ 'ৰুচি', কাণ্টৰ নান্দনিক বিচাৰ, 'এক উদ্দেশ্যবিহীন উদ্দেশ্য', ক্লাইভ বে'লৰ 'অৰ্থপূৰ্ণ ফৰ্ম', ধ্ৰুপদী মান, শিল্প গুণসম্পন্নতা— এইবোৰ আজিও বিদ্যায়তনিক তত্ত্বই ব্যৱহাৰ কৰা ভাষা। বিদ্যায়তনিক এনে প্ৰচলিত নানান প্ৰতীকী অৰ্থ, অভিব্যক্তিবাদী, প্ৰতিচ্ছায়াবাদী ধাৰণাই আমাক আমাৰ চাৰিওফালৰ ভৱনবোৰ, বস্তুবোৰ, কলাকৰ্মবোৰ চোৱাত সহায় নকৰাকৈ নাথাকে যদিও সিবিলাকৰ শক্তিশালী প্ৰভাৱে আমাৰ বিচাৰধাৰাক, সিদ্ধান্তবোৰ নিয়ন্ত্ৰণ কৰে। সেয়ে সম্পূৰ্ণ মৌলিক, ব্যক্তিগত 'Choice' নতুবা নিৰ্বাচন (পছন্দ) বুলিও কেনো কথা নাই। আমাৰ সমাজ-সংস্কৃতি, ইতিহাসক অতিক্ৰম কৰি গৈ 'পছন্দ' নতুবা 'নিৰ্বাচন' কৰাটো দুঃসাধ্য। অথচ সমাজ-সংস্কৃতি, ইতিহাস, পৰম্পৰা আৰু ভাষাৰ সীমাবোৰ পাৰ হ'ব নোৱাৰিলেও সেইবোৰক লৈয়ে আমাৰ অনুসন্ধান অব্যাহত ৰাখিব লাগিব। আনকি ডেৰিডীয় বিনিৰ্মাণ পদ্ধতিয়েও সামাজিক-সাংস্কৃতিক পৰম্পৰাত অৱদমিত হৈ থকা আৰু ইয়াৰ বাহিৰৰ বিষয়বোৰৰ কথা চিন্তা কৰিবলৈ হ'লেও পৰম্পৰা আৰু প্ৰচলিত ভাষাৰ সহায়েৰে চিন্তা কৰিব লাগিব বুলি কয়। সাহিত্য-কলা, ৰাজনীতি, সংস্কৃতি সকলোতে প্ৰচলিত অৱস্থাক বৈধতা অথবা ন্যায্যতা প্ৰদান কৰি তাত্ত্বিক ৰক্ষা কবচ দিয়া বুদ্ধিজীৱী আৰু প্ৰতিষ্ঠানসমূহৰ বিপৰীতে থিয় দিয়া আৰু প্ৰশ্নৰ অৱতাৰণা কৰা প্ৰয়োজন। আধুনিক ছপা প্ৰযুক্তিয়ে কলাকৰ্মসমূহক সংগ্ৰহালয়ৰ চাৰি বেৰৰ বাহিৰলৈ উলিয়াই আনিলে বুলি সন্তুষ্টি প্ৰকাশ কৰিছিল আঁদ্ৰে মালৰোৱে (৪)। কিন্তু ধৰ্মনিৰপেক্ষ মন্দিৰবোৰৰ (সংগ্ৰহালয় আৰু বিশ্ববিদ্যালয়বোৰো) পুৰোহিত কিউৰেটৰ, বিদ্যায়তনিক তত্ত্বৰ বৌদ্ধিক ৰক্ষাকবচ প্ৰদানকাৰীসকলৰ প্ৰভাৱৰ পৰা মুক্ত হৈ বস্তুবোৰ, ঘটনাবোৰ, জগতখন চোৱাৰ প্ৰৱণতা আৰু সাহস অবিহনে আমাৰ 'Choice'ৰ, নিৰ্বাচনৰ কি মূল্য আছে?

০০০

# নাৰীৰ প্ৰতিভা আৰু মগজুৰ বিৱৰ্তন

বিখ্যাত হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যক্ষ ল'ৰেঞ্চ এইচ ছামাৰ্ছে নাৰীৰ বৈজ্ঞানিক প্ৰতিভা পুৰুষতকৈ কম বুলি বিদ্বৎ সমাজত মন্তব্য আগবঢ়াই ২০০৬ৰ বছৰটোৰ প্ৰথম কেইবামাহ ধৰি তীব্ৰ সমালোচনাৰ সন্মুখীন হৈছিল। হাৰ্ভাৰ্ডৰ কেইবাগৰাকীও অধ্যাপকে ছামাৰ্ছৰ মন্তব্যৰ সমালোচনা কৰি কয় যে মহিলাসকল পুৰুষতকৈ বৌদ্ধিকভাৱে নিকৃষ্ট বুলি তেওঁ বিশ্বাস কৰে— তেনে এক অনুভৱ হৈছে তেওঁলোকৰ। আজিলৈকে কোনো গৱেষণাই নাৰীৰ প্ৰতিভা অথবা মেধা শক্তিক পুৰুষতকৈ হীনতৰ অথবা নিকৃষ্ট বুলি প্ৰমাণ কৰি দেখুৱাব নোৱৰা সত্বেও প্ৰাচীন সভ্যতাৰ কালৰে পৰা নাৰীক জ্ঞান, যুক্তিভিত্তিক চিন্তাৰ বিষয়ত পুৰুষতকৈ নিকৃষ্ট হিচাপে দেখুৱাবলৈ চলোৱা অপচেষ্টাৰ অন্ত পৰা নাই। জ্ঞান-বিজ্ঞান, যুক্তিমুখী চিন্তা, দৰ্শন আদি পুৰুষত্বৰ প্ৰতীক, কিন্তু নাৰীক প্ৰকৃতিৰ সৈতে তুলনা কৰা তথা প্ৰকৃতি হিচাপে কল্পনা কৰা হয় — যাক পুৰুষৰূপী জ্ঞান-বিজ্ঞানৰ সহায়ত নিয়ন্ত্ৰণ কৰিব পাৰি  নাইবা কৰা উচিত (১)। এই প্ৰাচীন পুৰুষকেন্দ্ৰিক, 'Phallocentric' ধাৰণা প্লেটোৰ দিনৰে পৰা আজিৰ হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যক্ষলৈকে কেইবাহেজাৰ বছৰ ধৰি প্ৰচলন হৈ থকাটো নিশ্চয় চিন্তাৰ বিষয়। প্ৰাচীন গ্ৰীক দাৰ্শনিকেই কেৱল নহয়, ঊনবিংশ শতিকাৰ মহাবিজ্ঞানী চাৰ্লছ ডাৰউইনেও আনকি মানবৰ বিৱৰ্তনৰ ইতিহাসত নাৰীক পুৰুষতকৈ তলৰ শাৰীত স্থান দিছিল। ডাৰউইনে এইবুলি বিশ্বাস কৰিছিল যে যিবোৰ গুণ নাৰীয়ে দেখুৱায় সেইবোৰ 'অতীত আৰু তলখাপৰ সভ্যতাৰ' পৰিচায়ক (২)। ফৰাচী সমাজতাত্বিক গুস্তাভ লেবনে দাবী কৰিছিল যে বহুতো নাৰীৰ মগজু প্ৰাপ্তবয়স্ক পুৰুষৰ মগজুতকৈ গৰিলাৰ মগজুৰ লগতহে বেছি মিল আছে আৰু মহিলাসকল হ'ল মানবৰ বিৱৰ্তনৰ নিকৃষ্ট ৰূপ ('inferior forms of human evolution') আৰু প্ৰাপ্তবয়স্ক, সভ্য মানুহৰ সৈতে নহয়, অসভ্য আৰু শিশুৰ সৈতেহে বেছি সাদৃশ্য আছে (৩)। এই ধৰণৰ মন্তব্যবোৰ কোনো বৈজ্ঞানিক গৱেষণাৰ ওপৰত নিৰ্ভৰশীল নহয়, বৰং সেই সময়ৰ সাংস্কৃতিক গোড়ামি আৰু পক্ষপাতিত্বহে এনেবোৰ মন্তব্যত প্ৰতিফলিত হৈছে।

মানুহৰ মেধাশক্তি অথবা বুদ্ধিমত্তা, প্ৰতিভা আমাৰ পূৰ্বপুৰুষসকলে পাঁচ কোটি বছৰ ধৰি কৰা বৃক্ষ নিবাসৰ ফল বুলি ক'ব পাৰি (৪)। কিন্তু অতি গুৰুত্বপূৰ্ণ আৰু বিস্ময়কৰ ঘটনাটো হ'ল বৃক্ষৰ পৰা নামি আহি আৰু বৃক্ষ নিবাসৰ কথা পাহৰি সমতলভূমিত থাকিবলৈ লোৱা বিশেষকৈ আফ্ৰিকাৰ বিশাল তৃণভূমিত আজিৰ পৰা ত্ৰিশ লাখৰ পৰা পঞ্চাশ লাখ বছৰ পূৰ্বে বাস কৰা অষ্ট্ৰেলপিথিকাছ নামৰ দুই ভৰিৰে খোজকঢ়া মানৱসদৃশ আমাৰ পূৰ্বপুৰুষৰ  এটা প্ৰজাতিৰ মগজুৰ আকাৰ অথবা পৰিমাণ বৃদ্ধি। মগজুৰ বিকাশ আৰু মানৱসদৃশ পূৰ্বপুৰুষসকলৰ পৰা আধুনিক মানৱলৈ (হ'ম'

ছাপিয়েন্স) বিৱৰ্তনৰ সময়ত সম্পৰ্কটো অনুমান কৰিবলৈ ৰিচাৰ্ড ম'ৰিছে উল্লেখ কৰা ধৰণেই আমিও চমুকৈ উল্লেখ কৰা ভাল হ'ব।

পঞ্চাশ লাখৰ পৰা নব্বৈ লাখ বছৰৰ পূৰ্বে অষ্ট্ৰেল'পিথিকাছ নামৰ মানৱসদৃশ প্ৰজাতিৰ আগমন আৰু বিৱৰ্তন ঘটি কেইবাটাও প্ৰজাতিত বিভক্ত হৈ পৰে। যোৱা বিশ লাখ বছৰৰ পূৰ্বে অষ্ট্ৰেল'পিথিকাছৰে কোনো এটা প্ৰজাতি হ'ম' হেবাইলিছ প্ৰজাতিৰ বিৱৰ্তন ঘটে আৰু পোন্ধৰ লাখ বছৰৰ পূৰ্বে হ'ম' হেবাইলিছ প্ৰজাতিৰ পৰাই হ'ম ইৰেক্টাছ (থিয় হৈ খোজকঢ়া মানৱ) লৈ বিৱৰ্তন ঘটে। এই হ'ম ইৰেক্টাছ আধুনিক মানুহৰ পোনপটীয়া পূৰ্বপুৰুষ যিসকলৰ বিৱৰ্তনে যোৱা প্ৰায় দুই লাখ বছৰ পূৰ্বে জন্ম দিলে আধুনিক বা জ্ঞানী মানৱ প্ৰজাতি ক (হ'ম' ছাপিয়েন্স ছাপিয়েন্স)। আমাৰ মানৱসদৃশ পূৰ্বপুৰুষসকলৰ মগজুৰ পৰিমাণৰ আৰু লাউখোলাৰ আকাৰ বৃদ্ধি এনে ধৰণৰ : অষ্ট্ৰেল'পিথিকাছ ৪৩০ গ্ৰাম- ৫৫০ গ্ৰাম, হ'ম' হেবাইলিছ ৬০০ গ্ৰাম-৮০০ গ্ৰাম, হ'ম' ইৰেকটাছ ৭৫০ গ্ৰাম-১২৫০ গ্ৰাম, হ'ম' ছাপিয়েন্স (আধুনিক মানৱ) ১০০০ গ্ৰাম-২০০০ গ্ৰাম। উপৰিউক্ত তালিকাত দেখিবলৈ পোৱা যায় যে হ'ম' ইৰেক্টাছৰ পৰা আধুনিক মানৱ প্ৰজাতি হ'ম' ছাপিয়েন্সলৈ বিৱৰ্তন- অৰ্থাৎ শেহতীয়া বিৱৰ্তনৰ সময়ছোৱাত মগজুৰ সৰ্বাধিক বৃদ্ধি বা বিস্ফোৰণ ঘটে। কিন্তু আন এটা বিস্ময়কৰ ঘটনা হ'ল অষ্ট্ৰেল'পিথিকাছ প্ৰজাতিৰ পৰা হ'ম' হেবাইলিছ প্ৰজাতিলৈ বিৱৰ্তনৰ কালছোৱাত মগজুৰ পৰিমাণ দুগুণ বৃদ্ধি। ঠিক সেইদৰে হ'ম' ইৰেক্টাছৰ মগজু ৭৫০ গ্ৰাম-১২৫০ গ্ৰামৰ পৰা আধুনিক মানৱ প্ৰজাতিৰ ২০০০ গ্ৰামলৈ বৃদ্ধি পোৱাটোও বিস্ময়কৰ। মগজুৰ পৰিমাণৰ ক্ষিপ্ৰ বৃদ্ধিৰ লগে লগে লাওখোলাৰ আকাৰ বৃদ্ধিও বিৱৰ্তনৰ গতিৰ তুলনাত ক্ষিপ্ৰভাৱে হোৱা বুলি অনুমান কৰিব পাৰি। এইক্ষেত্ৰত নাৰীয়ে আজিও সন্তান প্ৰসৱৰ সময়ত অনুভৱ কৰা অসহ্য বেদনাৰ কথা আমি উনুকিয়াব পাৰো। সন্তান প্ৰসৱৰ সময়ত হোৱা এই অসহ্যকৰ বেদনা (লেবাৰ পেইন)ৰ কাৰণ কি? কাৰ্ল ছেগানে আধুনিক নাৰীৰ এই প্ৰসৱ বেদনাৰ কাৰণ হিচাপে মানৱ লাউখোলাৰ আকাৰ ক্ষিপ্ৰ আৰু শেহতীয়া বৃদ্ধি বুলি দেখুৱাব খোজে (Childbirth is painful because the evolution of the human skull has been spectacularly fast and recent)(৫)। মানৱৰ বিৱৰ্তনৰ শেষৰ পৰ্যায়ত বিশেষকৈ হ'ম' ইৰেক্টাছ প্ৰজাতিৰ বিৱৰ্তনৰ কালছোৱাত (বিশ লাখৰ পৰা পোন্ধৰ লাখ) অৰ্থাৎ প্ৰায় পাঁচ লাখ বছৰৰ ভিতৰত মানৱ মগজুৰ বৃদ্ধি দ্বিগুণ হোৱা (৬০০ গ্ৰামৰ পৰা ১২৫০ গ্ৰাম) কাৰণ তেন্তে কি আছিল?

মানৱৰ মেধা শক্তি অথবা বুদ্ধিমত্তাৰ বিকাশৰ ক্ষেত্ৰত যে আমাৰ সুদূৰৰ পূৰ্বপুৰুষৰূপী প্ৰজাতিবোৰৰ পোন্ধৰ কোটি বছৰ বৃক্ষ নিবাস— সেই কথা পূৰ্বেই আমি উল্লেখ কৰিছিলো। আনুবংশিকভাৱে মানুহৰ সৈতে নিচেই ওচৰৰ আৰু সৰ্বাধিক সাদৃশ্য থকা (আনুবংশিকভাৱে শতকৰা ৯৯ ভাগ) চিম্পাঞ্জীৰ মগজুৰ পৰিমাণ ৪০০ গ্ৰাম হোৱা কথাটো এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ। প্ৰতীকী অথবা চিহ্নযুক্ত ভাষা আয়ত্ত কৰিবলৈ চিম্পাঞ্জী সক্ষম বুলি সম্প্ৰতি প্ৰমাণিত হৈছে। কিন্তু তৎসত্বেও অনুমান কৰিব পাৰি যে আফ্ৰিকাৰ

বিশাল তৃণভূমিত প্ৰায় পঞ্চাশ লাখ বছৰ বাস কৰা একাধিক প্ৰজাতিৰ মানৱ সদৃশ আমাৰ পূৰ্বপুৰুষ হ'ম' হেবাইলিছ আৰু হ'ম' ইৰেক্‌টাছ আদিৰ খাদ্যাভ্যাস, চিকাৰ পদ্ধতি, লাইফ ষ্টাইল আৰু তেওঁলোকৰ আদি সংস্কৃতি— মানৱ মগজু তথা মেধাৰ বিকাশৰ প্ৰধান কাৰক। দুই ভৰিৰে খোজকঢ়া আৰু ইয়াৰ ফলত দুখন হাত লাভ কৰা, আন জন্তুৰে ঘ্ৰাণ শক্তি ব্যৱহাৰ কৰাৰ পৰিবৰ্তে তেওঁলোকে দুই চকুৰ দৃষ্টিশক্তিৰ ওপৰত অধিক নিৰ্ভৰশীল হৈ পৰা, মুখ-দাঁতেৰে চিকাৰ কৰাৰ পৰিবৰ্তে হাতত অস্ত্ৰ লৈ চিকাৰ কৰা (চিকাৰৰ আগতীয়া পৰিকল্পনাৰ কাৰণে মগজুৰ বৃদ্ধি আৰু প্ৰয়োগ অত্যাৱশ্যকীয়), সমাজ পাতি অথবা পৰিয়াল পাতি থকা, জন্তুৰ হাড় তথা প্ৰস্তৰ সঁজুলি তৈয়াৰ কৰা আদিৰ ফল হ'ল মানৱ মগজুৰ আৰু বুদ্ধিমত্তাৰ বিকাশ। সঁজুলি নিৰ্মাণ তথা ব্যৱহাৰকেই মগজুৰ বৃদ্ধিৰ কাৰণ হিচাপে ধৰি ল'লে ভুল হ'ব (৬)।

কিন্তু এই সকলো গুৰুত্বপূৰ্ণ কাৰণৰ উপৰি আন এক গুৰুত্বপূৰ্ণ কাৰণ থাকিব লাগিব যাৰ ফলত মানৱসদৃশ প্ৰজাতিবোৰৰ মগজুৰ ক্ষিপ্ৰ বিকাশ ঘটাৰ লগতে মগজু ৰহস্যজনকভাৱে অতি জটিল হৈ পৰে। খুবসম্ভৱ এই কাৰণটো আছিল ভাষাৰ ব্যৱহাৰ। ভাষাৰ ব্যৱহাৰ মানৱ প্ৰজাতিয়ে কেতিয়াৰ পৰা কৰিবলৈ শিকিছিল তাৰ নিৰ্দিষ্ট সহজ উত্তৰ দিয়া আজিও সম্ভৱ হোৱা নাই। পঞ্চাশ লাখ বছৰ পূৰ্বে অষ্ট্ৰেল'পিথিকাছ প্ৰজাতিয়ে ভাষা ব্যৱহাৰ কৰিছিল বুলি অনুমান কৰিব পাৰি। ভাষাৰ ব্যৱহাৰে মানৱসদৃশ প্ৰজাতিৰ মগজুৰ বিকাশতহে যে সহায় কৰিছিল তেনে নহয়, প্ৰধানকৈ মগজুক অতি জটিল আৰু ৰহস্যজনক ৰূপত গঢ়ি তুলিছিল। অতি কমেও প্ৰায় ত্ৰিশলাখ বছৰ ধৰি এইদৰে চলা মগজুৰ জটিলকৰণ প্ৰক্ৰিয়াৰ সুফল স্বৰূপেই আধুনিক মানুহে উইলিয়াম ছেইক্সপীয়েৰ, মাইকেলএঞ্জেলো, মৎচাৰ্ট নাইবা এলবাৰ্ট আইনষ্টাইনৰ দৰে লোকৰ মগজু লাভ কৰিছিল। বিশ লাখ বছৰ পূৰ্বে হ'ম' হেবাইলিছ নামৰ আমাৰ পূৰ্বপুৰুষৰ প্ৰজাতিটোৱে সৰু আকৃতিৰ শিলৰ মগুহ কটা কটাৰী ব্যৱহাৰ কৰিছিল। একে ধৰণৰ প্ৰস্তৰ সঁজুলি হ'ম' ইৰেক্টাছৰ দিনলৈকে প্ৰায় ত্ৰিশ লাখ বছৰ পূৰ্বে ব্যৱহাৰ কৰাৰ প্ৰমাণ পোৱা যায়। ১৯৬৯ চনত ইথিওপিয়াত বিশ-ত্ৰিশ লাখ বছৰ পূৰ্বে ব্যৱহৃত প্ৰস্তৰ সঁজুলি পোৱা গৈছিল (৭)। সি যি কি নহওক, এই সঁজুলিবোৰ নিৰ্মাণ আৰু ব্যৱহাৰ কৰা মানৱসদৃশ প্ৰজাতিবোৰে ভাষা ব্যৱহাৰ কৰিব জানিছিল বুলি অনুমান কৰিব পাৰি। কিয়নো ভাষাৰ অবিহনে তেওঁলোকে এনেবোৰ সঁজুলি তৈয়াৰ কৰিব নোৱাৰিলেহেঁতেন। এই প্ৰসংগতে লক্ষ্য কৰিবলগীয়া কথা যে বিশ লাখ বছৰ পূৰ্বে হ'ম ইৰেক্টাছৰ মগজু এহেজাৰ গ্ৰামতো অধিক আছিল, কিন্তু আধুনিক কালৰ বিখ্যাত লেখক-বুদ্ধিজীৱী আনাটোল ফ্ৰাঁৰ মগজুৰ পৰিমাণ আছিল এহেজাৰ গ্ৰাম— যাৰ অৰ্থ হ'ব পাৰে বিশ লাখ বছৰ পূৰ্বৰ হ'ম'ইৰেক্টাছ আজিৰ এগৰাকী কলেজৰ অধ্যাপক হ'ব পৰাৰ সমানে মগজুৰ অধিকাৰী আছিল!

মানৱ মগজুৰ বাওঁভাগত বাওঁহাতৰ কাণৰ ওপৰভাগত এটা অংশ আছে যি কথা অথবা ভাষা, কণ্ঠ, জিভা আদিক ক্ৰিয়া কৰিবলৈ নিৰ্দেশ দিয়ে। এই অংশটো ১৮৬১চনত ফৰাচী ছাৰ্জন পিয়েৰ-পল ব্ৰ'কাই আবিষ্কাৰ কৰিছিল কাৰণে ইয়াক ব্ৰ'কাৰ এৰিয়া বুলি

কোৱা হয়। ব্ৰ'কাৰ এৰিয়াৰ কাষতে পিছফালে থকা অংশটোৱে কথা-বতৰা বুজি পোৱাৰ বাবে নির্দেশ পঠিয়ায়। মগজুৰ এই অংশটো ১৮৭৪ চনত জাৰ্মান স্নায়ু বিজ্ঞানী কাৰ্ল ৱাৰ্ণিকে আবিষ্কাৰ কৰিছিল কাৰণে ইয়াক ৱাৰ্ণিকৰ এৰিয়া বুলি কোৱা হয়। এই দুয়োটা অংশ বিশ লাখ বছৰ পূৰ্বে আমাৰ পূৰ্বপুৰুষ হ'ম' হেবাইলিছ নামৰ লোকসকলৰ মগজুত থকাৰ প্ৰমাণ নিশ্চিতভাৱে পোৱা গৈছে। অষ্ট্ৰেল'পিথিকাছ আৰু হ'ম' হেবাইলিছৰ লাউখোলাৰ গৱেষণাৰ পৰা এই কথা নিশ্চিত কৰিব পৰা গৈছে যে বিশ লাখ নাইবা ততোধিক বছৰৰ পূৰ্বে আমাৰ পূৰ্বপুৰুষসকলে কথা কোৱা আৰু জটিল চিন্তা কৰাৰ বাবে তেওঁলোকৰ মগজু উপযুক্ত হৈ বিকাশ লাভ কৰিছিল (৮)।

মানৱ মগজুৰ বিষয়ত কেইটামান তথ্যৰ প্ৰতি আমি মনোযোগ দিয়াটো উচিত হ'ব। আধুনিক মানুহৰ পুৰুষৰ মগজুৰ গড় হিচাপত মগজুৰ পৰিমাণ ১৩৪৯গ্ৰাম আৰু মহিলাৰ মগজু গড় হিচাপত ১২০৬ গ্ৰাম। এতিয়ালৈকে জানিব পৰা সৰ্বাধিক পৰিমাণৰ মগজুৰ অধিকাৰী পুৰুষজনৰ মগজুৰ পৰিমাণ ২০৪৯ গ্ৰাম। আনহাতে বিখ্যাত ফৰাচী লেখক আনাটোল ফ্ৰাঁৰ মগজুৰ পৰিমাণ মহিলাৰ মগজুৰ গড় পৰিমাণতকৈ বহু কম-মাত্ৰ ১০১৭ গ্ৰাম আছিল। মগজুৰ পৰিমাণৰ সৈতে মানুহৰ বুদ্ধিমত্তা প্ৰতিভা আৰু ব্যক্তিত্বৰ কোনো সম্পৰ্ক নাই— সেইবিষয়ে বিজ্ঞানীসকল একমত। মগজুৰ পৰিমাণ অথবা আকাৰৰ সৈতে বুদ্ধিমত্তা অথবা প্ৰতিভাৰ পোনপটীয়া কোনো সম্পৰ্ক থকা হ'লে বৃহৎ পৰিমাণৰ মগজুৰ গৰাকী এস্কিমোসকল বিশ্বৰ আন সকলোতকৈ বেছি বুদ্ধিমত্তা তথা প্ৰতিভাৰঅধিকাৰী হ'লহেঁতেন। গৱেষণাই দেখুৱাইছে যে তেনে ধৰণৰ কোনো সম্পৰ্ক নাই।

উপৰিউক্ত তথ্যসমূহ আৰু এতিয়ালৈকে কৰা গৱেষণাসমূহে দেখুৱাইছে যে বুদ্ধিমত্তাৰ তথা প্ৰতিভাৰ ক্ষেত্ৰত নাৰী আৰু পুৰুষৰ মাজত কোনো পাৰ্থক্য নাই আৰু মগজুৰ আকাৰ বা পৰিমাণৰ সৈতেও বুদ্ধিমত্তা অথবা প্ৰতিভাৰ সম্পৰ্ক নাই। যিহেতু এই ৰহস্যময় ক্ষমতা-সামৰ্থযুক্ত মানৱ মগজুৰ গৰাকীজনে তেওঁৰ মগজুৰ এক পঞ্চমাংশহে ব্যৱহাৰ কৰিবলৈ সক্ষম, সেয়ে আমাৰ মগজুৰ পাঁচভাগৰ চাৰিভাগেই ব্যৱহাৰ কৰা নহয়।

এলবাৰ্ট আইনষ্টাইনৰ দৰে মহাবিজ্ঞানীয়ে সৰ্বসাধাৰণ মানুহতকৈ মগজুৰ ব্যৱহাৰ যথেষ্ট বেছি কৰিছিল— তাত কোনো সন্দেহ নাই। কিন্তু আইনষ্টাইনেও তেওঁ মগজুৰ সামান্য অংশহে ব্যৱহাৰ কৰিবলৈ সক্ষম হৈছিল।

OOO

# মুক্ত সমাজমুখী চিন্তা

বিশ্বৰ সৰ্বশ্ৰেষ্ঠ বুদ্ধিজীৱীৰ তালিকাত ন'ম চমস্কি, উম্বেৰ্টো ইকো আৰু ভাক্লাভ হাভেলৰ নাম শীৰ্ষ স্থানত আছিল যোৱা ২০০৬ ৰ আগভাগত। বিশ্বৰ বিভিন্ন শ্ৰেণীৰ লোকৰ ভোটৰ দ্বাৰা প্ৰস্তুত কৰা চূড়ান্ত তালিকাখনত চমস্কিয়ে শীৰ্ষ স্থান লাভ কৰিছিল যদিও হাভেলৰ নামটোও তৃতীয় স্থানত আছিল। ইয়াৰ পৰাই অনুমান কৰিব পাৰি লেখক-বুদ্ধিজীৱী হিচাপে চেক গণ ৰাজ্যৰ প্ৰাক্তন ৰাষ্ট্ৰপতি হাভেলৰ জনপ্ৰিয়তা আজিও কমা নাই। হাভেলৰ চিন্তা-ধাৰাই বৌদ্ধিক মহলক আজিও অনুপ্ৰাণিত কৰিব পাৰে। কিন্তু কিয়? তেওঁ গণতন্ত্ৰৰ এগৰাকী অতন্দ্ৰ প্ৰহৰী। সকলো বুদ্ধিজীৱীকে সেইটো ভূমিকাতে অৱতীৰ্ণ হোৱাটো তেওঁ বিচাৰে। অথচ বুদ্ধিজীৱীয়েই গণতন্ত্ৰৰ কাল হ'ব পাৰে, নমাই আনিব পাৰে সৰ্বাত্মকতাবাদী, একনায়কত্ববাদী শাসন, বুদ্ধিজীৱীৰ ভূমিকা তেতিয়া প্ৰতাৰকলৈ পৰ্যবসিত হয়। বুদ্ধিজীৱীৰ বহু প্ৰশংসিত, বন্দিত আদৰ্শ আচলতে গণতন্ত্ৰক নিঃশেষ কৰাৰ বাবেহে উপযুক্ত হৈ পৰে। কিন্তু কি এই বহু বন্দিত আদৰ্শ যাক বুজি পোৱাটো সহজ নহয়?

কিছু বছৰ আগেয়ে হাভেলে নিউজিলেণ্ডৰ ভিক্টৰীয়ান ইউনিভাৰ্ছিটিত বুদ্ধিজীৱীৰ দায়িত্বৰ বিষয়ত এটা দীঘলীয়া বক্তৃতা প্ৰদান কৰিছিল। সেই বক্তৃতাটো পিছত 'নিউয়ৰ্ক ৰিভিউ অৱ বুক্‌ছ'ত প্ৰকাশ হৈছিল। হাভেলৰ সেই 'The Responsibility of Intellectuals' বক্তৃতাটোৱেই আমাৰ এই আলোচনাৰ কেন্দ্ৰীয় বিষয়।

হাভেলৰ বক্তৃতাত যিগৰাকী চিন্তাবিদক আধুনিক গণতান্ত্ৰিক দৰ্শনৰ নায়ক হিচাপে দেখুওৱা হৈছে তেওঁ হ'ল কাৰ্ল প'পাৰ। হাভেলৰ জীৱনত কাৰ্ল প'পাৰৰ প্ৰভাৱো অতি গভীৰ। ৰাজধানী চহৰ প্ৰাগত উপস্থিত হৈ এই বয়োবৃদ্ধ জ্ঞানী মানবগৰাকীয়ে এদিন হাভেলক লগ ধৰিছিল। হাভেলেও প'পাৰৰ কথা মনোযোগ দি শুনিছিল। প'পাৰে সন্ধান কৰা এটা প্ৰধান বিষয় আছিল, আদিম সংকীৰ্ণ চিন্তাৰ অন্তহীন টৌৰ বিপৰীতে মুক্ত সমাজৰ ধাৰণাটো বৰ্তি থকাটো ইমান কঠিন কিয়? প'পাৰে নিজৰ এই প্ৰশ্নৰ উত্তৰ বিচাৰি মুক্ত মানৱ সমাজৰ সকলো ধৰণৰ শত্ৰুৰ আধ্যাত্মিক পটভূমি আৰু তেওঁলোকৰ চিন্তাৰ আদৰ্শ বা পেটাৰ্ণসমূহৰ সন্ধান কৰিছে।

১৯০২ত ভিয়েনাত কাৰ্ল প'পাৰৰ জন্ম হৈছিল। স্কুলীয়া শিক্ষা সম্পূৰ্ণ কৰাৰ পিছত প'পাৰে হাইস্কুলৰ শিক্ষকতা কৰি জীৱিকা উলিয়াইছিল। তেওঁ সেই সময়ৰ লজিকেল পজিটিভিজমৰ সমৰ্থক বিখ্যাত 'ভিয়েনা চাৰ্কল'ৰ সদস্য হৈছিল যদিও মতবিৰোধেও দেখা দিছিল। তেওঁৰ বন্ধুসকলে সেয়ে তেওঁক গোষ্ঠীটোৰ 'আনুষ্ঠানিক বিৰোধী সদস্য' বুলি জোকাইছিল। পিছত তেওঁৰ স্বতন্ত্ৰ দৃষ্টিভংগীৰ বাবেই প'পাৰ 'ভিয়েনা চক্ৰ'ৰ পৰা ওলাই আহিবলগীয়া হৈছিল। তেওঁ লিখা গ্ৰন্থসমূহ প্ৰকাশকৰ অভাৱত প্ৰকাশ কৰিব পৰা নাছিল। আনকি, এখন গ্ৰন্থ ১৯৩৪ চনত প্ৰকাশ কৰা হৈছিল যদিও প্ৰকাশক আৰু

সম্পাদকসকলে গ্ৰন্থখনৰ বেছিসংখ্যক পৃষ্ঠা বাদ দি ক্ষুদ্ৰ আকাৰতহে প্ৰকাশ কৰিছিল। তেওঁ গ্ৰন্থখনত সেই সময়ত গৃহীত হোৱা লজিকেল পজিটিভজমৰ কথাখিনিয়েহে ঠাই পাইছিল। আনকি প'পাৰৰ বিখ্যাত আৰু সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ 'The Open Society and its Enemies'ৰ প্ৰকাশক পোৱাটোও টান হৈছিল। সেই সময়ত কুৰি শতিকাৰ চল্লিশৰ দশকৰ মাজভাগত ব্ৰিটেইনত জৰ্জ অৰৱেলৰ 'Animal Farm' গ্ৰন্থখন প্ৰকাশ পাইছিল আৰু অৰৱেলৰ প্ৰশংসাত ব্ৰিটিছ বুদ্ধিজীৱী মহল মগ্ন আছিল। স্বাভাৱিকতে প'পাৰৰ গ্ৰন্থখন প্ৰকাশ হৈছিল যদিও প্ৰথমে গুৰুত্ব লাভ কৰা নাছিল। আনকি, এগৰাকী আমেৰিকান সমালোচকে প'পাৰৰ গ্ৰন্থখনৰ প্ৰথমখণ্ডৰ (The Open Society and its Enemies : The Spell of Plato) বিষয়ত প্ৰকাশযোগ্যই নহয় বুলি ঋণাত্মক সমালোচনা আগবঢ়াইছিল। কিন্তু সেই সময়ৰ আন এগৰাকী শ্ৰেষ্ঠ ফৰাচী লেখক অলবেয়াৰ কামুৱে তেওঁৰ কিতাপৰ আলমিৰাত প'পাৰৰ গ্ৰন্থখন সদায় ৰাখি ভাল পাইছিল বুলি নিজেই উল্লেখ কৰিছিল। অৱশ্যে দুয়োটা খণ্ড ১৯৪৫ চনত প্ৰকাশ পোৱাত সোনকালেই লেখক-চিন্তাবিদ-তাত্ত্বিকসকলৰ মাজত গ্ৰন্থখন ভূয়সী প্ৰশংসিত হোৱাৰ উপৰি ই আলোড়ন সৃষ্টি কৰিলে। বাৰ্ট্ৰাণ্ড ৰাছেল, গিলবাৰ্ট ৰাইল, বিখ্যাত কলা সমালোচক আৰ্ন্ষ্ট গ'ম্‌ৰিচ প্ৰমুখ্যে দাৰ্শনিক সমালোচকসকলে প'পাৰৰ গ্ৰন্থখনৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰিছিল। ৰাছেলে এই বুলি মন্তব্য আগবঢ়াইছিল যে 'প'পাৰৰ গ্ৰন্থখনে শীৰ্ষস্থানত গুৰুত্ব পাব লাগে আৰু পৌৰাণিক আৰু আধুনিক যুগৰ গণতন্ত্ৰৰ শত্ৰুসকলৰ পাণ্ডিত্যপূৰ্ণ সমালোচনাৰ বাবে এই গ্ৰন্থখন ব্যাপক হাৰত পঢ়া উচিত।' প'পাৰে তেওঁৰ গ্ৰন্থত প্লেটো, হেগেল আৰু মাৰ্ক্সৰ বিৰুদ্ধে গভীৰ আৰু অকাট্য যুক্তিৰে সমালোচনা আগবঢ়াইছিল। হেগেলৰ প্ৰভাৱেৰে অহা মাৰ্ক্সৰ চিন্তাধাৰাই যে আধুনিক যুগৰ মানুহৰ দুৰ্দশা আৰু বিলাই-বিপত্তিৰ বাবে জগৰীয়া সেই কথা তেওঁ অতি গভীৰ যুক্তিৰে আৰু পৰিষ্কাৰ ভাষাৰে দাঙি ধৰিছিল। বিখ্যাত 'The Concept of Mind' গ্ৰন্থৰ লেখক গিল্‌বাৰ্ট ৰাইলে সেয়েহে উল্লেখ কৰিছিল যে প'পাৰৰ এই 'মুক্ত সমাজ আৰু ইয়াৰ শত্ৰুসকল' গ্ৰন্থখনৰ পিছত প্লেটো আৰু মাৰ্ক্সৰ ব্যাখ্যা চিৰকালৰ কাৰণে সলনি হ'ল। উল্লেখ্য যে ১৯৪৫ চনত এই গ্ৰন্থখন প্ৰকাশ হোৱাৰ এবছৰৰ পিছত ১৯৪৬ চনত প'পাৰে ইংলেণ্ডলৈ আহে আৰু জীৱনৰ বাকী সময়ছোৱা তেওঁ ইংলেণ্ডতেই কটায়। কলা সমালোচক গ'ম্‌ৰিচৰ বিখ্যাত 'Art and Illusion' গ্ৰন্থখন প্ৰকাশ হোৱাৰ পাছতে তেওঁ প'পাৰৰ গ্ৰন্থখন প্ৰশংসা কৰি এই বুলি কৈছিল যে তেওঁৰ গ্ৰন্থখনৰ ওপৰত প'পাৰৰ গ্ৰন্থখনৰ প্ৰভাৱ সৰ্বত্ৰ অনুভূত হোৱা হ'লে তেওঁ গৌৰৱবোধ কৰিলেহেঁতেন। প'পাৰৰ 'দ লজিক অৱ ছাইন্টিফিক ডিস্কভাৰী' আদি গ্ৰন্থয়ো বিশেষ গুৰুত্ব পালেও ১৯৫৭ চনত প্ৰকাশ পোৱা 'The Poverty of Historicism' গ্ৰন্থখন আছিল গণতান্ত্ৰিক দৰ্শনৰ আন এক মাইলৰ খুঁটি। এইখন গ্ৰন্থ প্ৰকাশ পোৱাৰ লগে লগে আৰ্থাৰ ক'য়েছ্‌লাৰে 'ছানডে টাইম্‌ছ'ত ইয়াক 'এই বছৰটোত প্ৰকাশ পোৱা একমাত্ৰ গ্ৰন্থ যি শতিকাটোৰ পিছতো মূল্যবান হৈ থাকিব ('Probably the only book pulished this year which will outlive the century') বুলি লিখিছিল। গ্ৰন্থৰ সংখ্যা কম হ'লেও প'পাৰৰ চিন্তাধাৰাই সুদূৰপ্ৰসাৰী

প্ৰভাৱ পেলায় আৰু আজিও তেওঁৰ চিন্তাধাৰাক গণতান্ত্ৰিক দৰ্শনৰ এক সুদৃঢ় স্তম্ভ হিচাপে আমি স্মৰণ কৰো।

প'পাৰে কাক কাক সমালোচনাৰ লক্ষ্য কৰি লৈছিল সেই বিষয়ে হাভেলে প্ৰথমে আলোচনা আগবঢ়াইছে। প'পাৰৰ সমালোচনাৰ অন্যতম প্ৰধান লক্ষ্য হৈ পৰিছিল তেওঁৰ নিজৰ ভাষাত 'Holistic social enginering' নাইবা সম্পূৰ্ণ সামাজিক নিৰ্মাণ তত্ত্ব। কি এই সম্পূৰ্ণ সামাজিক নিৰ্মাণ তত্ত্ব? প'পাৰৰ এই ধাৰণাটোৰ বিষয়ত তেওঁৰ নিজৰেই ব্যাখ্যা হ'ল এনে ধৰণৰ ঃ যিবোৰ চিন্তা, দৰ্শন নাইবা তত্ত্বই ঐতিহাসিক বিকাশ প্ৰক্ৰিয়াৰ সূত্ৰ বা নিয়মৰ জ্ঞান আয়ত্ত কৰা বুলি কয় আৰু কিছুমান পূৰ্ব নিৰ্ধাৰিত মতাদৰ্শৰ ভিত্তিত মানৱ সমাজৰ উন্নতিৰ কাৰণে সম্পূৰ্ণভাৱে আৰু সকলো মানৱ সমাজতে প্ৰযোজ্য হোৱাকৈ পৰিবৰ্তনৰ এটা পথ দাঙি ধৰে সিয়েই হ'ল সম্পূৰ্ণ সামাজিক নিৰ্মাণ তত্ত্ব। এই তত্ত্বই ইতিহাসৰ বিকাশৰ নিয়ম (ঠিক প্ৰকৃতিৰ নিয়মৰ দৰেই) পূৰ্ব নিৰ্ধাৰিত হৈ থকা বুলি দেখুৱাই আৰু এই নিয়ম অনুসৰিয়ে ইতিহাসৰ লক্ষ্য পূৰণ কৰিব পৰা হয় বুলিও কয়। প'পাৰে পৰিষ্কাৰকৈ দাঙি ধৰে যে মানৱ কল্যাণ সাধনৰ নামত এই ধৰণৰ চিন্তা-ধাৰাই একচেতিয়া বা একদলীয় শাসন ব্যৱস্থা প্ৰতিষ্ঠা কৰা একনায়কত্ববাদৰ (totalitarianism) দিশেহে আমাক লৈ যায়।

হাভেলে বিশ্বাস কৰে যে প'পাৰৰ ধাৰণাই শুদ্ধ আৰু এই কথা তেওঁ নিজৰ দেশৰ অভিজ্ঞতাৰ পৰাই ক'ব পাৰে। তেওঁ যিখন দেশৰ সন্তান সেই চে'ক গণৰাজ্য (পূৰ্বৰ চেকোশ্লোভাকিয়া) ত্ৰিশ বছৰ ধৰি একনায়কত্ববাদী কমিউনিষ্ট দলৰ শাসনৰ অধীনত আছিল যি শাসন আৰু দলৰ মতাদৰ্শক সম্পূৰ্ণ সামাজিক নিৰ্মাণ তত্ত্বই জন্ম দিছিল। যি তত্ত্বই প্ৰথমে পূব ইউৰোপত কমিউনিষ্ট একনায়কত্ববাদৰ জন্ম দিছিল সেই মাৰ্ক্সবাদী তত্ত্বই নিজকে ঐতিহাসিক বিকাশ প্ৰক্ৰিয়াৰ নিয়মৰ এক বৈজ্ঞানিক তত্ত্ব হিচাপে দাবী কৰি আহিছিল। এই তত্ত্বই এক কল্পৰাজ্য বা 'ইউটʼপিয়া'ৰ জন্ম দিছিল আৰু সেইটো আছিল কমিউনিষ্ট শাসন ব্যৱস্থা যি পৃথিৱীত স্বৰ্গৰাজ্যৰ সৃষ্টি কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। কিন্তু ইয়াৰ প্ৰতিশ্ৰুতি পূৰণ কৰাত সম্পূৰ্ণ ব্যৰ্থ হোৱা এই মতাদৰ্শই 'গুলাগ' (ৰাজনৈতিক বন্দী শিবিৰ) আৰু বিশ্বৰ বহুতো ৰাষ্ট্ৰত অন্তহীন দুৰ্দশা-যন্ত্ৰণাৰ জন্ম দিলে, অসংখ্য মানৱ অধিকাৰ উলংঘা কৰিলে। যিহেতু এই তত্ত্বই সমাজ আৰু ইতিহাসৰ ক্ৰমবিকাশৰ সূত্ৰ জনা বুলি আৰু সেই সূত্ৰ অনুসৰি কোনো সমাজ বা বিশ্বৰ মানৱ সমাজ পৰিবৰ্তন সাধন কৰিব পাৰি বুলি দাবী কৰে, সেয়ে এই তত্ত্বৰ সমালোচনা কৰা নাইবা ভুল দেখুওৱা কাৰ্যক 'অপৰাধ' হিচাপে গণ্য কৰা হৈছিল আৰু এনে 'অপৰাধ' কৰাসকলক বন্দী কৰি ৰখা নাইবা বন্দুকৰ গুলিৰ আগত এৰি দিয়া হৈছিল। এই সকলো কৰা হৈছিল ভৱিষ্যতৰ উন্নত জীৱন লাভৰ নামত আৰু এটা 'নিৰ্ভুল', 'বৈজ্ঞানিক' তত্ত্বৰ সমৰ্থনত। এনে ধৰণে বৈজ্ঞানিক, ঐতিহাসিক সূত্ৰ অনুসৰি সমাজ আৰু বিশ্বৰ পৰিবৰ্তন কৰিব বিচৰা এই তত্ত্বই হ'ল প'পাৰে কোৱা 'সম্পূৰ্ণ সামাজিক নিৰ্মাণ তত্ত্ব'।

এই তথাকথিত বৈজ্ঞানিক তত্ত্বৰ মূল কথা হ'ল (১) সকলো মানৱ সমাজত থকা দুখ-দুৰ্দশা দূৰ কৰিব পাৰি; তাকে কৰিবলৈ হ'লে পূৰ্ব নিৰ্ধাৰিত ঐতিহাসিক ক্ৰমৰ

বিকাশৰ সূত্র জ্ঞানৰ ভিত্তিত বৈজ্ঞানিক মতাদর্শ বা তত্ত্ব অনুসৰিহে পৰিবর্তনৰ চেষ্টা কৰিব লাগিব; (২) বিশ্বত স্বৰ্গৰাজ্য প্রতিষ্ঠা কৰিবলৈ হ'লে পূর্ব পৰিকল্পিত এনে স্বৰ্গৰাজ্য প্রতিষ্ঠাত সহায় নকৰা বা এনে মতাদর্শ বা তত্ত্বৰ সমালোচনা কৰাসকলক আঁতৰ কৰিব লাগিব; দার্শনিক প্লেটোৱেতো আনকি কবিসকলকো কল্পনা-বিলাসী বা তেওঁৰ যুক্তি অনুসৰণ কৰিব নোৱৰা বুলি তেওঁৰ আদর্শ ৰাষ্ট্রৰ পৰা বহিষ্কাৰ কৰিছিল; (৩) ইতিহাসৰ ক্রমবিকাশ প্রাকৃতিক সূত্রৰ দৰেই পূর্ব নির্ধাৰিত। এই সূত্র বা নিয়মৰ বিষয়ে জ্ঞান আৰু তত্ত্বত বিশ্বাসীসকলেহে সমাজৰ হিতৰ বাবে পৰিবর্তন আনিব পাৰিব। প'পাৰে এই ধৰণৰ সমাজ নির্মাণ তত্ত্বৰ তীব্র বিৰোধিতা কৰিছে। তেওঁৰ মতে শুদ্ধ বুলি, হিতকাৰী আৰু উন্নত বুলি প্রমাণিত হোৱাৰ আগেয়েই একোটা তত্ত্বক পূর্ব নির্ধাৰিত মতাদর্শৰ ভিত্তিত শুদ্ধ, হিতকাৰী, উন্নত বুলি দৃঢ়তাৰে বিশ্বাস জন্মাবলৈ চেষ্টা কৰাটো ভুল আৰু বিপজ্জনক। দেখিবলৈ পোৱা গ'ল যে এই সম্পূর্ণ সামাজিক নির্মাণ তত্ত্বই হিত সাধনৰ নামত বিশ্বৰ বহুতো দেশত একনায়কত্ববাদী শাসন ব্যৱস্থাৰহে জন্ম দিলে। কিন্তু এই ব্যৱস্থাৰ ৰখীয়া হিছাপে ইয়াৰ তাত্ত্বিক-বুদ্ধিজীৱীসকলে এই মতাদর্শ মানৱ জাতিৰ সর্বশ্রেষ্ঠ, শুদ্ধ বৈজ্ঞানিক মতাদর্শ বুলি দেখুৱাই থাকিল। আনকি একনায়কত্ববাদী আৰু 'গুলাগ' বা ৰাজনৈতিক বন্দী শিবিৰসমূহৰ কথা জানিও তেওঁলোকে বিশ্বাস কৰিছিল যে এদিন এই সকলো শেষ হ'ব আৰু স্বৰ্গৰাজ্য প্রতিষ্ঠা হ'ব। তাৰ বাবে একনায়কত্ব, 'গুলাগ'ৰ দৰে গণতন্ত্র-বিধ্বংসী ব্যৱস্থাক অস্থায়ী বুলি সহ্য কৰা উচিত হ'ব বুলি তেওঁলোকে বিশ্বাস কৰিছিল। কেৱল সেয়ে নহয়, মাৰ্ক্সীয় বা কমিউনিষ্ট মতাদর্শত বিশ্বাসীসকলে যিহেতু তেওঁলোকৰ মতাদর্শক একমাত্র শুদ্ধ আৰু সমাজৰ উন্নতিৰ বাবে উপযুক্ত আৰু প্রগতিশীল বুলি বিশ্বাস কৰে, সেয়ে আন গণতান্ত্রিক ৰাজনৈতিক দর্শনত বিশ্বাসী দল-সংগঠনক শাসন কৰাৰ কোনো সুবিধা বা সুৰুঙা ৰখা নহয়। ক্ষমতা সদায় নিজৰ হাতত ৰখা কাৰণে বিৰোধী, গণতান্ত্রিক দল-সংগঠন বা মতামতসমূহক টেঁটু চেপা দিয়া হয়, যিবিলাকক অৱদমন নাইবা নিঃশেষ কৰাৰ কাৰণে অতি ভয়ংকৰ হিংসাত্মক পদ্ধতিও লোৱা হয়। সেয়ে এবাৰ যদি কোনো এখন দেশত কমিউনিষ্ট শাসন আৰম্ভ হয়, সেই শাসন চিৰকালৰ কাৰণে চলাই ৰখাৰ বাবে একনায়কত্ববাদী দমন-পীড়ন কায়েম ৰখা হয় আৰু সকলো ধৰণৰ গণতান্ত্রিক চিন্তা, মত, বিসম্বাদী কণ্ঠ, দল-সংগঠন নিষিদ্ধ কৰা হয়, বলপূর্বকভাৱে দমন কৰি ৰখা হয়। এনে একনায়কত্ববাদী তথা কর্তৃত্ববাদী শাসন ব্যৱস্থাৰ বাবে 'প্রগতিবাদ', 'ইতিহাসবাদ' অথবা 'ঐতিহাসিক বস্তুবাদ'ৰ ওপৰত বিশ্বাসক যিদৰে জগৰীয়া কৰিব পাৰি, তাতকৈ বেছি জগৰীয়া কৰিব পাৰি সেই দর্শন বা তত্ত্বক যি দর্শন বা তত্ত্বই পূর্ব নির্ধাৰিত ধাৰণা আৰু মতাদর্শ অনুসৰি সমাজ নাইবা মানৱ জাতিৰ উন্নতি সাধন কৰা উচিত বুলি বিশ্বাস কৰে। এই তত্ত্বৰ বিপৰীতে প'পাৰৰ মত হ'ল জ্ঞানৰ বিকাশে ইতিহাসৰ ওপৰত প্রভাব পেলাব পাৰে, কিন্তু আমি ভৱিষ্যতে জ্ঞানৰ বিকাশ কেনে ধৰণৰ হ'ব তাক আগতীয়াকৈ জানিব নোৱাৰো; সেয়েহে ভৱিষ্যত ইতিহাসৰ গতি ধাৰাৰ বিষয়েও আগতীয়াকৈ ঘোষণা কৰিব নাইবা ভৱিষ্যদ্বাণী কৰিব নোৱাৰো। ভৱিষ্যৎ ইতিহাসক আগতীয়াকৈ জনা বুলি দাবী কৰা জ্ঞান প্রমাণসিদ্ধ নহয়।

এনে জ্ঞান মতান্ধতাৰ বাহিৰে আন কি হ'ব পাৰে? এই মতান্ধতাই সেয়ে একনায়কত্ব বা একদলীয় শাসন ব্যৱস্থাৰ জন্ম দিয়ে।

প্ৰাচীন গ্ৰীক দাৰ্শনিক প্লেটো একনায়কত্ববাদৰ (totalitarianism) সমৰ্থক আছিলনে? প'পাৰৰ মতে প্লেটোৰ আদৰ্শ ৰাষ্ট্ৰ হ'ল এনেকুৱা যে এনে ৰাষ্ট্ৰত কঠোৰ নিয়মৰ সমৰ্থক এটা ঘনিষ্ঠ মহলক লৈ গঠিত শাসক শ্ৰেণীয়ে ৰাজনৈতিক ক্ষমতা একচেটিয়া কৰি লয়; ইও কৰ্তৃত্ববাদৰ এটা ৰূপ। আধুনিক একনায়কত্ববাদৰ বহুতো চৰিত্ৰ প্লেটোৰ আদৰ্শ ৰাষ্ট্ৰৰ ধাৰণাত পোৱা যায়। প্লেটোৱে এক শ্ৰেণী শ্ৰেষ্ঠ বা উত্তম শাসকৰ জন্ম দিয়াৰ যি পৰিকল্পনাৰ কথা কৈছিল সি এক ধৰণৰ বৰ্ণবাদী মতাদৰ্শৰ জন্ম দিব পাৰে নাইবা অনাৱশ্যকীয় বুলি আনসকলক হিট্‌লাৰৰ দৰে গণহত্যাৰ বাবে প্ৰেৰণা যোগাব পাৰে। সেইদৰে হে'গে'লৰ ৰাজনৈতিক ঐতিহাসিক দৰ্শনত থকা জাতীয়তাবাদৰ চৰিত্ৰটোও আছিল এনে ঃ জাতি হ'ল এটা যৌথ গোট যাৰ তলত থাকিবলৈ ব্যক্তি সদায় মান্তি হ'ব লাগিব; ৰাষ্ট্ৰ হ'ল নৈতিকতাৰ শীৰ্ষতম অধিকাৰী, ঐতিহাসিক মহামানৱসকলে সৃষ্টিশীল দায়িত্ব ল'ব লাগে, তথাকথিত বুৰ্জোৱাৰ মজলীয়াবিধৰ প্ৰতিভাৰ পৰিবৰ্তে বীৰত্ব বা নায়কৰ বন্দনা কৰা— এই ধৰণৰ কথাবোৰ ফেচিবাদৰো কথা (১)। এণ্টনি কিণ্টনৰ মতে হে'গেলৰ জাতীয়তাবাদী যৌথ নিয়ন্ত্ৰণবাদ — (য'ত ব্যক্তিৰ মূল্য থকা বুলি ধৰা হয় ৰাষ্ট্ৰৰ প্ৰতি তেওঁৰ সেৱাৰ ওপৰত ভিত্তি কৰি) আছিল ফেচিবাদী মনটোৰেই আগতীয়া ইংগিতবাহক (২)। হে'গে'লৰ সামাজিক দাৰ্শনিক তত্বই আধুনিক একনায়কত্ববাদৰ পথ প্ৰশস্ত কৰিছিল। অৱশ্যে মাৰ্ক্স নিজে একনায়কত্ববাদী নাছিল, তেওঁ বৰং ৰাষ্ট্ৰৰ অৱসান হোৱাটোহে বিচাৰিছিল; কিন্তু তেওঁ 'সৰ্বহাৰাৰ একনায়কত্ববাদ'ৰ সমৰ্থন কৰিছিল। পৰৱৰ্তী কালত ইয়াক একদলীয় শাসন নাইবা একনায়কত্ববাদৰ ৰূপ দিয়া হ'ল।

প'পাৰে ৰাষ্ট্ৰক অস্বীকাৰ কৰা নাই; কিন্তু এই ৰাষ্ট্ৰ দেশবাসীৰ আৰু আন লোকৰো স্বাধীনতা আৰু গণতন্ত্ৰৰ ৰখীয়া হ'ব লাগিব। তেওঁ সেয়ে বহুত্বৰ অটল সমৰ্থক আছিল। ইতিহাসৰ নিয়ম আৰু এই নিয়মৰ সমৰ্থনত পূৰ্ব নিৰ্ধাৰিত তত্বৰ ভিত্তিত সমাজ পৰিবৰ্তনৰ চেষ্টা আৰু একেটা দলকে নাইবা কিছুমান বছা বছা লোকক লৈ গঠিত শ্ৰেণীৰ হাতত সমাজৰ উন্নতিৰ আৰু শাসনৰ দায়িত্ব অৰ্পণ — এই ধৰণৰ গণতন্ত্ৰবিৰোধী তত্বটোৰ বাবে প'পাৰে প্লেটো, হে'গেল আৰু মাৰ্ক্সৰ তত্বক জগৰীয়া কৰিছে। হাভেলে তেওঁৰ দেশৰ আৰু পূব ইউৰোপৰ অভিজ্ঞতাৰে পুনৰ সাব্যস্ত কৰিছে যে প'পাৰৰ তত্বই শুদ্ধ।

হাভেলে উল্লেখ কৰিছে যে সংশ্লিষ্ট তিনিগৰাকী দাৰ্শনিকৰ দৰেই আজিও বৃহৎ সংখ্যক বুদ্ধিজীৱীয়ে কৰ্তত্ববাদ নাইবা একনায়কত্ববাদ নমাই আনিব পৰা সমাজ নিৰ্মাণ তত্বৰ সমৰ্থন কৰে। তেওঁলোকে ভবা বা বিশ্বাস কৰা মত বা তত্বক একমাত্ৰ শুদ্ধ তত্ব হিচাপে খামুচি ধৰি থাকে। হাভেলে কৈছে যে প'পাৰৰ দৰেই তেওঁ বিশ্বাস কৰে যে বিজ্ঞানী, ৰাজনীতিবিদ, উদ্যোগী নাইবা আন কোনোৱেই এই নিষ্ফল বিশ্বাসৰ বলি হোৱা উচিত নহয় যি বিশ্বাস অনুসৰি তেওঁলোকে সম্পূৰ্ণভাৱে, সামগ্ৰিকভাৱে বিশ্বক বুজিব

পাৰে বুলি দাবী কৰে আৰু সেয়ে কোনো এক কাৰ্যৰ যোগেদি ইয়াক সলনি কৰিব পৰা যায় বুলি ভাবে। এনে ধৰণৰ বিশ্বাস কৰ্তৃত্ববাদ বা একনায়ত্ববাদৰ বাবেহে উপযুক্ত বুলি বাৰম্বাৰ প্ৰমাণিত হৈ আহিছে। সম্পূৰ্ণতাবাদী (holistic বা totalitarian) দৰ্শনে জ্ঞান আৰু সত্যৰ ধাৰণাক চূড়ান্ত ৰূপত( উদাহৰণস্বৰূপে প্লেটোৰ 'law' বা হে'গে'লৰ 'absolute'ৰ ধাৰণা) গ্ৰহণ কৰিব খোজে। মাৰ্ক্সে নিজকে হে'গেলৰ অনুসৰণকাৰী বুলি কোৱা নাই যদিও তেওঁৰ ঐতিহাসিক ক্ৰমবিকাশৰ সূত্ৰ (law), প্ৰগতিবাদ, সাম্যবাদ আদি ধাৰণাবোৰ হে'গে'ল আশ্ৰয়ী আৰু এইবোৰক পৰমাৰ্থ বা সাৰবস্তু হিচাপে বিশ্বাস কৰা হৈছে। মাৰ্ক্সৰ তত্ত্বক সেয়ে শেহতীয়াকৈ এগৰাকী ইংৰাজ পণ্ডিতে এৰিষ্ট'টল আৰু হে'গে'লীয় 'essentialist' নাইবা সাৰত্বত বিশ্বাসী পৰম্পৰাৰ বুলি দেখুৱাইছে (৩)। মানৱ সমাজ বিষয়ক জ্ঞানক ইঞ্জিনিয়াৰিং বা অভিযান্ত্ৰিক জ্ঞান হিচাপে চাব পাৰি বুলি বিশ্বাস কৰা প্ৰগতিবাদী ধ্ৰুপদী তাত্ত্বিকসকলে জ্ঞানক এক সম্পত্তিৰ ৰূপত আহৰণ কৰি তাক সমাজ পৰিবৰ্তন আৰু শাসনৰ বাবে ব্যৱহাৰ কৰা উচিত বুলি বিশ্বাস কৰিছিল। জ্ঞানৰ এই ধাৰণাটো একপক্ষীয়, কৰ্তৃত্বমূলক আৰু ঔপনিবেশিক চৰিত্ৰৰ। তেওঁলোকে জ্ঞানৰ বিষয়ত সন্দেহতো কৰা নাছিলেই, বৰং ইয়াক 'determinism' বা সম্পূৰ্ণ নিশচয়তাৰ ৰূপ দিছিল। মানৱ সমাজ আৰু ইয়াৰ অতীত, বৰ্তমান, ভৱিষ্যৎ তেওঁলোকৰ নখ দৰ্পণত বুলি ধৰি লৈছিল। 'হেগে'লীয়, মাৰ্ক্সীয় এনে সম্পূৰ্ণতাবাদী ধাৰণাবোৰক জাঁ ফ্ৰাঁচোৱা লিঅ'টাৰৰ ভাষাত 'অধিবৃত্তান্ত' বা 'মহাবৃত্তান্ত' বুলি ক'ব পাৰি! এনে অধিবৃত্তান্তৰ সমৰ্থনতে ১৯৪৫চনৰ পৰৱৰ্তী কালত পূৰ্বৰ ঔপনিবেশিক শাসনৰ পৰা স্বাধীনতা লাভ কৰা বহুতো চৰকাৰে জাতীয়তাবাদী সংগ্ৰামবোৰৰ বিষয়ত কৰ্তৃত্বসম্পন্ন অধিবৃত্তান্তৰ সৃষ্টি কৰিছিল বুলি ক্ৰিষ্টফাৰ বাট্‌লাৰ উল্লেখ কৰিছে; প'পাৰে উত্তৰ আধুনিকতাবাদী চিন্তাধাৰা প্ৰোথিত হোৱা প্ৰায় কুৰি বছৰ পূৰ্বেই এনে অধিবৃত্তান্তসমূহৰ ভয়ংকৰ পৰিণতিৰ বিষয়ে লিখিছিল। তেওঁ প্লেটোমূলীয়, হে'গে'লীয়, মাৰ্ক্সীয় অধিবৃত্তান্তৰ ওপৰত যি গভীৰ সন্দেহ প্ৰকাশ কৰিছিল সি তত্ত্বগতভাৱে আজিৰ পণ্ডিত- বুদ্ধিজীৱীসকলৰ বাবেও প্ৰেৰণাৰ উৎস হ'ব পাৰে। আজিও প্লেটোমূলীয়, হে'গেলীয়-মাৰ্ক্সীয় অধিবৃত্তান্তক আশ্ৰয় কৰি আমাৰ বেছিভাগ লেখক-বুদ্ধিজীৱীয়ে সমাজ আৰু ইতিহাসৰ ব্যাখ্যা আগবঢ়াই আছে। উদাহৰণস্বৰূপে, প্ৰগতিবাদ, ঔপনিবেশিক শাসনবিৰোধী জাতীয়তাবাদ আদি ধাৰণাবোৰক মৌলিক জ্ঞান বা সত্য হিচাপে বিশ্বাস কৰি সিবিলাকক সাৰ্বজনীন সত্য ধাৰণা হিচাপে বিশ্বাস জন্মোৱা হৈছে। এনে ধৰণৰ মূলসূঁতিৰ জ্ঞানৰ ডেৰিডীয় পৃথকতা বা স্থগনৰ ধাৰণাৰে বিচাৰ কৰিলেহে সিবিলাকত লুকাই থকা বিপজ্জনক অধিবৃত্তান্ত ধৰা পেলাব পাৰি। প্লেটোমূলীয়, হে'গেলীয়-মাৰ্ক্সীয় ধাৰণাবোৰৰ বিপৰীতে ছক্ৰেটিচৰ কথোপকথনমূলক (diologic) জ্ঞান কিন্তু গণতান্ত্ৰিক আছিল, কৰ্তৃত্বসম্পন্ন অধিবৃত্তান্ত নাছিল। ছক্ৰেটিচে তেওঁৰ জ্ঞানৰ বিষয়ে এই বুলিহে কৈছিল : 'মোৰ যদি কিবা অলপ কৰ্তৃত্ব আছে, সেয়া নিৰ্ভৰ কৰে মোৰ অতি সামান্য জ্ঞানৰ ওপৰত' (৪)। ছক্ৰেটিচে সত্যৰ অন্বেষণহে তেওঁৰ কৰ্তব্য বুলি ধৰি লৈছিল; সত্যক জনা বা পোৱা আৰু তাক সম্পত্তি জ্ঞান কৰি অধিকাৰত ৰখাৰ কথা কোৱা নাছিল। তেওঁ জানাৰেষী, জ্ঞানৰ

প্ৰেমিক আছিল, কিন্তু অধিকাৰী হোৱাৰ কথা বিশ্বাস নকৰিছিল ('..... that the was not in the possession of truth, but that he was a searcher, an enquirer, a lover of truth') (৫)। কিন্তু প্লেটোৱে দাৰ্শনিকক জ্ঞানান্বেষীৰ পৰা 'সত্য' 'জ্ঞান'ৰ অধিকাৰীত (proud possessor of truth) পৰিণত কৰিলে। আৰু জ্ঞানৰ এই অধিকাৰীজনক দেৱতাৰ শাৰীতো থোৱা হ'ল (god-like, if not devine)। প'পাৰে সেয়ে ছক্ৰেটিচৰ বিষয়ত কৈছে ঃ 'তেওঁ (ছক্ৰেটিচ) এনে এজন লোক আছিল যি দোষ-ত্ৰুটি দেখিলে যিকোনো ধৰণৰ চৰকাৰকে সমালোচনা কৰিব।... এগৰাকী ভাল গণতন্ত্ৰপন্থী হিচাপে তেওঁ গণতান্ত্ৰিক নেতাসকলৰ অযোগ্যতা উদঙাই দিছিল.... তেওঁ যিকোনো ধৰণৰ স্বৈৰতন্ত্ৰৰ বিৰোধিতা কৰিছিল... তেওঁৰ চিন্তাধাৰা কৰ্তৃত্ববাদৰ বিৰোধী আছিল .' ইত্যাদি (৬)। আজিৰ জ্ঞানান্বেষী বা বুদ্ধিজীৱীয়ে ছক্ৰেটিচৰ কথোপকথনমূলক (diologic) জ্ঞানৰ পৰম্পৰাটোহে গ্ৰহণ কৰা উচিত, কিয়নো, ই গণতান্ত্ৰিক; ইয়াৰ বিপৰীতে প্লেটোমূলীয়, হে'গে'লীয়-মাৰ্ক্সীয় পৰম্পৰাটো এক কৰ্তৃত্বসম্পন্ন অধিৱাস্ত আৰু ঔপনিবেশিক চৰিত্ৰৰ।



# উত্তম জীৱন

অম্লান দত্তৰ 'আনন্দেৰ সন্ধানে ৰাসেল' প্ৰবন্ধটো (১) পঢ়ি আমাৰ মনত নানান প্ৰশ্নৰ উদয় হৈছে। নানানটো 'কাম'ত ব্যস্ত হৈ থকা আজিৰ মানুহে জীৱনৰ সুখ-দুখ, আনন্দ-বেদনাৰ বিষয়ে ভাবিবলৈ যেন আহৰি নাপায়। জীয়াই থকাৰ প্ৰতিযোগিতাত ব্যস্ত আজিৰ মানুহে এই কথা ভাবিলৈও পাহৰি গৈছে যে তেওঁনো জীয়াই থাকিব লাগে কিয়? আধুনিক কালত বাৰ্ট্ৰাণ্ড ৰাছেলে মানুহৰ এই অন্ধতাৰ পৰা পৰিত্ৰাণৰ পথ দেখুৱাই গৈছে। আধুনিক যুগৰ এগৰাকী মহান সন্দেহবাদী শিক্ষক হোৱা সত্ত্বেও ৰাছেলে মানৱ জীৱন সুখী আৰু আনন্দময় কৰাৰ চিন্তা কৰিছে সকলো সময়তে। অম্লান দত্তই তেওঁৰ প্ৰবন্ধটোত ৰাছেলৰ 'Principles of Social Reconstruction' গ্ৰন্থৰ বিষয়ে আলোচনা আগবঢ়াইছে, কিন্তু সুবিখ্যাত 'The Conquest of Happiness' গ্ৰন্থৰ বিষয়ে আলোচনা প্ৰবন্ধটোত নাই। অথচ ৰাছেলে সুখৰ উৎস সন্ধান কৰিছে তেওঁৰ এই গ্ৰন্থখনত। আধুনিক শিক্ষাই তৈয়াৰ কৰা সাঁচত ঢলা মানুহৰ পৰিবৰ্তে মানুহৰ প্ৰবৃত্তিসমূহৰ মুক্ত বিকাশ ঘটোৱাৰ ওপৰত ৰাছেলে গুৰুত্ব দিছিল। উদাহৰণস্বৰূপে ৰাছেলে একাধিকবাৰ এই কথা উল্লেখ কৰি গৈছে যে সমাজৰ অনুশাসনবোৰে সৰহভাগ ক্ষেত্ৰতেই শিশুক শিশুৰ জীৱন উপভোগ কৰাত বাধা দিয়ে আৰু জীৱন পংগু কৰে। অথচ প্ৰাচ্য আৰু পাশ্চাত্য যিকোনো সমাজ আৰু সংস্কৃতিতে মানুহক সাঁচত ঢালি গঢ় দিয়া হয়— সেই বিষয়ে ৰাছেলে বহল আলোচনা আগবঢ়োৱা নাই। সি যি কি নহওক, ৰাছেলে প্ৰবৃত্তিক মানৱ চৰিত্ৰ গঠনত বাধা হিচাপে দেখুওৱা মত কিয় গ্ৰহণ কৰা নাছিল তাৰ কাৰণ বুজি পোৱা টান নহ'ব। পৰম্পৰাগত সমাজ তথা সংস্কৃতিয়ে প্ৰবৃত্তিক বাধা দি অনুশীলনৰ মাজেদি চৰিত্ৰ গঠন কৰাত গুৰুত্ব দি আহিছে। উদাহৰণ স্বৰূপে, জন ষ্টুৱাৰ্ট মিলৰ (J S Mill) কথা উনুকিয়াব পাৰি। মিলৰ মত হ'ল 'মানুহে প্ৰায়ে সকলো মানৱ চৰিত্ৰ লাভ কৰিছে প্ৰবৃত্তিক জয় কৰাৰ ফল স্বৰূপে, কিন্তু প্ৰবৃত্তিৰ ফল স্বৰূপে নহয় (Nearly every respectable attribute of humanity is result, not of instinct, but of victory over instinct.) আধুনিক কালত সকলো শিক্ষানুষ্ঠান তথা ধৰ্মীয় অনুষ্ঠান আৰু নীতি শাস্ত্ৰ গঢ়ি উঠিছে মিলৰ তত্ত্বৰ আধাৰত অৰ্থাৎ প্ৰবৃত্তিক জয় বা ধ্বংস কৰাৰ চেষ্টাৰ মাজেদি। প্ৰবৃত্তিক এইদৰে বাধা দিব তথা ধ্বংস কৰিব বিচৰাৰ (মিলৰ ভাষাত 'জয় কৰা') কাৰণ কি? প্ৰবৃত্তিয়ে যুক্তি জ্ঞানমুখী মানৱ মনৰ বিকাশত বাধা দিয়ে, প্ৰবৃত্তি অনুন্নত অৱস্থাৰহে পৰিচায়ক— এই ধৰণৰ চিন্তা ধাৰাই ইয়াৰ প্ৰধান কাৰণ বুলি ক'ব পাৰি। কিন্তু আধুনিক শিক্ষাবিদ তথা চিন্তাবিদসকলৰ মতে এই চিন্তা ধাৰাই শিশুৰ অধিকাৰ, মানৱ অধিকাৰ আৰু ব্যক্তি স্বাধীনতা খৰ্ব কৰি আহিছে। সাঁচত ঢালি মানুহক পংগু কৰা হৈছে।

মানৱ ইতিহাসত পৃথিৱীৰ অতি কম সংখ্যক মানুহহে পোৱা যায় যিসকলৰ জীৱন

সাঁচত ঢলা নহয়। তেওঁলোকৰ মাজতেই বিচাৰি পাওঁ হয়তো মহৎ ব্যক্তি। তেওঁলোকৰ ভিতৰত গৌতম বুদ্ধও আছে, ছক্ৰেটিচ আছে, যীশুখ্ৰীষ্ট, আইনষ্টাইন, পিকাছো, এম কে গান্ধী আছে, ভীমসেন যোশী, হৰিপ্ৰসাদ চৌৰাছিয়া আছে। প্ৰকৃততে এনে ধৰণৰ সাঁচত নঢলা মানুহৰ কাৰণেই মানৱ জীৱন আৰু পৃথিৱী সুন্দৰ আৰু সুখৰ হ'ব পাৰে। সভ্যতাৰ সাৰ্থকতা তেওঁলোকৰ দৰে লোকৰ বাবেই বিচাৰি পোৱা যায়। এনে ধৰণৰ লোকসকলক কি কাৰণত সাঁচত ঢলা নহয় বুলি ক'ব পাৰি? এই লোকসকলৰ জীৱন কাহিনী পঢ়িলেই সহজে চকুত পৰে যে যিদৰে তেওঁলোকৰ জীৱন সাঁচত ঢালি গঢ়িব খোজা হৈছিল তেওঁলোকে তাক মানি লোৱা নাই। গৌতম বুদ্ধই ৰজা হৈ ৰাজ্য ভোগ নকৰি ৰাজপ্ৰাসাদ ত্যাগ কৰি ভিক্ষু হয়। ছক্ৰেটিচে এথেন্সৰ শাসকবৰ্গৰ যুক্তিবিৰোধী নিৰ্দেশ মনাতকৈ যুক্তিৰ স্বাৰ্থত মৃত্যুয়েই শ্ৰেয় বুলি গ্ৰহণ কৰিছিল। যীশুৱে সেই সময়ৰ প্ৰচলিত বিশ্বাস গ্ৰহণ নকৰিলে মৃত্যুৰ আগমুহূৰ্তলৈকে। আইনষ্টাইনে পদাৰ্থ বিজ্ঞানৰ পৰম্পৰাগত তত্ত্ব গ্ৰহণ কৰি নাথাকি নতুন তত্ত্ব উদ্ভাৱন কৰিলে। পিকাছোক এজন সৈনিক হোৱাটো বিচাৰিছিল তেওঁৰ পিতৃ-মাতৃয়ে, কিন্তু তেওঁ হ'লগৈ শিল্পী। এম কে গান্ধীয়ে বিলাতফেৰং বেৰিষ্টাৰ হৈ নাথাকি বিদেশী শাসনৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে। ভীমসেন যোশীয়ে সংগীতৰ কাৰণে ল'ৰা কালতে ঘৰৰ পৰা পলায়ন কৰিছিল। হৰিপ্ৰসাদ চৌৰাছিয়াক তেওঁৰ দেউতাকে এজন মল্লযোদ্ধা কৰিবৰ কাৰণে অনেক চেষ্টা কৰিছিল যদিও তেওঁ হ'লগৈ বাঁহীবাদক, সংগীত সাধক। সাঁচত নঢলা বিশ্বৰ এনে মহৎ লোকৰ নাম উল্লেখ কৰি শেষ কৰাই টান। ৰাছেলে অনুশাসনৰ মাজেদি চৰিত্ৰ গঠনৰ তত্ত্বটোৰ বিৰোধিতা কৰাৰ কাৰণো আছিল এই তত্ত্বইসাঁচত ঢলা মানুহ তৈয়াৰ কৰে।

ৰাছেলে প্ৰবৃত্তিক বাধা দিয়াত আপত্তি দৰ্শোৱাৰ আন এটা কাৰণো আছে। প্ৰবৃত্তিক বাধা দিয়াৰ মাজেদি ব্যক্তিত্বৰ মুক্ত বিকাশত বাধা দিয়া হয়। এটি শিশুৱে বোকা নাইবা পানীত খেলিবলৈ বিচাৰিব পাৰে স্বাভাৱিকভাৱেই। বোকা আৰু পানীৰ স্পৰ্শানুভূতি শিশুৰ বাবে বিমল আনন্দদায়ক হ'ব পাৰে। এনে ক্ষেত্ৰত শিশুটিক বাধা দিয়া উচিত নহয় বুলি ৰাছেলে অভিমত দিছে। ৰাছেলৰ পৰামৰ্শ হ'ল শিশুটিৰ যাতে কোনো বিপদ বা অপকাৰ হ'ব নোৱাৰে তাৰ প্ৰতি সাৱধানতা অৱলম্বন কৰিব লাগিব। কিন্তু বোকা বা পানীৰ স্পৰ্শানুভূতিয়ে শিশুটিক যি আনন্দ দিব পাৰে, যি শিহৰণ জগাব পাৰে তাক আন বস্তুৱে পূৰণ কৰিব নোৱাৰে। এই ক্ষেত্ৰত বাধাপ্ৰাপ্ত হোৱা শিশুটি শৈশৱৰ এনে অনুভূতিৰ পৰা বঞ্চিত হয়। হয়তো এনে এটা দৃষ্টিভংগী থকা বাবেই ৰাছেলে অতি সাধাৰণ, আনকি মূৰ্খৰ জীৱনতো সুখৰ সন্ধান কৰিছিল। কিন্তু তেওঁ সুখক দুই ধৰণৰ হিচাপে দেখুৱাব খোজে। এবিধ প্ৰাণীসুলভ আৰু আনবিধ আধ্যাত্মিক চৰিত্ৰৰ। এই সন্দৰ্ভত তেওঁ বাল্যকালত লগ পোৱা এজন নাদ খন্দা লোকৰ কথা লিখিছে যিজনে লিখিব পঢ়িব নাজানিছিল, দেশখন কেনেকৈ চলে নতুবা সংসদ নামৰ এটা অনুষ্ঠান থকা বুলিও নাজানিছিল। কিন্তু তেওঁৰ জীৱনত সুখৰ অভাৱ হোৱা নাছিল। ৰাছেলে লিখিছে যে নিৰক্ষৰ, সৰল মানুহৰ সুখী জীৱন আৰু আজিৰ আনুষ্ঠানিক শিক্ষাৰে শিক্ষিত, নানান স্যা-

সুবিধা পোৱা লোকে লাভ কৰাটো সম্ভৱ নহয় বুলিয়েই আমাৰ বহুতে ক'ব। কিন্তু আত্মবিশ্বাস, আত্মসম্মানবোধ, সৎ উদ্দেশ্যধৰ্মী। সৃষ্টিশীল কৰ্ম, প্ৰেম, দয়া বা কৰুণা আদিৰ লগত আধুনিক, আনুষ্ঠানিক শিক্ষা লাভ কৰা মানুহেও তেওঁৰ জীৱন সুখী কৰি তুলিব পাৰে— ৰাছেলে এই মতকেই দাঙি ধৰিছে তেওঁৰ 'The Conquest of Happiness' গ্ৰন্থত। ৰাছেলে অৱশ্যে কৈছে যে প্ৰকৃত বিজ্ঞানীৰ জীৱনতহে সুখী হোৱাৰ সকলো চৰ্ত পূৰণ হ'ব পাৰে। ইয়াৰ প্ৰধান কাৰণ হিছাপে তেওঁ দেখুৱাইছে যে বিজ্ঞানী কৰ্ম নাইবা আবিষ্কাৰে মানৱ সমাজৰ মহৎ উপকাৰ কৰা আৰু মানৱ সমাজৰ দুখ-কষ্ট লাঘৱ কৰা বুলি বিজ্ঞানীজনে ধৰি ল'ব পাৰে আৰু ইয়েই তেওঁৰ সুখৰ উৎস। বিজ্ঞানীৰ কৰ্ম তথা আবিষ্কাৰ যে সদায় গঠনমূলক আৰু সেইবিলাকে যে মানৱ সমাজৰ পৰম উপকাৰ সাধি আহিছে— তাত বিজ্ঞানীজনৰ লগতে আমাৰো কোনো সন্দেহ নাই। আনকি বিজ্ঞানীৰ কৰ্মই নাইবা আবিষ্কাৰে (যেনে, পৰমাণু বোমা) মানৱ জাতিক ধ্বংস কৰাৰ ভাবুকি দিলেও বিজ্ঞানীজনে নিজকে অপৰাধী বুলি গণ্য নকৰিব পাৰে কিয়নো এই শক্তি নাইবা বোমা আবিষ্কাৰৰ মূলতে তেওঁৰ কোনো ধ্বংসাত্মক উদ্দেশ্য নাই বৰং নজনাক জনাৰ, অসাধ্য সাধন কৰাৰ, গৱেষণা আৰু আবিষ্কাৰৰ বিশুদ্ধ আনন্দহে তেওঁৰ কৰ্মৰ মূল। কিন্তু এই দৃষ্টিভংগীয়ে বিজ্ঞানক প্ৰমূল্যমুক্ত (Value-free) বুলি গণ্য কৰে। প্ৰমূল্যমুক্ত বিজ্ঞান প্ৰকৃততে এটি বিতৰ্কৰ বিষয় আৰু সেই বিষয়ে এই প্ৰবন্ধত আলোচনা কৰাৰ থল নাই। কিন্তু মহান আবিষ্কাৰ কৰিও কোনো মহা বিজ্ঞানী আনন্দত আত্মহাৰা নহৈ সন্দেহ আৰু বিস্ময়েৰে তেওঁৰ নিজৰ আবিষ্কাৰক চোৱাৰ উদাহৰণ আছে। উদাহৰণ স্বৰূপে, এটম বোমাৰ অন্যতম আবিষ্কাৰক ওপেন্‌হাইমাৰে এই বোমাৰ প্ৰথম পৰীক্ষামূলক বিস্ফোৰণ প্ৰত্যক্ষ কৰি গভীৰ সংশয়েৰে গীতাৰ শ্লোক গাই তেওঁৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। সেই পৰীক্ষামূলক বিস্ফোৰণত ওপেন্‌হাইমাৰে যেন ধ্বংসৰ আগজাননীহে পাইছিল।

কিন্তু বিজ্ঞানীৰ তুলনাত কবি, শিল্পী সাহিত্যিকসকলৰ জীৱনত সুখ আনন্দৰ চৰ্ত অতি কমেই পূৰণ হয় বুলি ৰাছেলে অভিমত প্ৰকাশ কৰিছে। বিশেষকৈ এইসকল লোকে সমাজ জীৱনৰ দুখ-বেদনা, অপূৰ্ণতা, কেৰোণ লক্ষ্য কৰে, অনুভৱ কৰে আৰু দাঙি ধৰে। নিজৰ সৃষ্টি কৰ্মক লৈ তেওঁলোকে কেতিয়াও সম্পূৰ্ণ সন্তুষ্ট হ'ব নোৱাৰে (কিন্তু বিজ্ঞানীয়ে পাৰে বুলি ধৰি লোৱা হয়)। তেওঁলোকৰ সৃষ্টি কৰ্মই সমাজৰ উপকাৰ কৰিলেনে নাই সেই বিষয়েও তেওঁলোকে অতি কম জানে। অথচ সমাজৰ, জীৱনৰ সুখ-শান্তি, উন্নতিৰ আশাতেই তেওঁলোকে জীৱনৰ বহুতো মূল্যবান সময় খৰচ কৰে, সুখৰ সংসাৰ ত্যাগ কৰে। কিন্তু তেওঁলোকৰ সৃষ্টি কৰ্মসমূহৰ প্ৰশংসা নতুবা মূল্যায়ন অতি কমকৈ চকুত পৰে। ৰাছেলে উল্লেখ কৰিছে যে জনসাধাৰণে কোনো এখন চিত্ৰ নাইবা এটা কবিতা বুজিব নোৱাৰিলে সেই চিত্ৰখন নাইবা কবিতাটো 'বেয়া' বুলি অভিমত দিয়ে কিন্তু তেওঁলোকে এটা জটিল বৈজ্ঞানিক তত্ত্ব বুজিব নোৱাৰিলে ইয়াক 'বেয়া' বুলি নকৈ কঠিন, জটিল নাইবা ইয়াক বুজিবৰ কাৰণে প্ৰয়োজনীয় শিক্ষা তেওঁলোকৰ নাই বুলিহে তেওঁলোকে অভিমত দিয়ে। তেন্তে প্ৰশ্ন হয় — কবি, শিল্পী, সাহিত্যিক তেওঁলোকৰ

সৃষ্টিকৰ্মৰ পৰা সুখী হ'ব নোৱাৰে নেকি? আমি ভাবো কবিয়ে এটা কবিতা লিখি যি সুখ নাইবা আনন্দ লাভ কৰিব পাৰে তাক একোজন বিজ্ঞানীয়ে তেওঁৰ কৰ্ম আৰু আবিষ্কাৰৰ পৰা পোৱা সুখ-আনন্দতকৈ কম বুলি ক'ব নোৱাৰি। কবিতা যেতিয়ালৈকে জীয়াই থাকে তেতিয়ালৈকে কোনো এগৰাকী পাঠকেও যদি ইয়াক পঢ়ি আনন্দ অনুভৱ কৰিব পাৰে, ইয়েই কবিৰ কাৰণে আনন্দৰ উৎস হ'ব পাৰে। এটা ভাল কবিতা কেতিয়াও অপকাৰী নাইবা নিষ্ফল হ'ব নোৱাৰে; কিন্তু এটা বৈজ্ঞানিক তত্ত্ব নাইবা আবিষ্কাৰ এসময়ত ভুল বুলি, অপকাৰী বুলি প্ৰমাণিত হ'ব পাৰে।

প্ৰকৃত বিজ্ঞানীৰ জীৱনতহে সুখৰ সকলো চৰ্ত পূৰণ হ'ব পাৰে বুলি ৰাছেলে প্ৰকৃততে 'সৰল', 'প্ৰাণীসুলভ' স্তৰৰ সুখতকৈ 'আধ্যাত্মিক', কষ্টোপাৰ্জিত সুখক অধিক কাম্য হিচাপে দেখুৱাবলৈ বিচাৰিছে যেন লাগে। অথচ ৰাছেলে কোনো মূৰ্খ নাইবা নিৰক্ষৰ লোকে তেওঁৰ কামৰ পৰা পোৱা সুখক অকাম্য বুলিও কোৱা নাই। এই প্ৰসংগত ৰাছেলে তেওঁৰ বাগিচাত কাম কৰা মালী এজনৰ কথা উল্লেখ কৰিছে। তেওঁৰ মালীজনে উদ্যানলৈ অহা এন্দুৰবোৰ নিধন কৰাৰ কাৰণে যিখন যুদ্ধ কৰে সেই যুদ্ধত মালীজনে লাভ কৰা আনন্দ আৰু গৌৰববোধক ৰাছেলে দেশৰ শত্ৰুক যুদ্ধত পৰাভূত কৰাৰ সৈতেহে ৰিজাইছে। মালীজনে এন্দুৰবোৰক ভয়ংকৰ, অপশক্তি, অতি চতুৰ আৰু হিংস্ৰ বুলি গণ্য কৰিছিল আৰু ইহঁতৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ হ'লে ইহঁতৰ সমানেই চতুৰ হ'ব লাগিব বুলি বিশ্বাস কৰিছিল। মালীজনে এন্দুৰবোৰক আক্ৰমণকাৰী শত্ৰু হিচাপে গণ্য কৰিছিল আৰু ইহঁতৰ বিৰুদ্ধে তেওঁ দিয়া যুদ্ধৰ কথা কৈ তেওঁ আনন্দ আৰু গৌৰববোধ কৰিছিল।

এনেকুৱা আনন্দ আনুষ্ঠানিক উচ্চ শিক্ষা লাভ কৰা লোকে পাব নোৱাৰে বুলি আমি হয়তো ভাবিব পাৰো। কিন্তু ৰাছেলে এনে ধৰণৰ যুক্তিক দুৰ্বল বুলি কৈছে। উদাহৰণ স্বৰূপে বেমাৰৰ বীজাণুৰ নাইবা শস্য নষ্টকাৰী কীটৰ বিৰুদ্ধে যুঁজ কৰি আৰু সেই বীজাণুক ধ্বংস কৰিব পৰা ঔষধ আবিষ্কাৰ কৰি বিজ্ঞানীয়েও মালীজনৰ দৰেই একে আনন্দ লাভ কৰিব পাৰে বুলি তেওঁ যুক্তি দৰ্শাইছে। যদি সেয়ে হয়, তেন্তে এই কথাকে মানি ল'ব লাগিব যে আটাইতকৈ বেছি সৃষ্টিশীল, মহৎ কাম কৰাজনেই জীৱনত আটাইতকৈ বেছি সুখী বা আনন্দ লাভ কৰা মানুহ নহ'বও পাৰে। ৰাছেলে প্ৰসংগক্ৰমে বিশ্বৰ এগৰাকী শ্ৰেষ্ঠ শিল্পী মিকেলেঞ্জেলোৰ কথা উল্লেখ কৰিছে। মিকেলেঞ্জেলো আছিল এজন অতি গভীৰভাৱে অসুখী লোক (যদিও তেওঁ তেওঁৰ কামৰ মাজত ব্যস্ত থকা সময়ত তেওঁ সেই সৃষ্টিশীল মুহূৰ্তবোৰ বিমল আনন্দেৰে উপভোগ কৰিছিল বুলি আমি অনুমান কৰিব পাৰো)। অথচ ৰাছেলে উল্লেখ কৰা নাদ খন্দা মানুহজন, মালীজন আৰু তেনে ধৰণৰ অসংখ্য সাধাৰণ লোক আৰু আনকি মূৰ্খবোৰৰো জীৱন সুখ- আনন্দেৰে পূৰ্ণ হ'ব পাৰে। এই সকলো লোকৰ উপৰি আন প্ৰাণী পশু-পক্ষীৰ জীৱনো (যদি সিহঁতে ঠিকমতে আহাৰ খাবলৈ পায় আৰু কোনো বেমাৰত নোভোগে) সুখ-আনন্দেৰে পূৰ্ণ হ'ব পাৰে বুলি ৰাছেলে উল্লেখ কৰিছে। তেন্তে আমি চৰাইবোৰৰ মাজৰ একোটা চৰাই, পশুবোৰৰ মাজৰ একোটা পশু হ'ব পাৰিব বা হ'বলৈ চেষ্টা কৰিব লাগিব নেকি? পশু-পক্ষীৰ সমাজ নাইবা পশু-

পক্ষীতকৈ মানুহ অধিক সুখী হ'ব পাৰেনে? নে সুখ-আনন্দ আমাৰ মানৱ জীৱনৰ সৰ্বশ্ৰেষ্ঠ আৰু চূড়ান্ত লক্ষ্য নহয়? খ্ৰীষ্টান, বৌদ্ধ ধৰ্মই কষ্ট (Suffering) আৰু বৌদ্ধ আদি ধৰ্মীয় দৰ্শনে নহয় বুলিয়ে কয়। খ্ৰীষ্ট ধৰ্মই ত্যাগৰ আদৰ্শ দাঙি ধৰে।

এই প্ৰসংগতে আমি ৰাছেলৰ লগতে এৰিষ্টোটলৰ মতবো বিচাৰ কৰি চাব পাৰো। ৰাছেলে ঠিক মতে খাবলৈ পোৱা, বেমাৰত নপৰা পশু-পক্ষীবোৰ সুখী কিন্তু মানুহবোৰ সুখী নহয় বুলি উল্লেখ কৰিছে যদিও এৰিষ্টোটলে 'উত্তম জীৱন'কহে (Good life) সুখী জীৱন বুলি কৈছে। এই 'উত্তম জীৱন' হ'ল যুক্তিজ্ঞানমুখী জীৱন (rational life)। এৰিষ্টোটল এই মতত উপনীত হৈছে যে মানুহৰ যুক্তিজ্ঞানৰ বাবে নাইবা যুক্তিজ্ঞানসম্মত নীতি আৰু আদৰ্শেৰে কাম কৰাৰ সামৰ্থ্যৰ বাবেহে মানুহ আন প্ৰাণীতকৈ সুকীয়া আৰু ই অদ্বিতীয় স্থান লাভ কৰিছে। মানুহৰ এই যুক্তিজ্ঞানৰ অনুশীলনৰ মাজতহে প্ৰকৃত 'সুখ' লাভ সম্ভৱ। এৰিষ্টোলে জৈৱিক নাইবা প্ৰাণীসুলভ সুখক আদৰ্শ হিছাপে নাইবা মানুহৰ অন্তিম লক্ষ্য হিছাপে গ্ৰহণ কৰা নাই। এনে প্ৰাণীসুলভ সুখ-আনন্দ 'উত্তম জীৱন'ৰ পৰিচায়ক নহয়। এনে ধৰণৰ প্ৰাণীসুলভ সুখ-আনন্দৰ ভিতৰত আহাৰ-বিহাৰ, চিকাৰ, খেল-ধেমালি, দুঃসাহসিক অভিযান আদি বহুতো আছে। এৰিষ্টোটলৰ মত হ'ল এনে ধৰণৰ প্ৰাণীসুলভ সুখ-আনন্দৰো নিশ্চয় প্ৰয়োজন আছে, কিন্তু এইবিলাকত কোনো মানবীয় বৈশিষ্ট্য নাই। উল্লেখ্য যে ৰাছেলে তেওঁৰ 'The Conquest of Happiness' গ্ৰন্থৰ শেষ প্ৰবন্ধত 'উত্তম জীৱন'কেই সুখী জীৱন বুলি স্বীকাৰ কৰিছে। তেওঁ লিখিছে ঃ The happy life is to an extraordinary extent the same as the good life'...। তেন্তে ৰাছেলেও এই সিদ্ধান্ততেই উপনীত হ'লগৈ যে উত্তম জীৱনহে প্ৰকৃততে সুখী জীৱন। এই সুখৰ অভিজ্ঞতা লাভ সেইসকল লোকেই কৰিব পাৰে যিসকল লোকে প্ৰকৃত সুখ কি, সুখী কোন, অসুখী কোন— এনে ধৰণৰ প্ৰশ্নবোৰ উত্থাপন কৰিব আৰু বিচাৰ কৰিব পাৰে। অন্যথা এন্দুৰ নিধন কৰি, যুদ্ধত 'শত্ৰু'ক নিধন কৰি, অভিলেখ সৃষ্টিকাৰী দূৰত্বলৈ বা উচ্চতালৈ জঁপিয়াই পোৱা সুখ আৰু আনন্দ আৰু এটা সাৰ্থক কবিতা লিখি নাইবা কোনো উচ্চ স্তৰৰ সংগীত ৰচনা কৰি নাইবা দৰ্শনৰ ইতিহাস লিখি পোৱা সুখ আৰু আনন্দৰ মাজত কোনো পাৰ্থক্য বিচাৰি পোৱা নাযাব। ইয়াৰ পৰিণতি স্বৰূপে ধ্বংসাত্মক, বিকৃত সুখ আৰু আনন্দ আৰু সৃষ্টিশীল, মানবীয় বৈশিষ্ট্যপূৰ্ণ সুখ আৰু আনন্দৰ মাজত কোনো পাৰ্থক্য নথকা যেন হ'ব। 'উত্তম জীৱন' নহয়, স্বাৰ্থপৰ জীৱনকে সুখৰ বুলি ভুল কৰা হ'ব। ৰাছেলে তেওঁৰ গ্ৰন্থৰ মোখনিত লিখিছে যে সুখী মানুহ তেৱেঁই যিজনে মহাবিশ্বৰ এগৰাকী নাগৰিক হিছাপে অনুভৱ কৰিবলৈ সক্ষম, যিজনে মহাবিশ্বৰ বৈচিত্ৰ্য আৰু ই দিয়া আনন্দ মুকলি মনেৰে উপভোগ কৰিবলৈ সক্ষম। এনে লোকে মৃত্যুকো আনন্দেৰে গ্ৰহণ কৰিব পাৰে, কিয়নো তেওঁ মহা বিশ্বৰ জীৱন প্ৰবাহৰ সৈতে নিজকে মিলাই দিব পাৰে।

আমাৰ বোধেৰে এনে ধৰণৰ অভিজ্ঞতা আৰু অনুভূতি-উপলব্ধি হোৱাটো উত্তম জীৱনৰ অধিকাৰীসকলৰ কাৰণেহে সম্ভৱ।

০০০

# কেইগৰাকীমান বীৰাংগনা

মাকৰ চৰিত্ৰৰ দুৰ্বলতা প্ৰত্যক্ষ কৰি হেমলেটে কৈছিল : 'Frailty, the name is woman'...। হেম্‌লেটৰ এই উক্তি হেম্‌লেট নাটকখনৰ পৰিপ্ৰেক্ষিতত্তহ বিচাৰ্য যদিও ই নাৰী সম্পৰ্কীয় এটা মধ্যযুগীয় ভুল ধাৰণাৰ সাক্ষ্য বহন কৰে। নাৰী সম্পৰ্কত এই মধ্যযুগীয় দৃষ্টিভংগী তথা ধাৰণা পুৰুষ প্ৰধান বিশ্বত আজিও আমাৰ চকুত সহজেই ধৰা পৰে। 'নাৰী বৰ্ষ'ৰ দৰে দিবস উদ্‌যাপন কৰিলেও পৃথিৱীৰ প্ৰায় সকলো দেশতে নাৰী নিৰ্যাতন, অবিচাৰ বিভিন্ন ক্ষেত্ৰত, বিভিন্ন ৰূপত আজিও অব্যাহত আছে। এগৰাকী ৰুছ কবি শ্ৰীমতী নোভেলা মাৎভায়েভাৰ 'Wine and women' কবিতাটোত পাওঁ :

Wine and women?
Let's follow it from there,
Say, 'I love you better than jugged
hare,
than strawberry jam!
Than pigs feet!
Than fish pie!'
Well, how do you like
my affection?
You are a person, not a pice of cheese?
And I?

যোৱা শতিকাৰ মাজভাগৰ পৰাই নাৰী মুক্তিৰ ধাৰণা আৰু আন্দোলনেই বিশ্ব ব্যাপক ৰূপ ল'বলৈ ধৰিছিল। ইউৰোপ আৰু আমেৰিকাত নাৰীবাদী (Feminist) সকলৰ আন্দোলন অতি তাৎপৰ্যপূৰ্ণ। বিশেষকৈ সাহিত্যৰ ক্ষেত্ৰত নাৰীবাদীৰ প্ৰভাৱ গভীৰ আৰু সুদূৰ প্ৰসাৰী। নাৰীবাদী সমালোচনাৰ বিষয়ত পিটাৰ বেৰীয়ে লিখিছে : '১৯৬০ৰ দশকৰ নাৰী আন্দোলন নাৰীবাদৰ আৰম্ভণি নাছিল। বৰং সমাজত নাৰীৰ সমতাৰ সমস্যা চিনাক্ত কৰা আৰু (কিছুমান ক্ষেত্ৰত) আগবঢ়োৱা সমাধানৰ বিষয়ে লিখা কালজয়ী গ্ৰন্থৰ চিন্তা আৰু কৰ্মৰ এক পুৰণি পৰম্পৰাৰ ই এক পুনৰুজ্জীৱনহে আছিল। এই গ্ৰন্থসমূহৰ ভিতৰত মেৰী ৱ'ল্‌ষ্টনক্ৰাফ্‌টৰ 'এ ভিণ্ডিকেছন অৱ দ ৰাইট্‌ছ অৱ উইমিন' (১৯৭২)— যিখনত মিল্‌টন, পোপ আৰু ৰুছো প্ৰমুখ্যে পুৰুষ লেখকৰ বিষয়ে আলোচনা কৰা হৈছে; অ'লিভ স্ক্ৰাইনাৰৰ 'উইমিন এণ্ড লেবাৰ' (১৯১১); ভাৰ্জিনিয়া বুল্‌ফৰ 'এ ৰুম অৱ ওৱান্‌ছ অ'ন' (১৯২৯) — যিখন গ্ৰন্থত বুলফে শিক্ষা বিচৰা আৰু বিবাহ আৰু মাতৃত্বৰ বিকল্প বিচৰা মহিলাক কি দৰে অন্যায় ব্যৱহাৰ কৰা হয় তাৰ জীৱন্ত ছবি অংকন কৰিছে; আৰু ছিম'ন দ বিভইৰ 'দ ছেকেণ্ড ছেক্স' (১৯৪৯)— যি গ্ৰন্থত ডি এইছ লৰেন্সৰ উপন্যাসসমূহত নাৰীক কিদৰে দেখুওৱা হৈছে সেই বিষয়ে এক মূল্যবান দীৰ্ঘ আলোচনা

আছে। নাৰীবাদী লেখাসমূহৰ প্ৰতি পুৰুষৰ বৰগুণিৰ ভিতৰত জন ষ্টুৱাৰ্ট মিলৰ 'দ চাবজেক্‌ছন অব বুমেন' (১৮৬৯), আৰু ফ্ৰিডৰিক্ এংগেলছ্‌ৰ 'দ অৰিজন অব দ ফেমিলি' (১৮৮৪) গ্ৰন্থ দুখন উল্লেখযোগ্য। যোৱা শতিকাৰ দ্বিতীয়াৰ্ধত জাৰ্মেইন গ্ৰী (তেওঁৰ দ ফিমেল য়ুনক' গ্ৰন্থ উল্লেকযোগ্য), বিটী ফ্ৰিডা (তেওঁৰ 'দ ফেমিনিন মিষ্টিক' গ্ৰন্থ উল্লেখ্য), কেইট মিলে'ট (তেওঁৰ ছেক্সুৱেল পলিটিক্স' উল্লেখ্য), চুলামিথ ফায়াৰষ্ট'ন (তেওঁৰ 'দ ডায়েলেক্টিক অব ছে'ক্স' উল্লেখ্য) — বিশেষকৈ নাৰীবাদী আন্দোলনত এইসকল বিশিষ্ট মহিলাৰ ভূমিকা সৰ্বজনস্বীকৃত। জুলিয়েট মিচ্চেল এই আন্দোলনৰ আন এগৰাকী আগশাৰীৰ নেত্ৰী (মিচ্চেলৰ 'বুমেন্‌ছ ইষ্টেট' গ্ৰন্থ স্মৰণীয়)। নাৰীবাদী আন্দোলন স্তিমিত হ'ল কিন্তু নাৰীৰ ওপৰত অবিচাৰ আজিও অব্যাহত থাকিল। সেইদৰে মে'ল চ'ভিনিজমো থাকিল। কিছুমান দেশত নাৰীৰ শিক্ষা বাঢ়িছে, উপাৰ্জনো বাঢ়িছে; কিন্তু নাৰীক পণ্য সামগ্ৰীত পৰিণত কৰা হৈছে সেইবোৰ সমাজতেই। নাৰীৰ বাহ্যিক সৌন্দৰ্য বা 'আকৰ্ষণ', বিশেষকৈ তেওঁ পিন্ধা স্কাৰ্টটো বা ব্লাউজটো, তেওঁৰ ওঁঠত, গালত ঘঁহা ৰংখিনি, সৌন্দৰ্য বিশেষজ্ঞাই ঠিক কৰি দিয়া চকুৰ চেলাউৰি, আইলানাৰ ইত্যাদি সামগ্ৰীবোৰকহে দাঙি ধৰা হৈছে। প্ৰসাধন সামগ্ৰীৰ কোম্পানী, ফেছন ডিজাইনাৰ আৰু তথাকথিত বিউটী পাৰ্লাৰৰ ৰেডিমে'ড ৰূপৰ ভিতৰত আজিৰ নাৰীয়ে যেন আত্মগোপন কৰিছে।

ভাৰতবৰ্ষত পত্নীক পতিৰ অৰ্ধাংগিনী বুলি কোৱা হয়; কিন্তু ঘৰৰ ভিতৰে-বাহিৰে পতিৰ খবৰ্দাৰীহে চলে। এনে অপমান বা নিৰ্যাতনৰ পৰা নাৰীয়ে কেতিয়া মুক্তি পাব? নিৰ্যাতিতা হৈও, অপমানিতা হৈও খ্যাত-অখ্যাত বহুতো নাৰীয়ে যুগে যুগে মানৱ মুক্তিৰ কাৰণে, সভ্যতা-সংস্কৃতিৰ সুৰক্ষা আৰু বিকাশৰ কাৰণে জীৱন উচৰ্গা কৰি আহিছে। পিতৃতান্ত্ৰিক নাইবা পুৰুষ প্ৰধান সমাজে পুৰুষৰ সক্ৰিয়, সাহসী, যুক্তিবাদী ইত্যাদি গুণৰ অধিকাৰী এক ভাৱমূৰ্তি দাঙি ধৰে আৰু ইয়াৰ বিপৰীতে নাৰীৰ নিষ্ক্ৰিয়, দুৰ্বল বা অবলা, আত্মবিশ্বাসহীন, আবেগিক এক ভাবমূৰ্তি দাঙি ধৰে। নাৰীক এইদৰে পুৰুষৰ তলত স্থান দিবলৈ প্ৰচেষ্টা চলাই আহিছে পিতৃতান্ত্ৰিক ধাৰণাবোৰ এৰিব নিবিচৰা পুৰুষ লেখক, শিল্পী, ৰাজনীতিবিদ তথা শাসকসকলে। বিশ্বত বহুতো মহীয়সী নাৰীয়ে নাৰীৰ বিষয়ত পৰম্পৰাগত ভুল ধাৰণা তথা ভাবমূৰ্তি আঁতৰ কৰিবলৈ সক্ষম হৈছে তেওঁলোকৰ সাহসী, সংগ্ৰামী জীৱন আৰু কৰ্মৰ যোগেদি। অসমৰ বিখ্যাত পণ্ডিত তথা সমাজ সমালোচক ড° দেৱপ্ৰসাদ বৰুৱাই কেইবা বছৰ পূৰ্বে তেওঁৰ বিখ্যাত 'কাৰাগাৰৰ ডায়েৰী : বীৰ নাৰী' নামৰ গ্ৰন্থত তেনে কেইবাগৰাকী নাৰীৰ সৈতে আমাক পৰিচয় কৰাই দিছিল। সেইসকল নাৰীৰ বীৰত্ব আৰু ত্যাগে আমাৰ সমাজতো আশাৰ সঞ্চাৰ কৰে। তেওঁলোকৰ বীৰত্বপূৰ্ণ ত্যাগৰ যি যন্ত্ৰণা সি আমাৰো হৃদয় ছুই যায়।

ব্ৰিটিছ ৰাজ্যৰ বিৰুদ্ধে ঐতিহাসিক ১৯৪২ৰ আন্দোলন অসমতো চলি আছিল। 'মৃত্যু বাহিনী'ৰ ছোৱালী শাখাত যোগ দিছিল তেজপুৰৰ ১৮ বছৰীয়া সাহসী যুৱতী কনকলতাই। ২০ছেপ্টেম্বৰত গহপুৰ থানাত ৰাষ্ট্ৰীয় পতাকা উৰাবলৈ যোৱা

শোভাযাত্ৰাকাৰী দলটোৰ নেতৃত্ব দিছিল তেৱেঁই। ইংৰাজ চৰকাৰৰ পুলিচে বাধা দিছিল. বাধা নেওচি কনকলতা আগবাঢ়িছিল। তেতিয়াই সশস্ত্ৰ পুলিচে গুলীয়াই সেই নিৰ্ভীক স্বাধীনতা সংগ্ৰামী যুৱতীক হত্যা কৰিছিল। কনকলতাৰ খ্যাতি জোৱান অৱ আৰ্কৰ দৰে নাই; কিন্তু প্ৰকৃততে জোৱান আৰু কনকলতা দুয়ো একেটা পথৰে যাত্ৰী। তেওঁলোকৰ আত্মবলিদানৰ উদ্দেশ্যও একেই : দেশপ্ৰেম আৰু স্বাধীনতা।

ইভা ফৰেষ্ট, আৰ্থা কিট, ডাঃ শ্বীলা কেছিডি তেওঁলোক কোনো এগৰাকীয়েই জোৱান নাইবা কনকলতাৰ দৰে ছহিদ নহয়। কিন্তু সংগ্ৰাম কৰি জীয়াই থকাটোও সমানেই বীৰত্বপূৰ্ণ। তেওঁলোকৰ নিৰ্ভীক জীৱন সংগ্ৰাম মানুহৰ স্বাধীনতা, শান্তি আৰু সমতাৰ উদ্দেশ্যবোৰৰ কাৰণে আৰু সততাৰ কাৰণে তেওঁলাকে ত্যাগ কৰিবলগীয়া হৈছে, অশেষ যন্ত্ৰণা ভুগিছে, তেওঁলোক অপমানিতা আৰু লাঞ্ছিতা হৈছে।

স্পেইনৰ ৰাজধানী চহৰ মাদ্ৰিদৰ বাসিন্দা আছিল ইভা ফৰেষ্ট। তেওঁ আছিল এগৰাকী মনোৰোগ চিকিৎসক আৰু নাৰী স্বাধিকাৰ ৰক্ষাৰ বিখ্যাত সমৰ্থক। কিন্তু তেওঁক কিছুমান মিছা অভিযোগত তেতিয়াৰ স্পেইনৰ ফেচিবাদী ফ্ৰাংকো চৰকাৰৰ পুলিচে বিনা বিচাৰে গ্ৰেপ্তাৰ কৰে ১৯৭৪ চনৰ ১৬ ছেপ্টেম্বৰত। সজোৱা অভিযোগবোৰৰ মতে তেওঁ হেনো স্পেইনৰ কমিউনিষ্ট পাৰ্টিৰ সদস্যা আছিল। ১৯৭৩চনৰ ডিচেম্বৰত স্পেইনৰ প্ৰধানমন্ত্ৰীৰ গুপ্তহত্যাৰ লগত তেওঁৰ হেনো সংযোগ আছিল, ইত্যাদি...। কিন্তু প্ৰকৃততে শ্ৰীমতী ফৰেষ্ট স্পেইনৰ কমিউষ্টি পাৰ্টিৰ প্ৰাথমিক সদস্যাই নাছিল। এই ক্ষেত্ৰত বৰং কাৰাগাৰৰ পৰা লেখা তেওঁৰ চিঠিবোৰত কমিউনিষ্ট পাৰ্টিবোৰৰ বুৰ্জোৱা গোড়ামিৰ বিৰুদ্ধে কৰা তেওঁৰ সমালোচনা উল্লেখযোগ্য। সন্ত্ৰাসবাদীৰ সৈতে সংযোগৰ অভিযোগবোৰ ফ্ৰাংকোৰ চৰকাৰে প্ৰমাণসহ প্ৰতিপন্ন কৰিব নোৱাৰিলে। কাৰাগাৰৰ পৰা নিজৰ ল'ৰা-ছোৱালীহঁতলৈ দিয়া এখন চিঠিত ইভাই লিখিছিল : 'তোমালোকেতো ভালকৈয়ে জানা মোৰ আদৰ্শ কি? গতিকে তোমালোকে বুজিব পাৰিবা যে মনুষ্যত্ব বিৰোধী কোনো কামতেমই অংশগ্ৰহণ কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে।' তেওঁ কাৰ্লমাৰ্ক্সৰ 'কেপিটেল' গ্ৰন্থখন পঢ়িছিল আৰু সেইখন পঢ়ি তেওঁৰ নিজৰ ল'ৰা-ছোৱালীহঁতক শুনাইছিল। ফ্ৰাংকোৰ চকুত সেইটো আছিল অপৰাধ বন্দীশালতো ইভা ফৰেষ্টে অশেষ শাস্তি ভোগ কৰিবলগীয়া হৈছিল। এটুকুৰা চাবোন এখন ফণী, এডাল টুথ ব্ৰাশ, এডাল পেঞ্চিল, এপেকেট চিগাৰেট আৰু এটা জুইশলাৰ বাহ — এইখিনিয়ে আছিল তেওঁ বন্দীশালত পোৱা বস্তু (১)। ফেচিবাদী ফ্ৰাংকো চৰকাৰে শ্ৰীমতী ফৰেষ্টক গ্ৰেপ্তাৰ কৰাৰ আচল উদ্দেশ্য আছিল গণতান্ত্ৰিক চেতনাক টেটুচেপা দিয়া।

শ্ৰীমতী আৰ্থা কিট আমেৰিকাৰ অতি সাধাৰণ, দৰিদ্ৰ পৰিয়ালৰ ছোৱালী আছিল। শৈশৱ আৰু কৈশোৰ অতিবাহিত কৰিছিল অতি সাধাৰণ ঘৰত, কপাহ খেতিৰ তলত। দেউতাকৰ স্মৃতিও তেওঁ মনত পেলোৱাটো টান হৈছিল। মাক আৰু সম্বন্ধীয় লোকৰ মাজত তেওঁ লালিত-পালিত হৈছিল। স্কুলত পঢ়ি থকাৰ সময়তে আৰ্থাই নৃত্য শিকিছিল,

পিছলৈ সংগীত চৰ্চাত লাগিল। ১৯৫২ চনত গীত গাই তেওঁ প্ৰথম অৰ্থ উপাৰ্জন কৰে। আৰ্থাৰ শক্তিশালী প্ৰতিভা এইদৰেই আৰম্ভ হৈছিল। কিন্তু ভিয়েটনাম যুদ্ধৰ সময়ত মাৰ্কিন ৰাষ্ট্ৰপতি এল বি জনছনক সমালোচনা কৰাৰ ফলত তেওঁ সন্মুখীন হৈছিল নানান বাধা-বিঘিনি আৰু কষ্টকৰ জীৱনৰ। মাৰ্কিন সমাজত দেখা দিয়া উচ্ছৃংখলতা আৰু বিকৃত ৰুচিৰ কাৰণবোৰো মাৰ্কিন সমাজত বিচাৰিব লাগিব বুলি তেওঁ উনুকিয়াই দিছিল। আধুনিক সংগীত আৰু নৃত্য যি সময়ত পশ্চিমীয়া দেশবোৰত অৰ্থ উপাৰ্জন আৰু ব্যৱসায়ৰ অতি লাভজনক পথ সেই সময়ত ইয়াৰ বিপৰীতে আৰ্থা কিটৰ মত হ'ল — 'মোৰ কাৰণে সম্পত্তিৰ অৰ্থ এই যে ই বৌদ্ধিক জীৱন জীয়াই ৰখাৰ সামৰ্থ্য দান কৰিব লাগে। টকা, তীখা আৰু তেলৰ কাৰণে মূৰ ঘমাই থাকিলে পৃথিৱীখন কেতিয়াও সুস্থভাৱে বৰ্তি থাকিব নোৱাৰে।' স্বাধীনতা আৰু মানৱ অধিকাৰৰ প্ৰতি মাৰ্কিন শাসক মহল ইমানেই ভীতযে ইয়াৰ গুপ্তচৰ বিভাগ চি আই এই আৰ্থাক বিপ্লৱী বুলি প্ৰচাৰ কৰিবলৈ আৰু তেওঁৰ মাত বন্ধ কৰিবলৈ একাধিক কৌশল আৰু হেঁচা প্ৰয়োগ কৰিছিল। চি আই এৰ হেঁচা সত্বেও তেওঁ বিভিন্ন সামাজিক-সাংস্কৃতিক কাৰ্যসূচী লৈ বিশ্বৰ বেছিসংখ্যক দেশ ভ্ৰমণ কৰিছিল। তেওঁ কৈছিল : মই এজনী বুদ্ধিজীৱী অঘৰী (intellectual gypsy), য'তেই মোৰ মগজুৰ বাবে সম্পদৰ সন্ধান পাব পাৰি, তালৈকে মই যাওঁ— এই সম্পদ টকাৰ উৰ্ধ্বত।

চি আই এৰ তত্বাবধানত চলা চিলিৰ সামৰিক চৰকাৰে ইংৰাজ ডাক্টৰ শ্বীলা কেছিডিৰ ওপৰত বৰ্বৰ অত্যাচাৰ চলাইছিল কিয়? ৰোমান কেথলিকসকলে পৰিচালনা কৰা স্বাস্থ্য নিবাস এটাত এজন ৰোগীক চিকিৎসা কৰি থকা অৱস্থাত ডাঃ কেছিডিক ৰাষ্ট্ৰপতি এলেণ্ডেৰ হত্যাকাৰী চিলিৰ ফেচিবাদী বাহিনীয়ে গ্ৰেপ্তাৰ কৰিছিল কিয়? কাৰণ তেওঁ এগৰাকী সৎ মানৱতাবাদী চিকিৎসক আছিল। তেওঁৰ বিৰুদ্ধে চৰকাৰী পুলিচে অভিযোগ উত্থাপন কৰাৰ এটা কাৰণ আছিল তেওঁ চিলিৰ বিপ্লৱী নেতা নেলছন গুটিয়াৰেজৰ চিকিৎসা কৰিছিল। দল-মত-ধৰ্ম-বৰ্ণ-সম্প্ৰদায় নিৰ্বিশেষে সকলোকে চিকিৎসা কৰাটোৱেই হ'ল বিশ্বৰ সকলো চিকিৎসকৰ পবিত্ৰ কৰ্তব্য। কিন্তু মেকাৰ্থীবাদী মাৰ্কিন প্ৰশাসনৰ পুতলা বাহিনীয়ে ডাঃ কেছিডিক গ্ৰেপ্তাৰ নকৰাকৈ নাথাকিল। তেওঁৰ দেহৰ ওপৰত চলোৱা হ'ল পাশৱিক অত্যাচাৰ। তেওঁক নাঙঠ কৰি লৈ লোহাৰ খাট এখনত ওপৰলৈ মূৰ কৰি আৰু হাত-ভৰি চকু বান্ধি শুৱাই ৰখা হৈছিল। তাৰ পিছত একেৰাহে তিনিদিন ধৰি চলিছিল বৈদ্যুতিক আঘাতৰ (ইলেক্‌ট্ৰিক শ্বক) পাশৱিক অত্যাচাৰ। এইদৰে তেওঁ প্ৰায় দুমাহ কাল চিলিৰ চাওদাং বাহিনীৰ হাতত নৰক যন্ত্ৰণা ভুগিছিল। তেওঁৰ ওপৰত চলোৱা এনে পাশৱিক অত্যাচাৰৰ প্ৰতিবাদত ইংৰাজ চৰকাৰে ইয়াৰ ৰাষ্ট্ৰদূতজনক চিলিৰ পৰা প্ৰত্যাহাৰ কৰিছিল। কেছিডিয়ে পিছত বিখ্যাত 'Sunday Mirror' কাকতত তেওঁৰ বিৰুদ্ধে চলোৱা অত্যাচাৰৰ কাহিনী লিখি সকলো কথা প্ৰকাশ কৰিছিল।

বন বিশ্ববিদ্যালয়ৰ অধ্যাপিকা ই এম আৰ্নডাটে নাপলেয়ঁ বিৰোধী যুদ্ধৰ সময়ত

কবিতা লিখি জাৰ্মান জাতিক দেশপ্ৰেমত উদ্বুদ্ধ কৰিছিল। ফলত প্ৰশাসক আৰু পুলিচ বিভাগে তেওঁক অভিযুক্ত কৰিছিল কিদৰে? আৰ্নডাটে এঠাইত লিখা এটা বাক্য আছিল 'that lies beyond my sphere' অৰ্থাৎ সেইটো মোৰ আয়ত্ত বা কৰ্মক্ষেত্ৰৰ বাহিৰত। কিন্তু তদন্তকাৰী পুলিচে 'sphere' শব্দটোৰ মাজত যেন ভূতহে দেখিলে। পুলিচৰ ব্যাখ্যা হ'ল — 'স্ফিয়েৰ' মানেতো গোলাকাৰ বস্তু, বলৰ দৰে আৰু গোলাকৰ বস্তু বা বল মানে বুলেটো হ'ব পাৰে। দেশপ্ৰেমী অধ্যাপিকা কবি পুলিচৰ ব্যাখ্যাত হ'লগৈ বিদ্ৰোহ আৰু হত্যালীলাৰ কাৰণে উচটনি দিয়া লোক। তেওঁক বিশ্ববিদ্যালয়ৰ পৰা বৰ্খাস্ত কৰা হৈছিল। ২০ বছৰৰ পিছতহে তেওঁ বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ চাকৰিটো ঘূৰাই পাইছিল।

নাৰীবাদী সমালোচনা আৰু সাহিত্যই নাৰীক এক নিৰ্মাণ হিচাপে দেখুৱাইছে। জৈৱিকভাৱে কিছু মৌলিক পাৰ্থক্য নাইবা বৈশিষ্ট্য থাকিলেও 'নাৰী' বা 'woman' বুলি পৃথিৱীত কোনো নাই যাৰ কোনো পৰিবৰ্তনহীন, নিৰ্দিষ্ট ভাবমূৰ্তিক আদৰ্শ নাৰী, নাৰীৰ মূলৰূপ হিচাপে দাঙি ধৰিব পাৰি। লিংগৰ ধাৰণাটো সেয়ে মাত্ৰ জৈৱিক নহয়, ই প্ৰধানকৈ সাংস্কৃতিক আৰু ৰাজনৈতিক। নাৰী কেনেকুৱা হোৱা উচিত এই ধাৰণাটো জন্মগত বা biological নহয়। বেলেগ বেলেগ সমাজে নাৰীক বেলেগে বেলেগে ৰূপত বিচাৰে অৰু যিহেতু বিশ্বৰ প্ৰায় সকলো সমাজেই পুৰুষ প্ৰধান নাইবা এসময়ৰ নাৰীবাদীৰ ভাষাত 'পিতৃতান্ত্ৰিক' সেয়েহে বেছিভাগ সমাজতেই নাৰীক দুৰ্বল, আত্মবিশ্বাসহীন যুক্তিবিৰোধী, আবেগ প্ৰৱণ, নিষ্ক্ৰয় ৰূপত দাঙি ধৰা হয়। নাৰীক মাতৃ ৰূপত দাঙি ধৰাৰ যোগেদিও তেওঁক জন্মদাত্ৰী, সন্তান জন্ম দিব পৰা ক্ষমতাৰ অধিকাৰী হিচাপেহে গণ্য কৰিবলৈ বিচৰা হয়। লিংগ সেয়েহে এক ৰাজনৈতিক সাংস্কৃতিক নিৰ্মাণ। ইয়াক পুৰুষপ্ৰধান সমাজে সদায় binary হিচাপে দ্বিবিভাজনৰ মাজেদি চায়। সেয়ে নাৰীক পুৰুষ বা নৰৰ বিপৰীতে — যেনে masculine/feminine — ৰখা হয়। আৰু এদিৰেই নাৰীক পৰম্পৰাগতভাৱে, পুৰুষে বিচৰা ধৰণে দুৰ্বল, আত্মপ্ৰত্যয়হীন, নিষ্ক্ৰিয়, আবেগপ্ৰৱণ আদিৰ ৰূপত চিত্ৰিত কৰা হয়। নাৰীবাদী সাহিত্য আৰু সমালোচনাসমূহে নাৰীৰ এনে পৰম্পৰাগত পূৰ্ব নিৰ্ধাৰিত ষ্টেৰিঅ'টাইপ চৰিত্ৰ বৰ্জন কৰি ইয়াৰ পৰা তেওঁলোকক মুক্তি দিছে। কাৰাগাৰৰ ডায়েৰী : বীৰ নাৰী'ত বিসকল নাৰীৰ জীৱন কাহিনী আমি পাওঁ, তেওঁলোক নাৰীবাদী হওক বা নহওক, কিন্তু তেওঁলোকেও নাৰীৰ পূৰ্বনিৰ্ধাৰিত, ষ্টেৰিঅ'টাইপ ভাবমূৰ্তিৰ পৰা মুক্ত হৈ ওলাই আহিছিল।

০০০

# বৌদ্ধিক স্বাধীনতা

সমাজ আৰু ব্যক্তিৰ স্বাধীনতা, সমঅধিকাৰ আদি ধাৰণাবোৰত গুৰুত্ব দিবলৈ আৰম্ভ কৰা দিনৰে পৰা বৌদ্ধিক স্বাধীনতাৰ দাবীও অনিবাৰ্যভাৱে উত্থাপিত হৈ আহিছে। প্ৰাচীন কালতো বৌদ্ধিক স্বাধীনতাৰ প্ৰয়োজনীয়তাৰ কথা মানুহে অনুভৱ নকৰাকৈ নাছিল। দাৰ্শনিক ছক্ৰেটিছক তেওঁৰ দাৰ্শনিক যুক্তিৰ বাবে বিহ খুৱাই হত্যা কৰা কাৰ্যক তেওঁৰ শিষ্য ছাত্ৰসকলে নিশ্চয় সমৰ্থন কৰিব পৰা নাছিল। কিন্তু বৌদ্ধিক স্বাধীনতাৰ দৰে মৌলিক মানৱ অধিকাৰৰ ধাৰণাৰ অভাৱ হোৱাৰ কাৰণেই প্লেটোৰ দৰে দাৰ্শনিকেও তেওঁৰ লগৰ ছাত্ৰসকলৰ সৈতে ছক্ৰেটিছৰ মৃত্যুৰ নীৰৱ দৰ্শক হৈ থাকিবলগীয়া হৈছিল। দুহেজাৰ বছৰ পূৰ্বে বৌদ্ধিক স্বাধীনতাৰ অভাৱ হোৱাৰ কাৰণেই প্ৰেম আৰু শান্তিৰ কথা কোৱা যীশুখ্ৰীষ্টই ক্ৰুচবিদ্ধ হৈ মৃত্যুবৰণ কৰিবলগীয়া হৈছিল। অসমৰ শংকৰদেৱ মাধৱদেৱো ৰাজৰোষত পৰি নিৰ্বাসিত হ'বলগীয়া হৈছিল তেওঁলোকৰ ভক্তিবাদী তত্ত্বৰ কাৰণে।

বহুতো বিজ্ঞানীয়েও বিভিন্ন যুগত ৰাজৰোষত পৰি শাস্তি ভুগিবলগীয়া হৈছিল তেওঁলোকৰ বৈজ্ঞানিক আবিষ্কাৰসমূহৰ বাবে, নতুন নতুন বৈজ্ঞানিক তত্ত্বৰ বাবে। অৱশ্যে বৌদ্ধিক স্বাধীনতা বুলি কওঁতে কোনো তথাকথিত বুদ্ধিজীৱীৰ চিন্তা-চৰ্চা আৰু মত প্ৰকাশৰ স্বাধীনতাৰ মাজতে সীমাবদ্ধ হ'ব নোৱাৰে। বৌদ্ধিক স্বাধীনতা বুলি কওঁতে লেখক, শিল্পী, সংগীতজ্ঞ, দাৰ্শনিক, বিজ্ঞানী, নাট্যকাৰ, অভিনেতা-অভিনেত্ৰী, চলচ্চিত্ৰ নিৰ্দেশক-নিৰ্মাতা, ৰাজনৈতিক নেতাৰ ভাষণ, নৃত্যশিল্পী আদি সকলোৰে কাৰ্যৰ স্বাধীনতাৰ কথা বুজিব লাগিব। বুদ্ধিজীৱীৰ পৰম্পৰাগত সংজ্ঞাও এই ক্ষেত্ৰত গ্ৰহণযোগ্য নহয়। সমাজ আৰু চিন্তাৰ পৰিবৰ্তনৰ কাৰণে, সুন্দৰ সংস্কৃতিৰ কাৰণে, মানুহৰ দুৰৱস্থাৰ অৱসান আৰু স্বাধীনতাৰ কাৰণে নানান বাধা-বিঘিনিৰ সন্মুখীন হৈও নিজ নিজ ক্ষেত্ৰত সৃষ্টিশীল নাইবা আন চিন্তাশীল কামত যিসকলে আত্মনিয়োগ কৰি আছে, তেওঁলোকেই আজিৰ যুগৰ উপযুক্ত বুদ্ধিজীৱী। বৌদ্ধিক স্বাধীনতাৰ অভাৱ তেওঁলোকেই আজি সৰ্বাধিক অনুভৱ কৰে, কিয়নো সমাজ পৰিবৰ্তনৰ কাৰণে নিজ নিজ ক্ষেত্ৰত আত্মনিয়োগ কৰোতে এই শ্ৰেণীৰ বুদ্ধিজীৱীসকলে নানান সমস্যা তথা বাধাৰ সন্মুখীন হোৱা দেখিবলৈ পোৱা যায়। কিন্তু যিসকল তথাকথিত বুদ্ধিজীৱীয়ে বিশ্ববিদ্যালয় নাইবা তেনে অনুষ্ঠানৰ পেছাগত নিৰাপত্তা আৰু সচ্ছল জীৱন-যাত্ৰাক প্ৰাধান্য দি, তথাকথিত একাডেমিক পৰম্পৰা ৰক্ষা কৰি আছে তেওঁলোকে বৌদ্ধিক স্বাধীনতাৰ অভাৱ অনুভৱ নকৰাটোহে স্বাভাৱিক। ৰাছেল জেক'বিয়ে তেওঁৰ 'দ লাষ্ট ইন্টেলেকচুৱেলছ' নামৰ গ্ৰন্থত এই শ্ৰেণীৰ তথাকথিত বুদ্ধিজীৱীক আনকি বুদ্ধিজীৱী হিচাপেই স্বীকৃতি দিবলৈ বিচৰা নাই। প্ৰতিষ্ঠিত পৰম্পৰা মানি 'শিক্ষাদান' কৰাটোৱেই যিহেতু এনে বুদ্ধিজীৱীয়ে কৰ্তব্য হিচাপে গণ্য কৰে, সেয়ে স্বাধীন, গণতান্ত্ৰিক সমাজৰ পৰিপন্থী প্ৰতিষ্ঠিত চিন্তাধাৰাৰ বিষয়ত প্ৰশ্ন তথা সন্দেহ কৰাটো এই শ্ৰেণীৰ বুদ্ধিজীৱীৰ

পবিত্র কর্তব্যৰ ভিতৰত নপৰে। প্ৰখ্যাত পণ্ডিত বুদ্ধিজীৱী এড্‌বাৰ্ড ছাইদৰ মতে 'যদিহে আপোনাৰ পৃষ্ঠপোষকৰ ওপৰতহে আপোনাৰ দৃষ্টি নিবদ্ধ হৈ থাকে তেন্তে আপুনি মাত্ৰ এগৰাকী অনুগামী ভক্ত (disciple) নইবা শিষ্যৰ (acolyte) দৰেহে চিন্তা কৰিব পাৰিব, কিন্তু এগৰাকী বুদ্ধিজীৱীৰ দৰে আপুনি চিন্তা কৰিব নোৱাৰিব। আপোনাৰ মনত এই চিন্তাই ক্ৰিয়া কৰি থাকিব যে আপুনি নিশ্চয়কৈ সন্তুষ্ট কৰিব লাগিব, অসন্তুষ্ট কৰিব নোৱাৰিব (১)।' এই মানসিকতা থকা পণ্ডিত-বুদ্ধিজীৱীয়ে আমাৰ সমাজত বৌদ্ধিক স্বাধীনতাৰ কাৰণে মাত মাতিব বুলি আশা কৰিব নোৱাৰি। ৰাছেল জেকবিয়ে আক্ষেপ কৰিছে যে ৰাজহুৱা বিষয় বা 'ইছু'বোৰক লৈ বিতৰ্কত ভাগ লোৱা বুদ্ধিজীৱী নোহোৱা হৈছে। তেওঁৰ আন এটা আক্ষেপ হ'ল নতুন প্ৰজন্মৰ বেছিভাগ বুদ্ধিজীৱীয়েই তেওঁলোকৰ কামবোৰ কলেজ-বিশ্ববিদ্যালয়ৰ চৌহদত আৰু বিদ্যায়তনিক কামতে সীমাবদ্ধ ৰাখে। কেৱল সেয়ে নহয়, এই অধ্যাপকসকল নব্য-ৰক্ষণশীল চিন্তা-ধাৰাৰ দ্বাৰা পৰিচালিত; তেওঁলোকে ৰাজহুৱা দৃষ্টি আকৰ্ষণ কৰাৰ সুবিধাও পায়, কৰ্তৃপক্ষৰ সহায়-সমৰ্থন পায় আৰু মঞ্জুৰি পায়। অধ্যাপকসকলক ৰাজহুৱা বিষয় বা সমস্যাবোৰৰ বিষয়ে লিখাৰ কাৰণে পুৰস্কৃত কৰা নহয়, বৰং পুৰস্কৃত কৰা হয় দুৰ্বোধ্য, স্পেচিয়েলাইজড্, কাৰিকৰী ভাষাৰে সংকীৰ্ণ ক্ষেত্ৰবোৰৰ বিষয়ে লিখাৰ বাবে (২)। এডবাৰ্ড ছাইদে পেছাকেন্দ্ৰিকতাক (প্ৰফেছনেলিজম) বুদ্ধিজীৱীৰ কাৰণে ভাবুকি হৈ পৰা বুলি সতৰ্কবাণী শুনাইছিল (৩)।

আজিৰ সমাজত বৌদ্ধিক স্বাধীনতাৰ যে অভাৱ নাইবা বৌদ্ধিক স্বাধীনতা যে যিকোনো সময়তে খৰ্ব কৰা হৈ আছে তাৰ উদাহৰণ দি শেষ কৰিব নোৱাৰি। কুৰি শতিকাত বহু বিশ্ববিখ্যাত লেখক-বুদ্ধিজীৱীক 'কমিউনিষ্ট' বুলি আমেৰিকান প্ৰশাসনে সেই দেশত প্ৰৱেশ কৰাৰ অনুমতি দিয়া নাছিল। বৌদ্ধিক স্বাধীনতাক মৌলিক মানৱ অধিকাৰ হিচাপে স্বীকৃতি দিয়া এখন আগশাৰীৰ গণতান্ত্ৰিক সমাজত ভিন্ন মত নাইবা 'dissent'ৰ প্ৰতি এনে নীতি তথা আচৰণ গণতন্ত্ৰৰ বিফলতাহে, সাফল্য নহয়। সেই একেদৰে কাৰ্ল প'পাৰে কোৱা 'মুক্ত সমাজ' (Open society) ৰ বিৰোধী 'বদ্ধ সমাজ' (Closed society)ত বৌদ্ধিক স্বাধীনতাক মৌলিক অধিকাৰ নাইবা আদৰ্শ হিচাপে কেতিয়াও গ্ৰহণ কৰা হোৱা নাই। কুৰি শতিকাত ৰাছিয়াৰ সমাজবাদী সমাজ আৰু ইয়াৰ অনুগামী পূব ইউৰোপীয় সমাজত এই ভয়ংকৰ পৰিস্থিতি বিৰাজ কৰিছিল। কমিউনিষ্ট দল তথা মতাদৰ্শই কেনেকৈ গণতন্ত্ৰ আৰু মৌলিক মানৱ অধিকাৰসমূহ ধ্বংস কৰিছিল তাৰ সাক্ষী হৈ থাকিল কুৰি শতিকাৰ সমাজতান্ত্ৰিক ৰাষ্ট্ৰসমূহৰ ইতিহাস। আলেক্সেণ্ডাৰ ছ'লঝেনিৎছিন, ব'ৰিছ পেষ্টাৰনেক অ'ছিপ মাণ্ডেলষ্টাম, আন্দ্ৰে ঝ্দানভ আদি মহান লেখক, কবি আৰু বিজ্ঞানীসকলৰ কৰ্ম আৰু জীৱনে কমিউনিষ্ট দল আৰু মতাদৰ্শৰ বৌদ্ধিক স্বাধীনতাবিৰোধী, দমনকাৰী চৰিত্ৰ উদঙাই দেখুৱাইছে। ছ'লঝেনিৎছিনৰ 'The Gulag Archipelago' যিদৰে কমিউনিষ্ট ব্যৱস্থাৰ নৃশংসতা নিৰ্মমতাৰ তথ্যপূৰ্ণ জীৱন্ত দলিল, সেইদৰে আৰ্থাৰ কোৱেষ্টলাৰৰ 'Darkness at Noon' উপন্যাসতো এই নিৰ্মমতাৰ ছবি অবিস্মৰণীয় ৰূপত দাঙি ধৰা হৈছে। অ'ছিপ মাণ্ডেলষ্টাম, আনা

আখ্মাটোভা, যোছেফ ব্ৰড্স্কিৰ কবিতা আৰু জীৱনেও কমিউনিষ্ট ব্যৱস্থা তথা মতাদৰ্শৰ বৌদ্ধিক স্বাধীনতাবিৰোধী চৰিত্ৰটো উদঙাই দেখুৱাইছে। মাৰ্ক্স এংগেল্ছ্-লেনিন-ষ্টেলিনৰ ৰাজনৈতিক মতবাদক ভিত্তি কৰি জন্ম হোৱা ঐতিহাসিক নিশ্চয়তাবাদ অথবা 'Historical determinism' — যাক প্ৰগতিবাদ, ইতিহাসবাদ নাইবা ঐতিহাসিক বস্তুবাদ (historical materialism) বুলিও কোৱা হয়— সৰ্বাত্মকতাবাদী, একনায়কত্ববাদী শক্তি আৰু সংগঠনৰ ৰাজনৈতিক তত্ত্ব হৈ পৰিল। গণতন্ত্ৰবিৰোধী এনে সৰ্বাত্মকতাবাদী তত্ত্ব চীন, উত্তৰ কোৰিয়া আদি ৰাষ্ট্ৰত আজিও চৰকাৰী তত্ত্বৰ আসনত অধিষ্ঠিত হৈ আছে। মাৰ্ক্সীয় ঐতিহাসিক বস্তুবাদে জন্ম দিয়া একনায়কত্ববাদী, সৰ্বাত্মকতাবাদী সমাজ ব্যৱস্থাত চলা দমন-পীড়নক হিটলাৰৰ নাৎচি বাহিনীৰ হত্যা অভিযানৰ সৈতেহে তুলনা কৰিব পাৰি। হাৰ্বাৰ্ট মাৰ্কুছ্য, আৰ্থাৰ কোয়েছলাৰ প্ৰমুখ্যে প্ৰাক্তন মাৰ্ক্সবাদী লেখক-বুদ্ধিজীৱীসকলে এই কথা স্বীকাৰ কৰি কমিউনিষ্ট শিবিৰ ত্যাগ কৰিছিল। প্ৰাচীন সভ্যতাৰ বৰ্বৰতা, মধ্যযুগীয় নৃশংস অন্ধকাৰ, আধুনিক যুগৰ সৰ্বাত্মকতাবাদ, নাৎচিবাদ, ঔপনিবেশিক শাসন— এই সকলো বৌদ্ধিক স্বাধীনতাৰ ধ্বংসকাৰী সমাজৰ চূড়ান্ত নিদৰ্শন। বৌদ্ধিক স্বাধীনতাৰ পৰিপন্থী এনে ভয়ংকৰ অৱস্থা আজিৰ সমাজে সন্মুখীন হয়তো নহ'ব পাৰে; কিন্তু বৌদ্ধিক স্বাধীনতা যিকোনো মুহূৰ্ততে খৰ্ব হোৱাৰ আশংকাৰ পৰা আমি কোনো মুক্ত হ'ব পৰা নাই। কিছুমান শেহতীয়া উদাহৰণ আমাৰ চকুৰ আগতে আছে। ছলমান ৰুশডিৰ 'The Satanic Verses' গ্ৰন্থ ধৰ্মীয় মৌলবাদীৰ শাসন চলা ইৰানতে নিষিদ্ধ কৰা হৈছে এনে নহয়, ধৰ্মনিৰপেক্ষ, গণতান্ত্ৰিক ৰাষ্ট্ৰ ভাৰততো এই গ্ৰন্থ নিষিদ্ধ। এই গ্ৰন্থৰ লেখক ৰুছ্ডিৰ বিৰুদ্ধে প্ৰাণদণ্ডৰ নিৰ্দেশ মৌলবাদী ইৰানে আজিও প্ৰত্যাহাৰ কৰা নাই। আৰ্থাৰ কোয়েছ্লাৰৰ 'The Lotus and the Robot' গ্ৰন্থ ভাৰতত আজিও নিষিদ্ধ।

উচ্চ শিক্ষানুষ্ঠানসমূহেও পুৰণি শাস্ত্ৰীয় মান নাইবা 'Canon'ক বৌদ্ধিক স্বাধীনতাৰ প্ৰতিকূলে ব্যৱহাৰ কৰি আহিছে। ন'ম চম্স্কিৰ সাম্ৰাজ্যবাদবিৰোধী সমালোচনা নাইবা ডেৰিডাীয় উত্তৰ-সংযুতিবাদী চিন্তাধাৰাক অপমানসূচক মন্তব্যেৰে আওকাণ কৰি আহিছে মূলসুঁতিৰ বিদ্যায়তনিক ক্ষেত্ৰই। নব্য সংৰক্ষণবাদীসকলৰ ক্ষমতা আৰু হেঁচাৰ সন্মুখীন হ'বলগীয়া হয় এই সকল পণ্ডিত বুদ্ধিজীৱী। ভাৰতৰ কথাতো আৰু বেলেগ। ইয়াৰ উচ্চ শিক্ষানুষ্ঠানত আজিও ঔপনিবেশিক, অভিভাৱকতত্ত্ববাদী শিক্ষা তথা নীতি নিৰ্বিবাদে চলি আহিছে। আৰু বৌদ্ধিক স্বাধীনতা? বিখ্যাত নাট্যকাৰ বিজয় তেণ্ডুলকাৰক ঘোৰ অপমান কৰা হৈছিল তেওঁৰ নাটকৰ বাবে। (পিছত অৱশ্যে তেওঁক ৰাষ্ট্ৰীয় সন্মান যচা হ'ল)। কিন্তু অধিকতৰ নৃশংসতা আৰু বৰ্বৰতা প্ৰদৰ্শন কৰা হ'ল আন এগৰাকী নাট্যকাৰ-পৰিচালক ছফ্দৰ হাছমিৰ ক্ষেত্ৰত। তেওঁক নৃশংসভাৱে হত্যা কৰা হ'ল। এই দেশত বৌদ্ধিক স্বাধীনতাবিৰোধী, উদাৰতাবাদবিৰোধীসকল পুনৰ সক্ৰিয় হৈ উঠিছে। বিশ্ববিখ্যাত চিত্ৰশিল্পী এম এফ হুছেইনৰ ওপৰত একাধিকবাৰ আক্ৰমণ আৰু তেওঁৰ চিত্ৰৰ গেলাৰীৰ অমূল্য চিত্ৰৰাজিৰ ধ্বংস সাধন কৰা হৈছে। একে ধৰণৰ আক্ৰমণাত্মক, ধ্বংসাত্মক অভিযান পুনৰ দেখিবলৈ পোৱা গ'ল চেন্সৰ ব'ৰ্ডে অনুমোদন জনোৱা দীপা মেহতাৰ

চলচ্চিত্ৰ প্ৰদৰ্শনৰ বিৰুদ্ধে হিংস্ৰ আক্ৰমণত। 'গণতান্ত্ৰিক' বুলি দাবী কৰা কংগ্ৰেছ দলে ১৯৭৫-৭৭ ৰ বছৰ দুটাত দেশত জৰুৰী অৱস্থা ঘোষণা কৰি গণতন্ত্ৰ ধ্বংস কৰিছিল। এখন গণতান্ত্ৰিক সংবিধান আৰু এখন গণতান্ত্ৰিক চৰকাৰ থকা সত্বেও আজি গণতন্ত্ৰৰ ভেটিটো ধ্বংস কৰাৰ অপচেষ্টা চলাই থকা হৈছে। দেশত বৌদ্ধিক স্বাধীনতা অকণো সুৰক্ষিত নহয়। নিৰ্বাচিত চৰকাৰসমূহ বৌদ্ধিক স্বাধীনতাৰ সুৰক্ষা দিয়াত ব্যৰ্থ। অসম আন্দোলনৰ সময়ত বিশিষ্ট সমালোচক, বুদ্ধিজীৱী ড° হীৰেন গোহাঁইৰ বিৰুদ্ধে হিংসাত্মক আক্ৰমণেও সোঁৱৰাই দিয়ে আমাৰ সমাজত বৌদ্ধিক স্বাধীনতা নিৰাপদ নহয়। অসমৰ দুগৰাকী সাংবাদিক পৰাগ দাস আৰু কমলা শইকীয়া ঘাতকৰ হাতত নিহত হোৱা আৰু আজি কেইবাবছৰৰ পিছতো অপৰাধীসকলক গ্ৰেপ্তাৰ কৰিব নোৱৰাটো এই ব্যৰ্থতাৰেই উদাহৰণ।

পূৰ্বে উল্লেখ কৰি আহিছো যে আমাৰ বিশ্ববিদ্যালয়ৰ দৰে উচ্চ শিক্ষানুষ্ঠানবোৰক বুদ্ধিজীৱীয়ে নিজকে স্বচ্ছল, নিৰাপদ জীৱন কটোৱাৰ স্থান হিচাপেহে গ্ৰহণ কৰিবলৈ লৈছে। সমাজ পৰিবৰ্তনৰ কাৰণে, সামাজিক ন্যায় প্ৰতিষ্ঠা আৰু বৌদ্ধিক স্বাধীনতাৰ কাৰণে এই শ্ৰেণীৰ বুদ্ধিজীৱীসকল ওলাই অহা নাই। অৰাজনৈতিক আদৰ্শৰ নামত তেওঁলোকে সামাজিক ইছ্যুবোৰৰ পৰা আঁতৰি ফুৰে। দেখিবলৈ পোৱা গৈছে যে উচ্চ শিক্ষানুষ্ঠানৰ বাহিৰতহে বৌদ্ধিক পৰিবেশটো সতেজ আৰু সজীৱ হৈ আছে। বাতৰি কাকত, সাংবাদিক, বিভিন্ন শ্ৰেণীৰ অবিদ্যায়তনিক লেখক-সমালোচক, আইন জীৱী, শিল্পী, নাট্যকাৰ, অভিনেতা-অভিনেত্ৰী, যুৱ সংগঠন আদিয়ে সমাজত বৌদ্ধিক স্বাধীনতাৰ হকে মাত মাতিছে। গণতন্ত্ৰৰ কাৰণে, বৌদ্ধিক স্বাধীনতাৰ কাৰণে ই নিশ্চয় আশাৰ কথা।



# নগাৰ ইতিহাস 'অদ্বিতীয়', কিন্তু আমাৰ?

'আলফাই (ইউনাইটেড লিবাৰেছন ফ্ৰণ্ট, অসম) কেন্দ্ৰীয় চৰকাৰৰ সৈতে আলোচনাত বহিবলৈ আগবাঢ়ি অহা আৰু সেই উদ্দেশ্যে পি চি জি (পিপলছ কনছালটেটিভ গ্ৰুপ) গঠন কৰি আলোচনাৰ পথ প্ৰশস্ত কৰা সংগঠনটোৰ এই ৰাজনৈতিক সিদ্ধান্তই ৰাজ্যখনৰ জনসাধাৰণৰ মনত উৎসাহ আৰু প্ৰত্যাশা জগাইছিল। অসমৰ জনসাধাৰণে বহু পূৰ্বৰে পৰাই আলোচনা বিচাৰি আহিছে কিন্তু 'আলফা' আৰু কেন্দ্ৰীয় চৰকাৰহে প্ৰস্তুত নাছিল। আলফাই প্ৰধানকৈ 'সাৰ্বভৌমত্ব'ৰ বিষয়টোক চৰ্তৰ দৰে ব্যৱহাৰ কৰিবলৈ লোৱা দেখা গৈছিল। আনহাতে কেন্দ্ৰীয় চৰকাৰে, কেন্দ্ৰীয় মন্ত্ৰীসকলে সদায় এই বুলি কৈ আহিছে যে 'আলফা'ৰ সমস্যাটো আইন-শৃংখলাৰ সমস্যাহে, ই ৰাজনৈতিক সমস্যা নহয়। কেন্দ্ৰীয় মন্ত্ৰীসকলে আৰু অসমৰো ৰাজ্যপাল তথা মন্ত্ৰীসকলে বিদ্ৰোহীসকলক 'বিপথে যোৱা নাইবা বিপথে পৰিচালিত যুৱক' (মিছগাইডে'ড য়ুথ) বুলি কৈ আলোচনা অলাগতিয়াল কৰি তোলাত সহায় কৰি আহিছিল। শেহতীয়াকৈ প্ৰধানমন্ত্ৰীৰ কাৰ্যালয়ে 'আলফা'ৰ আলোচনাৰ প্ৰস্তাব আনুষ্ঠানিকভাৱে গ্ৰহণ কৰাটো 'আলফা' যে এটা ৰাজনৈতিক সমস্যা অন্ততঃ এই কথা কেন্দ্ৰীয় চৰকাৰে বাজহুৱাভাৱে স্বীকাৰ কৰাৰ ইংগিত।

লক্ষ্য কৰিবলগীয়া কথা হ'ল ভাৰত চৰকাৰে নগা বিদ্ৰোহী সংগঠন এন এচ চি এন (আই এম)ৰ সৈতে সংবিধানৰ গণ্ডীৰ বাহিৰতো আলোচনা কৰাত আপত্তি নকৰিলে। যোৱা কিছু বছৰ ধৰি এন এছ চি এন (আই এম)ৰ দুই নেতা ইছাক আৰু মুইভাৰ সৈতে আমষ্টাৰ্ডাম, বেংকক, দিল্লী আদি ঠাইত দীঘলীয়া কেইবালানিও আলোচনাত ভাগ লৈছে কেন্দ্ৰীয় চৰকাৰে। নগা বিদ্ৰোহীৰ সৈতে বছৰৰ পিছত বছৰ ধৰি হৈ থকা আলোচনাই কেন্দ্ৰীয় নেতৃত্বত ৰাজনৈতিক বিচক্ষণতা থকাৰ প্ৰমাণ দিছে। যোৱা ২০০২ চনৰ ১১ জুলাইত ভাৰত চৰকাৰ আৰু এন এছ চি এন (আই এম)ৰ যুটীয়া ঘোষণাত নগাসকলৰ 'অদ্বিতীয়' ইতিহাস আৰু 'পৰিস্থিতি'ক স্বীকৃতি দিয়া হৈছিল। পিছত প্ৰাক্তন প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে নাগালেণ্ডলৈ আহোতেও নগাসকলৰ 'অদ্বিতীয় ইতিহাস আৰু পৰিস্থিতি'ৰ কথা উল্লেখ কৰিছিল প্ৰধানকৈ আলোচনাৰ পৰিপ্ৰেক্ষিততে। অসমৰ ইতিহাস আৰু পৰিস্থিতি নগাসকলৰ দৰে 'অদ্বিতীয়' নহয় কিয়— তাৰ কোনো ব্যাখ্যা কেন্দ্ৰই দিয়া নাই। কিন্তু আলফাই ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিক অসমৰ 'পৰাধীনতাৰ চুক্তি' বুলি দেখুৱাব বিচাৰে। যুক্তি হ'ল —ইয়াণ্ডাবু সন্ধি ইংৰাজ আৰু ব্ৰহ্মদেশৰ (বৰ্তমান ম্যানমাৰ) শাসকৰ মাজত হৈছিল, যি চুক্তিৰ যোগেদি ইংৰাজে তেতিয়াৰ স্বাধীন অসমক ব্ৰিটিছ উপনিবেশ ভাৰতৰ অন্তৰ্ভুক্ত কৰিলে। যিহেতু ইয়াণ্ডাবু সন্ধিৰ সময়ত অসমত আইনসন্মত শাসনকৰ্তাৰ চৰকাৰ নাছিল আৰু অসমৰ হৈ কোনো

শাসনকৰ্তাই চুক্তিত স্বাক্ষৰ কৰা নাছিল, সেয়ে ইয়াওবু সন্ধিয়ে অসমবাসীৰ মতামতৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰে বুলি কোৱাৰ থল আছে। আলফাই ১৮২৬ চনত হেৰোৱা স্বাধীনতাক উদ্ধাৰ কৰাৰ বাবেই সংগ্ৰাম কৰা বুলি সেয়েহে যুক্তি দৰ্শাইছে।

নগা বিদ্ৰোহীসকলৰ মতে নগালোকসকল কোনো কালেই ভাৰতৰ অধীন হোৱা নাই। তেওঁলোকৰ মতে নগাসকল ভাৰতীয় কেতিয়াও নাছিল আৰু আজিও নহয়। নগাসকলে সেয়ে ভাৰতে স্বৰাজ লাভৰ পূৰ্বৰে পৰাই স্বাধীন নগা ভূমিৰ বাবে সশস্ত্ৰ সংগ্ৰাম চলাই আহিছে। প্ৰথম পৰ্যায়ত জেড এ ফিজোৰ নেতৃত্বতেই এই সংগ্ৰামে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত গুৰুত্ব লাভ কৰিবলৈ সক্ষম হৈছিল। ১৯৪৭ চনৰ ১৯ জুলাইত নগা প্ৰতিনিধি দলে নতুন দিল্লীত যেতিয়া মহাত্মা গান্ধীক সাক্ষাৎ কৰিছিল তেতিয়া গান্ধীজীয়ে কৈছিল — 'স্বাধীন হোৱাৰ সকলো অধিকাৰ নগালোকসকলৰ আছে। আমিও ব্ৰিটিছ শাসনৰ অধীনত থাকিবলৈ নিবিচাৰো আৰু এতিয়া তেওঁলোক গুচি যাবলৈ ওলাইছে (১)।' ভাৰত চৰকাৰে নগালেণ্ডলৈ সেনা বাহিনী প্ৰেৰণ কৰিবলৈ লোৱাৰ আশংকা প্ৰকাশ কৰাত নগা প্ৰতিনিধি দলটোক গান্ধীজীয়ে কৈছিল — 'মই ক'হিমালৈ যাম আৰু কোনো এগৰাকী নগালোক নিহত হোৱাৰ আগতে মই প্ৰথমে বন্দুকৰ গুলী বুকু পাতি ল'ম (২)।'

পিছত স্বাধীন ভাৰতৰ গৰ্ণৰ জেনেৰেল চি ৰাজা গোপালাচাৰীয়ে শ্বিলঙলৈ আহোতে নগা নেতাসকলক কৈছিল— আপোনালোকৰ সৈতে ভাৰতে বন্ধুত্বপূৰ্ণ সম্পৰ্ক থকাটো বিচাৰে। ভাৰতে নগাসকলক তেওঁলোকৰ ভূমিৰ পৰা বঞ্চিত কৰিব নিবিচাৰে। নগাসকলে যি বিচাৰে সেইটো কৰাৰ সম্পূৰ্ণ অধিকাৰ আছে। তেওঁলোক ভাৰতৰ এক অংগ হ'ব পাৰে নাইবা পৃথক হৈ আঁতৰি যাবও পাৰে (৩)।

জবাহৰলাল নেহৰুৱে ভাৰতে স্বাধীনতা লাভ কৰা উপলক্ষে লিখিছিল স্বাধীন ভাৰত ৰাষ্ট্ৰ প্ৰতিষ্ঠা হ'লে প্ৰথম দহ বছৰমানৰ পিছত সংশ্লিষ্ট অঞ্চলৰ বাসিন্দাসকলৰ ইচ্ছানুসৰি যথোপযুক্ত সাংবিধানিক প্ৰক্ৰিয়াৰে বিচ্ছিন্ন হোৱাৰ অধিকাৰ (Right to Secede) প্ৰদান কৰিব পৰা হ'ব (দ ডিস্কভাৰী অব্ ইণ্ডিয়া)। পিছত ভাৰতৰ প্ৰধানমন্ত্ৰী হিচাপে সেই একেজন নেহৰুৱেই ১৯৫১ চনত নগা নেতা ফিজোক দেশৰ সৰু-বৰ কোনো ৰাজ্যকে স্বাধীন হ'বলৈ দিয়া নহ'ব বুলি কয়। উল্লেখযোগ্য যে সেই বছৰতে নগা নেচনেল কাউন্সিলৰ নেতৃত্বত নগালেণ্ডত গণভোট অনুষ্ঠিত হয় আৰু নগাসকলে ভাৰতৰ পৰা স্বাধীন হোৱাৰ সপক্ষে ভোটদান কৰে। ইয়াৰ পূৰ্বে ১৯৪৭ চনৰ ১৪আগষ্টত নগাসকলে স্বাধীনতাও ঘোষণা কৰিছিল। নগালেণ্ড ব্ৰিটিছ শাসনকালত ভাৰতৰ মানচিত্ৰত সোমাইছিল যদিও ১৯২৯ চনত ছাইমন কমিছনক নগা প্ৰতিনিধি দলে দিয়া স্মাৰকপত্ৰৰ ফল হৈছিল নাগালেণ্ডক ব্ৰিটিছ শাসিত ভাৰতৰ আইনৰ আওতাৰ বাহিৰত 'এক্সক্লুডেড এৰিয়া ষ্টেট' হিচাপে ঘোষণা কৰা। নগাসকলৰ ৰাজনৈতিক ইতিহাসত ঘটা এই ঘটনাবোৰৰ বাবেই তেওঁলোকৰ ইতিহাস আৰু পৰিস্থিতিক 'অদ্বিতীয়' বুলি কোৱা হ'ল নেকি?

অসমৰ ইতিহাসত 'অদ্বিতীয়' আমি একো নাপাওঁ নেকি? সোতৰবাৰ মোগলৰ আক্রমণ, ব্রহ্মদেশৰ আক্রমণ, ব্রহ্মদেশৰ শাসক আৰু ব্রিটিছৰ মাজত ইয়াণ্ডাবু সন্ধিৰ ফলত অসম ব্রিটিছ ভাৰতৰ অধীন হোৱা এই ইতিহাস পাহৰি পেলাব পাৰিনে?

মোগলৰ আক্রমণৰ দিনৰে পৰা অসমীয়া জাতিয়ে যুঁজ দিয়েই থাকিবলগীয়া হৈছে— মোগল, মান, ব্রিটিছ আৰু আজি দিল্লীৰ অতিকেন্দ্রিকতা, সশস্ত্র বাহিনী বিশেষ ক্ষমতা আইন ইত্যাদি। মাজতে অসমীয়া ভাষাটোও অসমীয়াৰ মুখৰ পৰা কাঢ়ি নিয়া হৈছিল। এতিয়া কাঢ়ি নিছে প্রাকৃতিক, খনিজ, কৃষিজাত নানান সম্পদ। এই সম্পদবোৰ অসমত আছে যদিও সিবিলাকৰ পৰা লাভ লুটিছে বাহিৰৰ বণিয়াই। এই অৱস্থাৰ পৰা উদ্ধাৰ পোৱাৰ কোনো আইনগত অধিকাৰ অসমবাসীৰ হাতত নাই। অসমবাসীয়ে নিজৰ সম্পদৰ বিষয়ত সিদ্ধান্ত লোৱাৰ অধিকাৰ লাভ কৰিব লাগিব — এইটো হ'ল জনসাধাৰণৰ মত।

প্রায় প্রতিটো ক্ষেত্রতে অসম বঞ্চিত, প্রতাৰিত, নিগৃহীত। অসমৰ দাবী সেয়ে কেৱল অর্থনৈতিক সা-সুবিধা নাইবা কেইটামান চাকৰিৰ দাবী নহয়; সাংবিধানিক সংশোধন আৰু ৰাজনৈতিক অধিকাৰ অবিহনে সামগ্রিক বিকাশ সম্ভৱ নহয়।

'আলফা'ৰ বাহিৰত, বিভিন্ন দল-সংগঠনে কৈ আহিছে যে প্রতিৰক্ষা, বৈদেশিক পৰিক্রমা, মুদ্রা, যোগাযোগ এইবোৰ কেন্দ্রৰ হাতত ৰাখি বাকীবোৰ বিভাগ অসমৰ হাতলৈ আহিব লাগে। এনে ধৰণৰ প্রস্তাব ১৯৫১ চনতেই জম্মু আৰু কাশ্মীৰৰ নেতা শেখ আব্দুল্লাই দাঙি ধৰিছিল। সেই বছৰ তেওঁৰ নেছনেল কনফাৰেঞ্চ বিপুল ভোটত জয়ী হৈ আব্দুল্লা ক্ষমতালৈ আহিছিল। তেওঁ এই প্রস্তাব দাঙি ধৰিছিল যে মাত্র বৈদেশিক পৰিক্রমা, প্রতিৰক্ষা আৰু যোগাযোগ— এই তিনিটা ক্ষেত্রত কাশ্মীৰ ভাৰতৰ অন্তর্ভুক্ত হৈছে। আনবোৰ ক্ষেত্রত কেন্দ্রই ৰাজ্য চৰকাৰৰ মতামত লৈহে ইয়াৰ আইন প্রয়োগ কৰিব পাৰিব। জম্মু আৰু কাশ্মীৰৰ বিধানসভাত শেখ আব্দুল্লাই দিয়া ভাষণত এহাতে ৰাজ্যখনৰ ভাৰতত অন্তর্ভুক্তি প্রক্রিয়া সম্পূর্ণ হোৱা বুলি কোৱাৰ লগতে উপৰিউক্ত তিনিটা বিষয়ৰ বাহিৰে আন বিষয়ত ভাৰত ৰাষ্ট্রৰ অন্তর্ভুক্ত নোহোৱাৰ যুক্তি প্রদর্শন কৰি কৈছিল যে তেওঁ ইয়াৰ যোগেদি জম্মু আৰু কাশ্মীৰৰ স্বায়ত্তশাসন দৃঢ়তাৰে প্রতিপন্ন কৰিছে আৰু দেশৰ আনবোৰ ৰাজ্যৰ কাৰণেও বাটকটীয়া হিচাপে কাম কৰিছে (Serving as a spearhead)। তেওঁ এই মত দাঙি ধৰে যে স্বেচ্ছাকৃতভাৱে ভাৰত যুক্তৰাষ্ট্র গঠিত হ'লে ই সুস্থিৰ হ'ব (৪)। এই ক্ষেত্রত ১৯৭৪ চনৰ পঞ্জাবৰ আনন্দপুৰ ছাহিব প্রস্তাৱ আৰু ১৯৭৪ চনত তামিলনাডু বিধানসভাই গ্রহণ কৰা প্রস্তাব উল্লেখযোগ্য। দুয়োখন ৰাজ্যই কেন্দ্রৰ ক্ষমতা মাত্র প্রতিৰক্ষা, বৈদেশিক পৰিক্রমা, যোগাযোগ আৰু মুদ্রা এই কেইটা বিষয়তে সীমাবদ্ধ থাকিব লাগে বুলি প্রস্তাব গ্রহণ কৰিছিল।

স্বাধীন ভাৰত ৰাষ্ট্র গঠন কৰোতে ৰাষ্ট্রনেতা তথা সংবিধান প্রণেতাসকলে ঊনবিংশ শতিকাৰ ইউৰোপৰ জাতিৰাষ্ট্রৰ আৰ্হি আৰু আদর্শকে নকল কৰাত বহু ভাষা, বহু সংস্কৃতি, বহু জাতি-জনজাতিৰ ভাৰতখনক গুৰুত্ব দিয়া নহ'ল। ব্রিটিছৰ বিৰুদ্ধে যুঁজিও তেওঁলোক

ব্ৰিটিছৰ শিক্ষা-সভ্যতাৰ অনুৰাগী আছিল। আজি আমি সেয়ে আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে ফেডাৰেল ব্যবস্থা এটা হ'লেও ৰক্ষা পৰিম বুলি ভাবিবলগীয়া হৈছে। 'ইকনমিক এণ্ড পলিটিকেল উইকলী' নামৰ সাপ্তাহিক কাকতখনত কড্‌লফ চি হেৰেডিয়াৰ এটা প্ৰবন্ধত এই বুলি কোৱা হৈছে — 'পূৰ্বৰ ঔপনিবেশিক ৰাষ্ট্ৰৰ পৰা বিচ্ছিন্ন হৈ অহাৰ পৰিবৰ্তে আজিও স্বৰাজোত্তৰ ভাৰত চৰকাৰে ঔপনিবেশিক ৰাষ্ট্ৰকে চলাই আছে। এক স্বদেশী ঔপনিবেশিকতাবাদ, যি পূৰ্বতকৈ অকণো কম দমনমূলক নহয় (৫)।' এনে এক পটভূমি নাইবা পৰিস্থিতিত অসমৰ বিদোহী সমস্যাৰ ৰাজনৈতিক সমাধান জৰুৰী হৈছে। কেন্দ্ৰৰ সৈতে অসমৰ নাইবা ভাৰতৰ সৈতে অসমৰ সম্পৰ্ক কেনে হোৱা উচিত সেইটো সকলোপক্ষৰে আলোচনাৰ বিষয়। কিন্তু দিল্লীয়ে জাপি দিয়া ঐক্য-সংহতি আমি কোনেও বিচৰা নাই। যিমানদূৰ সম্ভব এক ফেডাৰেল ব্যৱস্থাহে আমাক লাগে নাইবা কেন্দ্ৰৰ সৈতে সম্পৰ্ক সম্পূৰ্ণ শিথিল হওক।



# টাইগাৰৰ আশাবাদ

নাট্য সমালোচক মার্টিন এছ্‌লিনে তেওঁৰ 'দ থিয়েটাৰ অৱ দ এবছাৰ্ড' নামৰ বিখ্যাত গ্ৰন্থত ছেমুৱেল বেকেটৰ নাটক 'ৱেটিং ফৰ গ'ডো' নাটকখনৰ বিষয়বস্তুৰ বিষয়ত তেওঁৰ নিজৰ মন্তব্য উল্লেখ কৰিছিল। বেকেটে উল্লেখ কৰা অনুসৰি সন্ত অগষ্টিনৰ লিখনিত এটা গুৰুত্বপূৰ্ণ বাক্য পোৱা যায়। অগষ্টিনে তেওঁৰ বাক্যটো লেটিন ভাষাত লিখিছিল আৰু ইংৰাজীতকৈ লেটিনতহে ই বেছি সুন্দৰ বুলি বেকেটে উল্লেখ কৰিছে। আগষ্টিনৰ বাক্যটো আছিল — হতাশ নহ'বা : চোৰকেইজনৰ এজন ৰক্ষা পৰিছিল। বেছি আশা নকৰিবা : চোৰৰ এজনক শাস্তি বিহা হৈছিল।' বাইবেলৰ উপাখ্যানৰ উদ্ধৃতি থকা সন্ত অগষ্টিনৰ এই বাক্য বেকেটৰ কাৰণে ইমান গুৰুত্বপূৰ্ণ বুলি বিবেচিত হোৱাৰ কাৰণটোও ইয়াত স্পষ্ট। বেকেটে মানুহৰ জীৱনক লৈ আশাবাদী নাছিল কিন্তু হতাশাবাদীও নাছিল। আশা আৰু হতাশাৰ, অৰ্থ আৰু অৰ্থহীনতাৰ দোমাজাত বন্দী বেকেটৰ মানৱ জীৱন। মানৱ জীৱনৰ অৰ্থ, উদ্দেশ্যৰ আশাত মানুহে সদায় প্ৰতীক্ষা কৰিছে কিন্তু তেওঁৰ এই আশা কেতিয়াও পূৰণ হোৱা নাই।

যুদ্ধ, হিংস্ৰতা, নিৰ্মমতা, অৰ্থহীনতা আদিয়ে মানুহক হতাশাবাদীত পৰিণত কৰি আহিছে। বিশেষকৈ যোৱা শতিকাৰ আৰম্ভণিৰ কালছোৱাৰে পৰা। কিন্তু এই ধৰণৰ হতাশাবাদ মানৱ জাতিৰ ইতিহাসত এটা পুৰণি ঘটনা নহয়। তৎসত্ত্বেও প্ৰাগ্ ঐতিহাসিক কালৰে পৰা হেজাৰ হেজাৰ বছৰীয়া মানৱ ইতিহাসত আশাবাদ (optimism) সক্ৰিয় হৈ আহিছে প্ৰচ্ছন্ন বা গোপন ৰূপত। মানুহৰ হৃদয়ৰ গভীৰত হতাশা নহয়, এক ধৰণৰ বৰ্ণনাতীত আশাবাদে ক্ৰিয়া কৰি আছে আৰু মানুহৰ প্ৰায় প্ৰতিটো কাৰ্যত ই প্ৰতিফলিত হৈ আহিছে। হৃদয়ৰ গভীৰত থকা এই আশাবাদেই মানুহক জীয়াই থাকিবলৈ, ভাল পাবলৈ, সহায় কৰিবলৈ প্ৰেৰণাৰ দৰে কাম কৰি আহিছে। এক কথাত ক'বলৈ গ'লে এই আশাবাদেই মানুহক আজিৰ অৱস্থালৈ আগবঢ়াই আনিলে।

মানুহ তেন্তে জন্মগতভাৱেই আশাবাদী প্ৰাণী? এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ হিচাপে লাইয়নেল টাইগাৰে OPTIMISM :The Biology of Hope নামৰ এখন ৩১৮ পৃষ্ঠাৰ গ্ৰন্থ লিখিছে। মানুহৰ সমাজ আৰু সংস্কৃতিৰ বিৱৰ্তনৰ বিষয়ত বিশেষজ্ঞ টাইগাৰৰ এই গ্ৰন্থখনৰ বিষয়বস্তুৱে যিকোনো লেখক-বুদ্ধিজীৱীকেই প্ৰেৰণা যোগাব। আমি ভৱিষ্যতৰ ফালে আশাৰ চকুৰে চাওঁ কিয়? আশাবাদী চিন্তাবোৰ আমাৰ বেছি ভাল লাগে কিয়? এই ধৰণৰ প্ৰশ্নসমূহৰ উত্তৰ বিচাৰিছে টাইগাৰে। টাইগাৰে এইবুলি বিশ্বাস কৰে যে মানৱ প্ৰজাতিৰ বিৱৰ্তনৰ ক্ষেত্ৰত আশাবাদ এক অতি গুৰুত্বপূৰ্ণ উপাদান। তেওঁ দেখুৱাইছে যে আশাবাদী মানুহবোৰে বাধা-বিঘিনি অতিক্ৰম কৰাৰ সম্ভাৱনা অধিক। আনকি আমাৰ বৰ্তমানৰ সামাজিক জীৱনৰ পৰিবেশত আশাবাদ প্ৰত্যেকৰে বাবে অত্যাৱশ্যকীয়। হতাশাবাদীসকলে বৰ্তমান পৰিস্থিতিৰ সন্মুখীন হ'ব পৰাৰ সম্ভাৱনা কম। টাইগাৰে

মন্দিৰ, দৰগাহ, লটাৰী আৰু চিনেমাৰ আনন্দদায়ক সমাপ্তি (হেপী এ'ণ্ডিং) আদি বস্তুবোৰক সুন্দৰ ভৱিষ্যতৰ চেতনাৰ অংশ হিচাপে উল্লেখ কৰিছে। ভৱিষ্যতৰ এক আশাদায়ক প্ৰতিশ্ৰুতি কোনো জনসমষ্টিৰ কল্যাণৰ কাৰণে অতি আৱশ্যকীয় বুলি তেওঁ উল্লেখ কৰিছে। টাইগাৰে আশাবাদক মানুহৰ এক জন্মগত চেতনা হিচাপে ইংগিত দিছে। আশাবাদী প্ৰতীক অথবা চিহ্নৰ নিৰ্মাণ বা সৃষ্টি আৰু কোনো অনিশ্চিত পৰিস্থিতিৰ পৰা আশাবাদী ফলাফলৰ বাবে প্ৰত্যাশা হ'ল মানৱ প্ৰকৃতিৰ আৰু মানৱ জৈৱ প্ৰকৃতিৰ অংশ. যিবোৰক দেহৰ গঠন, শিশুৰ বিকাশ আদিৰ সৈতে তুলনা কৰিব পাৰি। টাইগাৰৰ মতে আমাৰ সামাজিক ব্যৱস্থাপনাৰ (arrangements) ওপৰত আমাৰ সাধাৰণ আস্থাৰ সৈতে এই আশাবাদ যুক্ত হৈ আছে যাৰ ফলস্বৰূপে যিকোনো স্তন্যপায়ী প্ৰাণীৰ আনৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ কাল দীঘলীয়া কৰিলে। এই প্ৰসংগতে আমাৰ আশাবাদ প্ৰাকমানৱীয় অৱস্থাৰ চিকাৰজীৱীসকলৰ মগজুৰ বিকাশৰ সৈতে হৈ থকাৰ কথা কৈছে টাইগাৰে। বহু লাখ বছৰৰ পূৰ্বে প্ৰাক্ মানৱে বৃহৎ আকাৰৰ মগজুৰ খোলাটোৰ অধিকাৰী হৈছিল। এই জটিল অংগটোৱে জন্ম দিছিল নিৰন্তৰ জটিল আৰু কল্পনামুখী আশাবাদী আঁচনি আৰু বহু ভিন্ন দুঃসাহসিকতাৰ। আশা কৰা ভৱিষ্যতৰ ওপৰত থকা বিশ্বাসক মৃত্যুৰ বিষয়ে চেতনা নাইবা মানুহৰ দুৰ্বলতাৰ শীতল চেতনা— কোনোটোৱে হেঁচা মাৰি ৰাখিব নোৱাৰে।

আশাবাদ অৱশ্যে এনে কোনো বস্তুগতভাৱে নিশ্চিত ৰূপত পোৱা বস্তু নহয়। আশাবাদ হ'ল কোনো এক মুদ নাইবা মনোভাৱ (attitude) যি কোনো সামাজিক বা বস্তুগত ভৱিষ্যতৰ সৈতে সম্পৰ্কযুক্ত হৈ থাকে— যাক ইয়াৰ মূল্যায়নকাৰীগৰাকীয়ে তেওঁৰ সুবিধাৰ কাৰণে নাইবা তেওঁ আনন্দৰ কাৰণে সামাজিকভাৱে বাঞ্ছনীয় বুলি মানে। সেয়ে আশাবাদ সদায় ব্যক্তিনিষ্ঠ (subjective) আৰু ব্যক্তিৰ উদ্দেশ্যৰ পৰিপ্ৰেক্ষিতহে ইয়াৰ ইস্তত্ব আছে। কোনো কৰ্কট ৰোগৰ গৱেষকে কৰ্কট ৰোগৰ নিৰাময়ৰ ঔষধ আৱিষ্কাৰৰ উদ্দেশ্যে কৰা প্ৰাৰ্থনাক যিদৰে আশাবাদী কাম বুলি ক'ব পাৰি সেইদৰে কোনো শুভাংকাক্ষী লোকে যুক্তিসংগত মূল্যত ভাল খাদ্যৰ সেৱা আগবঢ়াই গ্ৰাহকসকলক সুখী কৰাৰ বাবে এখন ৰেষ্টোৰাঁ মুকলি কৰা কাৰ্যও আশাবাদী কাম বুলি ক'ব পাৰি। মক্কা দৰ্শন কৰা, 'ডায়েটিং' কৰা নাইবা টক বজাৰৰ খোৱাৰত হাফ্‌পেণ্ট, জাংগিয়া আদি বিক্ৰী কৰা কাৰ্যবোৰতো আশাবাদৰ উপাদান থাকিব পাৰে। সেইদৰে এটা সন্তান জন্ম দিয়াৰ পৰিকল্পনা, শেহতীয়া ফেশ্বনৰ এযোৰ কাপোৰ কিনা আৰু কোনো এক দ্বীপত বন্ধৰ দিন যাপন কৰাৰ আশা কৰা— এইবোৰো আশাবাদী কাৰ্যহি। অৱশ্যে এই ক্ষেত্ৰত ব্যক্তিগত উদ্দেশ্য আৰু বাজহুৱা স্বাৰ্থৰ মাজত সংঘাত উদ্ভৱ হ'ব নালাগিব— এনে ধৰণৰ মতক টাইগাৰে আওকাণ কৰা নাই। দৃষ্টিকোণৰ ক্ষেত্ৰত নৈতিক নিৰপেক্ষতাৰ বিতৰ্ক স্বাভাৱিকতে আলোচনাৰ বিষয়। টাগাৰে এই ক্ষেত্ৰত 'ক্ষুদ্ৰ আশাবাদ' (Little Optimism) আৰু 'বৃহৎ আশাবাদ' (Big Optimism)ৰ কথা আলোচনা কৰিছে। ক্ষুদ্ৰ আশাবাদ হিচাপে তেওঁ মানুহৰ ব্যক্তিগত জীৱনৰ সাধাৰণ আশা আকাংক্ষা বা উদ্দেশ্যসমূহ পূৰ্ণ হোৱাৰ আশা আৰু বৃহৎ আশাবাদ মানে মানৱ সমাজ, মানৱীয় আত্মাৰ বিকাশ আৰু মংগলৰ অৰ্থে কৰা কামত প্ৰতিফলিত হোৱা আশাৰ কথা

তেওঁ উদাহৰণসহ দাঙি ধৰিছে।

প্ৰায় ৫০ হেজাৰ বছৰৰ পূৰ্বৰ প্ৰাগঐতিহাসিক কালৰ মানুহৰ গুহাচিত্ৰসমূহত আদিম মানুহৰ মাজত থকা সৃষ্টিশীল চেতনাৰ প্ৰতিফলন ঘটোৱা মনটোৱেই মাত্ৰ অভিব্যক্ত হোৱা নাই। ইয়াত তেওঁলোকৰ বৃহত্তৰ উদ্দেশ্য সিদ্ধিৰ আশাৰে সৃষ্টিশীল, সুকুমাৰ মনটোও অভিব্যক্ত হৈছে। কেৱল গুহাচিত্ৰতেই নহয়, আনকি কে'বা লাখ বছৰৰ পূৰ্বৰ ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰস্তৰৰ আহিলাসমূহ নিৰ্মাণতো আদিমানৱৰ সুকুমাৰ, সৃষ্টিশীল মনটোৰ প্ৰকাশ ঘটিছিল। সুকুমাৰ কলাৰ সৃষ্টিৰ সৈতে মূলতঃ এনে আশাবাদ যুক্ত হৈ আছে নিশ্চয় এই সুকুমাৰ চেতনা কোনো উপযোগ মূল্যৰ ওপৰত নিৰ্ভৰ নকৰে। অৱশ্যে আদি মানৱৰ সুকুমাৰ সৃষ্টিশীল কৰ্মসমূহ জীৱ বৈজ্ঞানিক দৃষ্টিকোণেৰে ব্যাখ্যা আগবঢ়োৱা সম্ভৱ নহয়। সামাজিক সম্পৰ্ক, পৰিয়াল, আনকি চিকাৰ কাৰ্যও মাত্ৰ জৈৱিক নাইবা প্ৰাণীসুলভ কাৰ্য নহয়। এই কৰ্ম সামাজিক আৰু সাংস্কৃতিক জীৱন নিৰ্ভৰ কৰ্মও। সৃষ্টিশীল আৰু অৰ্থপ্ৰদানকাৰী প্ৰাণী হিচাপে মানুহৰ সুদীৰ্ঘ বিৱৰ্তনৰ ইতিহাস বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ দৰে এক বিস্ময়কৰ ঘটনা।

এই প্ৰশ্নও হ'ব পাৰে যে কেৱল হতাশাৰ ওপৰত ভিত্তি কৰি সৃষ্টিশীল কৰ্ম নাইবা সুকুমাৰ কলা-কৰ্ম সম্ভৱ হ'ব পাৰেনে? সম্পূৰ্ণ হতাশাবাদীজনে নৈৰাজ্যবাদী, ধ্বংসাত্মক, ঋণাত্মক চিন্তাৰহে জন্ম দিব পাৰে। নাৎচি মতাদৰ্শ আৰু হিটলাৰৰ দৰে শক্তিৰ জন্মত এনে ধৰণৰ হতাশাবাদে প্ৰেৰণা দিব পাৰে। ফৰাচী দাৰ্শনিক জাঁ পল ছাৰ্ত্ৰে এইবুলি মত দাঙি ধৰিছিল যে ধ্বংসাত্মক, ঋণাত্মক চিন্তাক ভিত্তি কৰি কেতিয়াও ভাল সাহিত্য-শিল্প সৃষ্টি হ'ব নোৱাৰে। ছাৰ্ত্ৰৰ কথাত এক ধৰণৰ গভীৰ আশাবাদ নিহিত আছে। শ্বেইক্সপীয়েৰৰ 'হেমলেট'ৰ দৰে বিয়োগান্ত নাটকত আশাবাদৰ ইংগিত নাই যদিও ই মহৎ সাহিত্য কৰ্ম হিচাপে স্থান লাভ কৰি আহিছে কিয়নো ইয়াত হতাশাবাদ চূড়ান্ত কথা নহয়।



# গণতন্ত্রৰ মূল কথা নিৰ্বাচন নহয়

সংসদত প্ৰশ্ন উত্থাপনৰ বাবে এঘাৰজন সাংসদে ভেটী লোৱাৰ অভিযোগ আৰু আন আধা ডজন সাংসদে তেওঁলোকৰ সমষ্টি উন্নয়ন আঁচনিৰ ধন আবণ্টনৰ বাবে ভেটী লোৱাৰ অভিযোগে ভাৰতীয় ৰাজনৈতিক নেতাসকল কিমান তললৈ নামিব পাৰে সেই ছবিখন দাঙি ধৰে। তদন্তকাৰী সংসদীয় তদন্ত কমিটীৰ প্ৰতিবেদন প্ৰকাশ পোৱাৰ পিছত এঘাৰগৰাকী সাংসদক বৰ্খাস্ত কৰা হয় আৰু আন আধা ডজন অভিযুক্তৰ বিৰুদ্ধে তদন্ত কৰা হয়। দুটা নিউজ চেনেলে অভিযুক্ত সাংসদসকলে ভেটী লোৱাৰ ছবি দেশবাসীৰ সম্মুখত দাঙি ধৰিছিল। ভাৰতীয় ৰাজনৈতিক নেতাসকলে গোপনে কমিছন, ভেটী, উপহাৰ আদি লোৱাৰ কথা সকলোৱে জানে যদিও টেলিভিছনত তেনে কুকৰ্মৰ ছবিবোৰ দেখিবলৈ কমেই পোৱা যায়। ১৯৫১ চনত এগৰাকী কংগ্ৰেছী সাংসদে সংসদত প্ৰশ্ন উত্থাপনৰ বাবে ভেটী লোৱাৰ অভিযোগত বৰ্খাস্তৰ সম্মুখীন হৈছিল। সাংসদে ভেটী লোৱাৰ ঘটনা সেয়ে ভাৰত গণৰাজ্যৰ সমানেই পুৰণি। কিন্তু ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী হোৱাৰ সময়ৰে পৰা বিশেষকৈ যোৱা শতিকাৰ সত্তৰৰ দশকৰ পৰা ৰাজনৈতিক নেতাসকল ভ্ৰষ্টাচাৰী হ'বলৈ ধৰে। যিকোনো উপায়েৰে নিৰ্বাচনত জয়লাভ আৰু ক্ষমতা হস্তগত কৰাটোৱেই হৈ পৰিল নেতাসকলৰ লক্ষ্য। ইন্দিৰা গান্ধীৰ বিৰুদ্ধেই ১৯৭৫ চনৰ নিৰ্বাচনত নীতি-নিয়ম উলংঘা কৰাৰ অভিযোগত গোচৰ তৰা হৈছিল। ইন্দিৰাৰ নেতৃত্বত কংগ্ৰেছ দলে দলৰ পুঁজিৰ নামত টকা সংগ্ৰহ কৰাৰ বাতৰিবোৰ তেতিয়াই প্ৰকাশ পাইছিল। ঠিকা দিয়াত স্বজন-তোষণ, ৰাজহুৱা উদ্যোগ-প্ৰতিষ্ঠানৰ পৰা ব্যক্তিগত স্বাৰ্থ পূৰণ, অপৰাধসমূহ দেখিও নেদেখাৰ ভাও দিয়া এই সকলো সত্তৰৰ দশকৰ আৰম্ভণিতে হ'বলৈ ধৰিছিল (১)। দেশৰ প্ৰচাৰ মাধ্যমসমূহ আৰু অন্যান্য সংগঠন-অনুষ্ঠানসমূহ দুৰ্বল আৰু চৰকাৰৰ প্ৰভাৱ অথবা নিয়ন্ত্ৰণৰ ফলত দুৰ্নীতিৰ তথ্যভিত্তিক প্ৰতিবেদনৰ প্ৰকাশ বা সম্প্ৰচাৰ অতি কম। বৰ্তমান ব্যক্তিগত ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যম শক্তিশালী হৈ পৰাত বহুতো কু-কৰ্ম পোহৰলৈ আহিছে।

ইন্দিৰা গান্ধীৰ দিনতেই কংগ্ৰেছী আৰু কমিউনিষ্ট নেতাই তেতিয়াৰ ছোভিয়েট চৰকাৰৰ পৰা ধন লাভ কৰাৰ অভিযোগ এগৰাকী প্ৰাক্তন ৰুচ গুপ্তচৰে উত্থাপন কৰিছিল। ভাছিলি মিট্ৰ'কিন নামৰ পূৰ্বৰ ছোভিয়েট চৰকাৰৰ গুপ্তচৰজনে কে জি বি ফাইলৰ আৰ্কাইভৰ পৰা উদ্ধাৰ কৰা তথ্যবোৰত কংগ্ৰেছ আৰু কমিউনিষ্ট নেতাক ধনৰ বিনিময়ত ছোভিয়েট চৰকাৰে 'সূত্ৰ' (source) হিচাপে ব্যৱহাৰ কৰাৰ অভিযোগ উত্থাপন কৰিছিল। ৰাজীৱ গান্ধী প্ৰধানমন্ত্ৰী হৈ থকা কালত ব'ফৰ্ছ বৰতোপ ক্ৰয় কৰোঁতে তেওঁৰ ঘনিষ্ঠসকলে কোটি কোটি টকাৰ কমিচন লোৱাৰ অভিযোগ উঠিছিল। ইন্দিৰা আৰু ৰাজীৱ গান্ধীৰ পিছত আন এগৰাকী প্ৰাক্তন প্ৰধানমন্ত্ৰী নৰসিংহ ৰাৱৰ বিৰুদ্ধেও

কোটিটকীয়া 'ছুটকেছ ৰাজনীতি' কৰাৰ অভিযোগ উঠিছিল। এইবোৰ অভিযোগে 'ছুটকেছ ৰাজনীতি' যে ইন্দিৰাৰ দিনৰ পৰাই আৰম্ভ হৈছিল তাৰ ইংগিত দিয়ে। পিছত বিজেপিৰ প্ৰাক্তন সভাপতি বাংগাৰু লক্ষ্মণৰ বিৰুদ্ধেও ধন লোৱাৰ অভিযোগৰ ছবি টিভিত সম্প্ৰচাৰিত হৈছিল। ছাদ্দাম হুছেইনৰ শাসন কালত ইৰাকৰ তেলৰ লেনদেনৰ বাবে এগৰাকী প্ৰবীণ মন্ত্ৰীৰ ঘনিষ্ঠই কমিছন লোৱাৰ অভিযোগত মন্ত্ৰিত্ব এৰিবলগীয়া হয়।

আগৰ দিনত হয়তো 'ছুটকেছ ৰাজনীতি' প্ৰধানকৈ ক্ষমতাত থকা নেতাসকলেহে কৰিছিল। কিন্তু আজি বিৰোধী পক্ষত থকা নেতাসকলেও অসৎ উপায়েৰে ধন ঘটিবলৈ লাজ নকৰা হ'ল। শাসক বা বিৰোধী দুয়োপক্ষৰে নেতাসকলে তেওঁলোকৰ দায়িত্বৰ কথা পাহৰিলে। তেওঁলোকে কমিছন, ভেটী, উপহাৰ আদি নোলোৱাকৈ ক'তো একো কৰিব নিবিচাৰে। পূৰ্বে নেতাসকলে দলৰ কাৰণে ধন সংগ্ৰহৰ দায়িত্ব দলৰ কৰ্মীসকলক দিছিল আৰু এই বৰঙণি সংগ্ৰহ সকলোৱেই দেখা পাইছিল। এতিয়া কিন্তু গোপনে আৰু বৃহৎ পৰিমাণৰ ধনৰ লেনদেন নেতাসকলেই কৰে। নিৰ্বাচন আৰু ৰাজনীতি ক'লা টকাৰ খেলত পৰিণত হ'ল। এগৰাকী আধুনিক যন্বাচী চিন্তাবিদ কৰ্ণেলিয়াছ কাষ্টৰিয়াডিছে আজিৰ ৰাজনৈতিক নেতাসকলৰ বিষয়ত মন্তব্য কৰিছে এইবুলি — 'ৰাজনৈতিক নেতাসকল নপুংসক। তেওঁলোকৰ কোনো কাৰ্যসূচী নাই। তেওঁলোকৰ উদ্দেশ্য হ'ল ক্ষমতাত অধিষ্ঠিত হৈ থকাটোহে (২)। সেয়ে কাষ্টৰিয়াডিছৰ ভাষাতে ব'মেনে উল্লেখ কৰিছে যে মূল্যহীনতা অথবা তাৎপৰ্যহীনতাই হ'ল আজিৰ ৰাজনীতিৰ প্ৰধান চৰিত্ৰ— (৩)। যিহেতু ক্ষমতাত অধিষ্ঠিত হৈ থকাটোৱেই এই ৰাজনৈতিক নেতাসকলৰ একমাত্ৰ উদ্দেশ্য, সেয়ে ধনৰ লেনদেন আৰু ভোট সংগ্ৰহ কৰাৰ বাহিৰে তেওঁলোকে আন দায়িত্বৰ কথা পাহৰিলে। ক্ষমতাত থাকিবলৈ তেওঁলোকক ভোট লাগে, সেয়ে তেওঁলোকৰ ৰাজনীতিও নিৰ্বাচনকেন্দ্ৰিক। খিল্নানিয়ে লিখিছে — 'ৰাজনীতিক নিৰ্বাচনকেন্দ্ৰিক কৰি তোলাৰ ফলত দুৰ্নীতি গভীৰলৈকে শিপাইছে (৪)। যিসকলে ৰাজনীতিক ধন ঘটাৰ ক'লা বজাৰ হিচাপে ধৰি লৈছে তেওঁলোকেই গণতন্ত্ৰক নিৰ্বাচনকেন্দ্ৰিক কৰিছে। উত্তৰ-আধুনিক যন্বাচী দাৰ্শনিক জাঁ বড্ৰিয়াৰে তেওঁৰ এখন গ্ৰন্থত আজিৰ ৰাজনৈতিক নেতাই গণতন্ত্ৰক নিৰ্বাচনকেন্দ্ৰিক কৰি ভোটদাতা নাগৰিকক গ্ৰাহক অথবা উপভোক্তাত পৰিণত কৰাৰ কথা উল্লেখ কৰিছে। নিৰ্বাচনকেন্দ্ৰিক আৰু 'ছুটকেছ ৰাজনীতি' কৰা কিছুমান নেতাই এইবুলি মত দাঙি ধৰিছে যে যিহেতু নিৰ্বাচনত প্ৰাৰ্থীসকলে বহুত ধন খৰচ কৰে সেয়ে তেওঁলোকে খৰচ হোৱা ধনখিনি ঘূৰাই পোৱাৰ বাবেই দুৰ্নীতিৰ আশ্ৰয় ল'বলৈ বাধ্য। দেশ আৰু গণতন্ত্ৰৰ স্বাৰ্থক আওকাণ কৰি ব্যক্তিগত লাভ-লোকচানৰ অংক কৰি থকা নেতাসকলে ইয়াতকৈ বেলেগ কিনো ক'ব পাৰে? নিৰ্বাচন আয়োগে বাৰম্বাৰ নিৰ্বাচনী ব্যয় সীমিত কৰিবলৈ বিধি-নিয়ম ঘোষণা কৰাৰ পাছতো নেতাসকলে সীমাহীন পৰিমাণৰ ধন খৰচ কৰে কিয়? ইমান বেছি ধন তেওঁলোকে ক'ৰ পৰা পায়? বিখ্যাত সমাজতাত্ত্বিক এলভিন ট'ফ্লাৰে কিন্তু এইবুলিহে কৈছে— 'গণতন্ত্ৰৰ মূল কথা কিন্তু নিৰ্বাচন নহয়। দেশখনৰ জনসাধাৰণক কিদৰে ব্যৱহাৰ

কৰা হয়? দেশৰ আইন ব্যৱস্থা আৰু প্রচাৰ মাধ্যমসমূহ কিমান স্বাধীন? ৰাজনৈতিক নিয়ন্ত্রণ আৰু দুর্নীতিৰ শিপা উভালি পেলোৱা হ'লনে? এইবোৰ বিষয়ৰ ওপৰতহে গণতন্ত্র নির্ভৰ কৰে।'

যিহেতু চৰকাৰ তথা সাংসদসকল প্রায় সীমাহীন ক্ষমতাৰ অধিকাৰী সেয়ে জনসাধাৰণৰ প্রতি চৰকাৰ তথা সাংসদসকল জবাবদিহি হ'ব লাগে। এই তথাকথিত গণতান্ত্রিক চৰকাৰ আৰু সাংসদসকল কাৰো ওচৰত জবাবদিহি হ'বলগীয়া নোহোৱাৰ অর্থ হ'ল তেওঁলোকৰ সীমাহীন ক্ষমতা মানি লোৱা। 'ৰক্ষকৰ ৰখীয়া কোন হ'ব?' নাইবা নিয়ন্ত্রণকাৰীসকলক নিয়ন্ত্রণ কৰিব কোনে? নৰ্বের্টো ব'বিঅ'ৱে উল্লেখ কৰিছে যে যদি এই প্রশ্নৰ উপযুক্ত উত্তৰ পোৱা নাযায়, তেন্তে চৰকাৰৰ ৰূপত গণতন্ত্রও হেৰাব (৫)। গণতন্ত্রত অথবা গণতান্ত্রিক ব্যৱস্থাত এটা বুনিয়াদী আদর্শ হ'ল দেশৰ নাগৰিকসকলে ক্ষমতাত থকাসকলৰ ওপৰত সম্ভৱপৰ সর্বাধিক নিয়ন্ত্রণৰ ক্ষমতা পোৱা। কিন্তু বর্তমান ইয়াৰ বিপৰীতটোহে হোৱা দেখা গৈছে। দেশৰ নাগৰিকসকলৰ ওপৰত ক্ষমতাত থকাসকলৰহে সম্ভৱপৰ সর্বাধিক নিয়ন্ত্রণ কায়েম হৈছে (৬) নাগৰিকসকলক ভেড়াৰ জাকত পৰিণত কৰিব বিচৰা হৈছে। প্রখ্যাত উদাৰপন্থী ৰাজনৈতিক দার্শনিক জন ষ্টুৱার্ট মিলে 'কনছিডাৰেছন্স অন ৰিপ্রেজেণ্টেটিভ গৱর্ণমেণ্ট' গ্রন্থখনত চৰকাৰৰ বিষয়ে কৰা আলোচনাত সক্রিয় আৰু নিষ্ক্রিয় নাগৰিকৰ ধাৰণাটো দাঙি ধৰিছে। মিলৰ মতে শাসকসকলে সাধাৰণতে দেশৰ নাগৰিকসকলক নিষ্ক্রিয় নাগৰিক হোৱাটো বিচাৰে, কিয়নো নিষ্ক্রিয় নাগৰিকে চৰকাৰ তথা শাসকসকলৰ ক্ষমতাৰ ব্যৱহাৰ-অপব্যৱহাৰ, কার্যকলাপ আওকণীয়া মনোভাৱেৰে মাত্র দর্শকৰ ভূমিকাৰে লক্ষ্য কৰে। মিলৰ মতে নিষ্ক্রিয় নাগৰিকসকলেই যদি নির্ণায়কৰ ভূমিকা ল'ব পাৰে তেন্তে শাসক শ্রেণীয়ে নাগৰিকসকলক ভেড়াৰ জাকত পৰিণত কৰিব পাৰে। মিলে গণতন্ত্র ৰক্ষাৰ ক্ষেত্রত সেয়ে সক্রিয় নাগৰিকৰ ওপৰত গুৰুত্ব দিছে। প্রায় সত্তৰ শতাংশ নিৰক্ষৰ (বিশ্বৰ সৰ্বুঠি নিৰক্ষৰৰ পঞ্চাশ শতাংশই ভাৰতীয়) ভাৰতীয় নাগৰিকক মিলে নিষ্ক্রিয় নাগৰিক বুলি ক'লেহেঁতেন।

ভাৰতীয় ৰাজনীতিক দুর্নীতিমুক্ত কৰাৰ উদ্দেশ্যে যোৱা শতিকাটোৰ নবৈৰ দশকত মুখ্য নির্বাচন আয়ুক্ত টি এন শেষাণে কেতবোৰ বিধি-নিয়ম জাৰি কৰিছিল। অপৰাধত অভিযুক্ত ৰাজনৈতিক নেতাক নির্বাচনত প্রতিদ্বন্দ্বিতাৰ বাবে অযোগ্য ঘোষণা কৰাৰ অধিকাৰ ভাৰতৰ নির্বাচন আয়োগৰ আছে। ভাৰতীয় গণতন্ত্রৰেই দুর্ভাগ্য যে দেশখনত টি এন শেষাণৰ দৰে আমোলা-বিষয়াৰ সংখ্যা অতি বিৰল। দুই-এগৰাকী অভিযুক্ত অপৰাধীক সাময়িকভাৱে বাধা দিব পৰা হয়তো হৈছে। কিন্তু ক্ষমতাশালী এলিট শ্রেণীৰ সীমাহীন অপৰাধমূলক কার্যকলাপ উদঙাই দিবইবা কোনে? দুটা ব্যক্তিগত খণ্ডৰ নিউজ চেনেলে একাংশ ভাৰতীয় সাংসদৰ দুর্নীতিৰ ছবি দাঙি ধৰি এহাতে দেশনেতাসকলে কেনে ধৰণৰ সেৱা কৰি আছে তাক দেখুৱালে, আনহাতে ভাৰতীয় গণতন্ত্রৰ ভেটি কিদৰে খহিবলৈ ধৰিছে তাৰো সতর্কবাণী শুনাইছে। চিন্তাৰ বিষয় যে অভিযুক্ত আৰু

সংসদৰ পৰা বৰ্খাস্ত হোৱাসকলৰ পক্ষৰ পৰা কিছুমান নেতাই ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যমৰ অধিকাৰ নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা হ'ব লাগে বুলিহে আস্ফালন কৰিছে। বিজেপিৰ প্ৰাক্তন সভাপতি তথা বিৰোধী পক্ষৰ নেতা এল কে আদবানিয়ে 'কংগ্ৰেছী সংস্কৃতিয়ে বিজেপিক দুৰ্নীতিগ্ৰস্ত কৰিছে' (দ টেলিগ্ৰাফ, ২৯ ডিচেম্বৰ, ২০০৫ ) বুলি কৈ দলটোৰ আধা ডজন অভিযুক্ত সাংসদৰ সপক্ষেই থিয় দিয়া নাইনে? দুৰ্নীতিত লিপ্ত হ'বলৈ বিজেপিৰ নেতাসকলক কংগ্ৰেছেই শিকাইছে বুলি আদবানিয়ে ধৰি ল'লে কিয়? সাংসদসকলে নগদ টকা ভেটী লোৱা কাৰ্যক দুৰ্নীতি বুলি নকৈ 'মূৰ্খামি' আখ্যাহে দিছে বিৰোধী নেতাগৰাকীয়ে। ভাৰতৰ গণতন্ত্ৰৰ স্বাৰ্থতে তেওঁ এই কথা কৈছেনে?

মৃত্যুৰ কেইবছৰমান পূৰ্বে জাক ডেৰিডাই ভাৰত ভ্ৰমণৰ কালছোৱাত (১৯৯৭ চনৰ জানুৱাৰী) তিনিটা মূল্যবান বিষয়ত বক্তৃতা দিছিল বিভিন্ন অনুষ্ঠানত। তেওঁৰ বক্তৃতাৰ এটা বিষয় আছিল 'মিথ্যাচাৰৰ ৰাষ্ট্ৰ আৰু ৰাষ্ট্ৰৰ মিথ্যাচাৰ' (The State of Lie and the Lie of the State)। এই বক্তৃতাত ডেৰিডাই বৰ্তমানৰ ৰাজনীতিৰ সমালোচনা আগবঢ়াই মন্তব্য কৰিছিল যে 'ৰাজনীতি হ'ল মিথ্যাচাৰৰ এক সুবিধাজনক স্থান'। ৰাজনীতিৰ বিষয়ত এনেধৰণৰ ব্যাখ্যা ভাৰতত‌কৈ বেছি প্ৰযোজ্য আন কোন দেশত হ'ব পাৰে? ৰাজনৈতিক নেতাসকলে মিথ্যাচাৰৰ আশ্ৰয় ল'বলগীয়া হয় কিয়? মিথ্যাচাৰৰ কাম হ'ল ই সত্যক মূল্যহীন, গুৰুত্বহীন কৰে আৰু সত্য আৰু অসত্যৰ মাজত পাৰ্থক্য চিনিব নোৱৰা কৰে। মিথ্যাচাৰৰ যোগেদি প্ৰতাৰণা কৰা হয়। ৰাজনৈতিক নেতাসকলে নাগৰিকসকলক প্ৰতাৰণা কৰিবলৈকে মিথ্যাচাৰৰ আশ্ৰয় লয়। দেশৰ হিতাকাংক্ষী বুলি, নৈতিকতা ৰক্ষা কৰা বুলি দেশবাসীক মিথ্যাচাৰেৰে প্ৰতাৰণা কৰিব পৰাটোৱেই যেন নেতাসকলৰ বাবে ডাঙৰ সাফল্য! এগৰাকী হিন্দু জাতীয়তাবাদী নেতাই কৈছে যে ৰাজহুৱা জীৱনত নিৰপৰাধী বুলি প্ৰমাণ নোহোৱালৈকে সকলোৱে অপৰাধী। বিশ্বৰ ভিতৰত সৰ্বাধিক দুৰ্নীতিগ্ৰস্ত ৰাষ্ট্ৰৰ তালিকাভুক্ত ভাৰতত থাকি এনে অনুভৱ হোৱাটো স্বাভাবিক। টকাই দমনকাৰী ৰূপ লোৱাই নহয়, টকাই ধনী-দুখীয়া সকলোকে ভ্ৰষ্টাচাৰীত পৰিণত কৰে বুলি কবি-সমালোচক অক্টাভিঅ' পাজে সতৰ্কবাণী শুনাইছিল (৭)। কিন্তু কেৱল ভাৰততহে টকাই ইমান বেছি ভ্ৰষ্টাচাৰীৰ সৃষ্টি কৰাৰ কাৰণ কি? কোনো কোনো গৱেষণাকাৰীয়ে দেখুৱাব খোজে যে হিন্দু ধৰ্মও এই অৱস্থাৰ বাবে দায়ী। হিন্দু ধৰ্মত যিকোনো চৰিত্ৰ তথা ধৰ্মক সহজেই গ্ৰহণ কৰি লোৱাৰ মানসিকতা অতি প্ৰবল। এব্ৰাহাম ইৰালিয়ে ইয়াক 'চলতা হাই ছিনড্ৰম' আখ্যা দিছে। দুৰ্নীতি, ভণ্ডামি, দাসত্ব, দমন-পীড়ন এই সকলো সহ্য কৰিব পৰা শক্তি দিছে হিন্দুধৰ্মই। জাত-পাত প্ৰথাতো প্ৰতিফলিত হৈছে— তোমালোকে তোমালোকৰ কাম কৰা, আমি আমাৰ কাম কৰিম। গীতাতো আছে— কামৰ ফলাফল নিবিচাৰিবা। তদুপৰি আমি যিমানেই পাপ-কৰ্ম, অপকৰ্ম নকৰো কিয়, দেৱ-দেৱীক পূজা-সেৱা আদি আচাৰ-অনুষ্ঠানৰ যোগেদি সেইবোৰ দোষৰ পৰা মুক্ত হ'ব পাৰি— এনে বিশ্বাস অতি গভীৰ। সেয়ে ভাৰতীয় দৰ্শনত বিশেষকৈ হিন্দু দৰ্শনত অপৰাধবোধৰ কোনো স্থান নাই। মেচ কিপ্লিং কেলেংকাৰিত অভিযুক্ত হাছি

ক্ৰন্‌য়েই (Hansie Cronje) নিজৰ অপৰাধৰ কথা গির্জাত স্বীকাৰ কৰিছিল। এনে ধৰণৰ কন্‌ফেছনৰ ধৰ্মীয় পৰম্পৰা ভাৰতীয়সকলৰ মাজত দেখা নাযায়। যিকোনো অপৰাধমূলক কাৰ্য কৰি ভাৰতীয়সকল নিশ্চিন্ত হৈ থাকিব পাৰে। ভাৰতীয় সমাজ পৃথিৱীৰ ভিতৰত আটাইতকৈ ভ্ৰষ্টাচাৰী সমাজত পৰিণত হোৱাৰ এনে গভীৰ ধৰ্মীয়, জাতীয় চৰিত্ৰগত কাৰণ হয়তো আছে। কিন্তু কেতবোৰ অহিন্দু দেশতো দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰ কম নহয়। ভ্ৰষ্টাচাৰক এক ধৰ্মীয় নাইবা জাতীয় চৰিত্ৰৰ ৰূপ দিয়াটো ঠিক নহ'ব। এই ভ্ৰষ্টাচাৰ প্ৰমূল্যবৰ্জিত ৰাজনীতি— ভাৰতীয় সমাজৰ নৈতিক আৰু ৰাজনৈতিক সংকট। শিক্ষাৰ সম্প্ৰসাৰণ— অন্ততঃ এশ শতাংশ সাক্ষৰতা, ৰাজনৈতিক সংস্কাৰ, বিভিন্ন গণতান্ত্ৰিক অনুষ্ঠান, আইন ব্যৱস্থাৰ সৰ্বাধিক সক্ৰিয়তা আদিৰ যোগেদি এই সংকট দূৰ কৰিবলৈ প্ৰচেষ্টা চলাব লাগিব। মিলে কোৱা 'সক্ৰিয় নাগৰিক' সকলো আজি সক্ৰিয় হ'বনে?



# য'ত সংখ্যাগৰিষ্ঠতাৰ প্ৰয়োজন নাই

দেশখনৰ ভিতৰত সৰ্বাধিকসংখ্যক ৰাজনৈতিক দল অসমত গঠিত হৈছে। ইয়াৰ ফলত ভোটদাতা নাগৰিকসকল কেৱল বিভ্ৰান্ত হোৱাই নহয়, ৰাজনীতিক নানান সুকীয়া স্বাৰ্থত বিভক্ত কৰা হৈছে। ভাৰতীয় ৰাজনীতিত পূৰ্বৰে পৰাই ধৰ্মীয় সম্প্ৰদায়, এছ টি, এছ চি, অ' বি চি আদি বিভিন্ন জাতি-সম্প্ৰদায় (caste) আদিত বিভক্ত কৰা হৈ আহিছে। কিন্তু আজিৰ অসমত আঞ্চলিক আৰু সম্প্ৰদায়ভিত্তিক দল-উপদলৰ সংখ্যাই দেশৰ ভিতৰতে অভিলেখ সৃষ্টি কৰি ৰাজনৈতিক পৰিস্থিতি অধিক উত্তপ্ত কৰাৰ লগতে বিভ্ৰান্তিৰো সৃষ্টি কৰিছে। নিৰ্বাচনী ৰাজনীতিক স্থানীয় তথা সম্প্ৰদায়ভিত্তিক দাবী পূৰণৰ অস্ত্ৰ বা উপায় হিচাপে গ্ৰহণ কৰিবলৈ লৈছে ৰাজনৈতিক নেতাসকলে। প্ৰায় প্ৰতিটো জনগোষ্ঠীয়েই সুকীয়া সুকীয়া এটা নাইবা একাধিক ৰাজনৈতিক দল গঠন কৰিছে। ধৰ্মীয় সংখ্যালঘুৰ স্বাৰ্থৰ নামতো কেইবাটাও দলৰ জন্ম হৈছে। কেৱল সেয়ে নহয়, জনগোষ্ঠীবোৰৰ নামত নিৰ্দিষ্টসংখ্যক আসনৰ দাবী কৰিছে বিভিন্ন সংগঠনে। স্বাভাৱিকতে ভোটৰ বিভাজনো ঘটিছে, ধৰ্ম সম্প্ৰদায়, স্থানীয় স্বাৰ্থ আদিৰ স্বাৰ্থৰ ভিত্তিত। ৰাইজে আস্থা প্ৰকাশ কৰিব পাৰে— তেনে এগৰাকী নেতা ক'ত? প্ৰশ্ন হয়, স্থানীয়, ধৰ্মীয়-সম্প্ৰদায়ৰ স্বাৰ্থতেই যদি ভোট দিবলৈ যায়, তেন্তে অসমৰ, দেশৰ বৃহত্তৰ স্বাৰ্থ তথা ইচ্ছাবোৰৰ কথা কোনে ভাবিব? আমি নিজ নিজ ঠাই, সম্প্ৰদায়বোৰহে দেখা পাম, অসমখন দেখা নাপাম। অসমত বৃহত্তৰ স্বাৰ্থক আমাৰ দৃষ্টি, পৰিকল্পনাৰ পৰা আঁতৰাই ৰাখি আমি যি ৰাজনীতি কৰিব পাৰো সেই ৰাজনীতিয়ে এদিন আমাক সকলোকে সংকীৰ্ণ, পৃথকতাবাদীত পৰিণত নকৰিবনে? অসমৰ ৰাজনীতিয়ে বৰ্তমান যি ধৰ্ম সম্প্ৰদায়মুখী পথেৰে অগ্ৰসৰ হৈছে এদিন এই ৰাজনীতিয়ে অসমত অৰাজক অৱস্থাৰ সৃষ্টি নকৰিবনে? এনে ধৰ্ম-সম্প্ৰদায়ভিত্তিক ৰাজনীতিত বিভক্ত অসমক শক্তিশালী কেন্দ্ৰ দিল্লীয়ে গুৰুত্ব দিবনে? নাইবা দিল্লীক অসমৰ সমস্যাসমূহ সমাধানত সহায়কাৰী নীতি তথা আঁচনি গ্ৰহণ কৰিবলৈ বিভক্ত অসমবাসীয়ে হেঁচা দিব পাৰিবনে? 'ডিভাইড এণ্ড ৰুল'— এই ঔপনিবেশিক নীতিৰেই শাসন কৰি ভাল পোৱা কেন্দ্ৰক ই আজিৰ দলবোৰে সুবিধা দিয়া নাইনে? দিল্লীয়ে সদায় অসমক অৱহেলা কৰি আহিছে বুলি অভিযোগ কৰি অহা হয়। দিল্লীৰ এনে অৱহেলাৰ নীতিৰ অৱসান ঘটোৱাৰ বাবে ৰাজ্যখনৰ সকলোৱে ঐক্যবদ্ধভাৱে আগবাঢ়িব লাগিছিল, কাম কৰিব লাগিছিল। কিন্তু বহু সম্প্ৰদায়, বহু গোষ্ঠীস্বাৰ্থত বিভক্ত ৰাজনীতিয়ে দিল্লীক অধিক উৎসাহিত কৰিব পূৰ্বৰ অৱদমন আৰু অৱহেলাৰ নীতি অব্যাহত ৰখাৰ কাৰণে।

অসমত অসংখ্য ৰাজনৈতিক দল-সংগঠনৰ জন্মৰ বাবে কিন্তু প্ৰধানকৈ তথাকথিত ৰাষ্ট্ৰীয় ৰাজনৈতিক দলবোৰেই দায়ী। এই ৰাষ্ট্ৰীয় দলবোৰৰ ৰাজ্যিক নেতাসকলে ৰাজ্যৰ

বিভিন্ন জনগোষ্ঠীৰ সামাজিক, অৰ্থনৈতিক বিকাশৰ কাৰণে আঁচনি গ্ৰহণ কৰিবলৈ আগবাঢ়ি নাহে। খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ আৰ্থিক, সামাজিক অৱস্থা আজিও প্ৰাক্‌সাম্ভৰ সমাজৰ পৰ্যায়তে স্থবিৰ হৈ আছে। বহিৰাগত বণিক, দুৰ্নীতিগ্ৰস্ত প্ৰশাসনে তেওঁলোকক পিতৃভিঠা হেৰুওৱা ভূমিহীন আৰু স্থানচ্যুত কৰিছে। তেওঁলোক নিঃশেষ হৈ যোৱাৰ ভাবুকিৰ সন্মুখীন হৈছে। এই অৱস্থাৰ বাবে দায়ী কিন্তু খিলঞ্জীয়া জনগোষ্ঠীবোৰ নহয়; ইয়াৰ বাবে দায়ী বাহিৰৰ পৰা জাপি দিয়া প্ৰশাসন, দুৰ্নীতিগ্ৰস্ত নেতা আৰু বহিৰাগত বণিক শ্ৰেণী, যিসকলৰ ঔপনিবেশিকতাবাদীসকলৰ দৰেই অসমৰ সম্পদ লুটি নিয়াৰ বাহিৰে আন কোনো উদ্দেশ্য নাই। ৰাষ্ট্ৰীয় ৰাজনৈতিক দলবোৰে স্বৰাজোত্তৰ কালত পঞ্চাশৰো বেছি বছৰ সময় পাইছিল। কিন্তু এই দলবোৰে, নেতাসকলে এই সুদীৰ্ঘ অৰ্ধশতিকাত খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ আৰ্থিক, সামাজিক, শৈক্ষিক বিকাশৰ কাৰণে একো নকৰিলে। মাত্ৰ তেওঁলোকৰ অৱক্ষয়, নিঃশেষ হৈ যোৱা প্ৰক্ৰিয়া অব্যাহত থাকিবলৈ দিলে। কিছু অনুদান, উন্নয়ন আঁচনিৰ নামত ধনৰ আবণ্টন দিয়া হয় যদিও সকলোৱে জানে এই ধৰণে আবণ্টিত ধন ক'লৈ যায়, কোনে হস্তগত কৰে। উন্নয়নৰ নামত এই পুৰণি নীতি নাইবা ব্যৱস্থাবোৰ অকাৰ্যকৰী, বিফল প্ৰমাণিত হোৱাৰ পিছতো আজিও চৰকাৰে আৰু শাসক পক্ষবোৰে বিসৰ্জন দিয়া নাই। আৰ্থিক তথা সামাজিক বিকাশ নোহোৱা আমাৰ সমাজত এক শ্ৰেণীৰ লোকে সন্দেহজনক উপায়েৰে হঠাৎ ধন-সম্পত্তিৰ সাম্ৰাজ্য গঢ়িছে, ক্ষমতাৰ অধিকাৰী হৈছে। চৰকাৰ তথা শাসক পক্ষবোৰক এই শ্ৰেণীটোৱে প্ৰকাশ্যে নাইবা গোপন সহযোগী হিচাপে লাভ কৰিছে।

সুকীয়া সুকীয়া স্বাৰ্থত অসংখ্য ৰাজনৈতিক দল-সংগঠনে অসমৰ সমাজখনকো খণ্ড-বিখণ্ড কৰিছে। কোনেও কাকো বিশ্বাস নকৰে, কোনো কাৰো বন্ধু নহয়, ই যেন হ'বছৰ (Thomas Hobbes) 'Everyone against everyone' ছবিখনৰ মূৰ্ত অভিব্যক্তি। গোষ্ঠী, সম্প্ৰদায়, ধৰ্ম, শ্ৰেণী, খিলঞ্জীয়া, প্ৰব্ৰজনকাৰী, ৰাষ্ট্ৰীয়, আঞ্চলিক — অসংখ্য স্বাৰ্থত বিভক্ত হৈ ৰাজনৈতিক যুঁজত নামিছে দল-সংগঠনবোৰে। কিন্তু এইবোৰ স্বাৰ্থৰো পিছফালে নেতাসকলৰ সংকীৰ্ণ ন্যস্ত স্বাৰ্থও আছে — আৰু এই স্বাৰ্থহে যেন তেওঁলোকৰ আচল স্বাৰ্থ। আজিৰ আমাৰ গণতান্ত্ৰিক ব্যৱস্থা আৰু দৰ্শন পশ্চিমীয়া সমাজ আৰু সভ্যতাৰ অৱদান। গণতন্ত্ৰৰ ৰাজনৈতিক দাৰ্শনিকসকলে নিশ্চয় কল্পনাও কৰা নাছিল যে এদিন গণতন্ত্ৰৰ ৰাজনীতিক এইদৰে ধৰ্মীয়, সাম্প্ৰদায়িক, গোষ্ঠীগত স্বাৰ্থত ব্যৱহাৰ কৰা হ'ব। বিভাজনৰ এই ধাৰা বৰ্তমানৰ গতিত অব্যাহত থাকিলে এই বিভাজনে আমাক এদিন অতি ক্ষুদ্ৰ ক্ষুদ্ৰ সম্প্ৰদায়ত পৰিণত কৰিব যি আনকি জাত-পাতৰ প্ৰথাতকৈ (Casteism) অধিক সংকীৰ্ণ আৰু ক্ষতিকাৰক ৰূপ ধাৰণ কৰিব। আমি এনে এক মধ্যযুগত উপনীত হ'মগৈ য'ত গণতন্ত্ৰৰ কোনো প্ৰাসংগিকতাই নাথাকিব।

আমাৰ সন্মুখত এটা ডাঙৰ প্ৰশ্নয়ো দেখা দিছে। অসংখ্য সম্প্ৰদায় গোষ্ঠী-ধৰ্মত বিভক্ত কৰা ৰাজনীতিক লৈ গণতন্ত্ৰ সফল হ'ব পাৰেনে? আমি আৰু এটা প্ৰশ্ন কৰিব পাৰো : কোনবোৰ দেশ বা সমাজত গণতন্ত্ৰ সফল হৈছে? গণতন্ত্ৰ এটা অতি পুৰণি শব্দ, কিন্তু ইয়াৰ সাফল্য দাবি কৰিব পৰা দেশ বা সমাজ বেছি নাই। পশ্চিমৰ যি কেইখনমান দেশে গণতন্ত্ৰৰ

সাফল্য দাঙি দৰে সেইবোৰ দেশ বা সমাজতো গণতন্ত্ৰই সকলোকে সম অধিকাৰ, সম ন্যায় বিচাৰ দিব পৰা নাই। মহিলা, সংখ্যালঘুসকল আজিও উপেক্ষিত, পীড়িত। কিন্তু সেইবোৰ সমাজত ৰাজনীতি আৰু সমাজ অসংখ্য সম্প্ৰদায়ভিত্তিত বিভক্ত হৈ পৰা নাই। নিৰ্বাচন আৰু গণতন্ত্ৰৰ এটা প্ৰধান সাফল্য হ'ল সংখ্যাগৰিষ্ঠৰ মতামতক মান্যতা প্ৰদান। পশ্চিমীয়া সমাজত আজিও এই আদৰ্শ ৰক্ষাৰ ব্যৱস্থা সংৰক্ষিত কৰা আছে। কিন্তু আমাৰ সমাজত বৃহৎসংখ্যক দল আৰু অসংখ্য প্ৰাৰ্থীৰ বাবে গণতান্ত্ৰিক সংখ্যাগৰিষ্ঠতা অকাৰ্যকাৰী হৈ পৰে। তুলনামূলকভাৱে তথাকথিত সংখ্যাগৰিষ্ঠতা লাভৰ ভিত্তিত এগৰাকী প্ৰাৰ্থীক বিজয়ী ঘোষিত কৰা হয় যদিও আন প্ৰতিদ্বন্দ্বী প্ৰাৰ্থীসকলৰ সপক্ষে দিয়া মুঠ ভোটৰ সংখ্যা বিজয়ী প্ৰাৰ্থীগৰাকীয়ে পোৱা ভোটৰ সংখ্যাতকৈ বহুত বেছি হোৱা দেখা যায়। সংখ্যাগৰিষ্ঠৰ ভোট নোপোৱা সত্ত্বেও সংখ্যাগৰিষ্ঠতা লাভ কৰিব পৰাৰ এনে ব্যৱস্থাত গণতন্ত্ৰৰ সাফল্য লাভ সম্ভৱনে? প্ৰকৃত সংখ্যাগৰিষ্ঠতা নথকা সত্ত্বেও প্ৰাৰ্থীক বিজয়ী ঘোষিত কৰি ক্ষমতাধিষ্ঠিত কৰিব পৰা এই ব্যৱস্থা 'গণতন্ত্ৰ'ৰ স্বাৰ্থতে চলাই থকা হৈছেনে? গণতন্ত্ৰত যাতে এনে বিসংগতিয়ে দেখা দিব নোৱাৰে সেই কথাৰ প্ৰতি লক্ষ্য ৰাখি ফ্ৰান্স আদি দেশত প্ৰথম পৰ্যায়ত (ফাৰ্ষ্ট ৰাউণ্ড) হোৱা নিৰ্বাচনত যিকেইগৰাকী প্ৰাৰ্থীয়ে সৰ্বাধিক ভোট লাভ কৰে তেওঁলোককহে চূড়ান্ত পৰ্যায়ৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ বাবে যোগ্য হিচাপে নিৰ্বাচিত কৰা হয়। ভোট গ্ৰহণ দুটা পৰ্যায়ত হয় যদিও এনে ব্যৱস্থাৰ ফলত প্ৰাৰ্থিত্বপ্ৰত্যাশীয়ে প্ৰথম পৰ্যায়ত নিৰ্দিষ্ট সংখ্যক ভোট লাভ কৰিব নোৱাৰিলে চূড়ান্ত প্ৰতিদ্বন্দ্বিতাৰ বাবে যোগ্যতা লাভ নকৰে। চূড়ান্ত নিৰ্বাচনত সেয়ে বৃহৎসংখ্যক প্ৰাৰ্থী থাকিব নোৱাৰে। সেইদৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ নিৰ্বাচন ব্যৱস্থাত প্ৰাৰ্থিত্বপ্ৰত্যাশীয়ে প্ৰথমে নিজৰ দলৰ প্ৰাৰ্থিত্ব লাভ কৰিবলৈ দলৰ ভিতৰত হোৱা নিৰ্বাচনত সংখ্যাগৰিষ্ঠ ভোটত জয়ী হ'ব লাগিব। এনে 'প্ৰাইমেৰী' নিৰ্বাচনত বিজয়ী প্ৰাৰ্থীয়েহে তেওঁৰ দলৰ প্ৰাৰ্থিত্ব লাভ কৰিব পাৰিব। ইয়াৰ ফলত আমাৰ দেশত হোৱাৰ দৰে প্ৰাৰ্থিত্বপ্ৰত্যাশীসকল আৰু তেওঁলোকৰ সমৰ্থকসকলৰ মাজত সংঘৰ্ষৰ উদ্ভৱ হ'ব নোৱাৰে আৰু বিসম্বাদী নানান দল-উপদলৰ সৃষ্টিও নহয়। পশ্চিমৰ এই দেশবোৰত সেয়ে সংখ্যাগৰিষ্ঠতাৰ আদৰ্শ সংৰক্ষিত হৈছে। দল আৰু প্ৰাৰ্থীৰ সংখ্যা সীমিত হৈ থাকে। এনে ধৰণৰ 'ফাৰ্ষ্ট ৰাউণ্ড' নাইবা 'প্ৰাইমেৰী'ৰ দৰে ব্যৱস্থা ভাৰতত থকা উচিত আছিল। কিন্তু চেণ্ট্ৰেল কমিটী পলিটব্যুৰো, 'হাইকমাণ্ড' আদিয়ে ওপৰৰ পৰা প্ৰাৰ্থী জাপি দি নিৰ্বাচন ব্যৱস্থাটোকে এক প্ৰহসনহে কৰি তোলা হৈছে ভাৰতত।

নিৰ্বাচনৰ দৰে গণতান্ত্ৰিক ব্যৱস্থা এটাত প্ৰাৰ্থী কিমান হোৱা উচিত হ'ব— তাৰ কোনো নিৰ্ধাৰিত সংখ্যা থাকিব নোৱাৰে। প্ৰাৰ্থীৰ সংখ্যাৰ ওপৰত গণতন্ত্ৰৰ সাফল্য নিৰ্ভৰ নকৰে। কিন্তু চূড়ান্ত পৰ্যায়ৰ নিৰ্বাচনত বৃহৎ সংখ্যক প্ৰাৰ্থী হ'লে গণতান্ত্ৰিক নিৰ্বাচনৰ অত্যাৱশ্যকীয় চৰ্ত সংখ্যাগৰিষ্ঠতা অৰ্থহীন হৈ পৰে। এনে ব্যৱস্থাত প্ৰদান কৰা মুঠ ভোটৰ পঁচিশৰ পৰা ত্ৰিশ শতাংশ ভোট লাভ কৰিও 'সংখ্যাগৰিষ্ঠ' বুলি ঘোষিত হোৱাৰ সুবিধা লাভ কৰে প্ৰাৰ্থীসকলে। বৰ্তমান অসমত আমি দেখিবলৈ পাওঁ যে নিৰ্বাচনসমূহত এনে ধৰণৰ 'সংখ্যাগৰিষ্ঠতা' লাভেৰেই বহুসংখ্যক প্ৰাৰ্থী 'বিজয়ী' হৈ ক্ষমতাধিষ্ঠিত হৈছে। এনেকুৱা

'গণতন্ত্ৰ'ক লৈ আমাৰ সমাজত গৌৰব কৰাও দেখিবলৈ পাওঁ। অথচ সংখ্যাগৰিষ্ঠ ভোটদাতা এই ধৰণৰ গণতন্ত্ৰত প্ৰতিনিধিত্ব কৰাৰ পৰা বঞ্চিত। সংখ্যাগৰিষ্ঠতাৰ বাবে মুঠ ভোটৰ নিম্নতম নিৰ্দিষ্টসংখ্যক ভোট লাভ কৰা প্ৰয়োজন, অন্যথা পুনৰ নিৰ্বাচন অনুষ্ঠিত কৰা ব্যবস্থা থকা উচিত।

ভোটদান নিশ্চয় যিকোনো গণতান্ত্ৰিক সমাজৰ বাবেই অতি গুৰুত্বপূৰ্ণ, অত্যাৱশ্যকীয় কৰ্তব্য। নিৰ্বাচনবিহীন গণতন্ত্ৰ থাকিব নোৱাৰে। কিন্তু এই কথাও মানিব লাগিব যে নিৰ্বাচন মানেই গণতন্ত্ৰ নহয়। নিৰ্বাচন গণতন্ত্ৰৰ এটা অংগহে। বিখ্যাত সমাজতাত্ত্বিক এলভিন ট'ফলাৰে কৈছে 'গণতন্ত্ৰৰ মূল কথা কিন্তু নিৰ্বাচন নহয়। দেশখনৰ জনসাধাৰণক কিদৰে ব্যৱহাৰ কৰা হয়? দেশৰ আইন ব্যবস্থা আৰু প্ৰচাৰ মাধ্যসমূহ কিমান স্বাধীন? ৰাজনৈতিক নিয়ন্ত্ৰণ আৰু দুৰ্নীতিৰ শিপা উভালি পেলোৱা হ'লনে? এইবোৰ বিষয়ৰ ওপৰতহে গণতন্ত্ৰ নিৰ্ভৰ কৰে।' .... এইবোৰ দিশলৈ ভলদৰে লক্ষ্য কৰিলে আমাৰ সমাজ আৰু দেশত থকা গণতন্ত্ৰৰ আচল ছবিখন আমি ধৰিব পাৰিম। প্ৰতি পাঁচ বছৰৰ মূৰত নাইবা কেতিয়াবা তাৰো আগতে অহা নিৰ্বাচনটোকে আজি আমি গণতন্ত্ৰ বুলি প্ৰদৰ্শন কৰিবলগীয়া হৈছে। আমাৰ সমাজত গণতন্ত্ৰৰ নামত কিবা এটা অন্ততঃ বাছি আছে— সেই কথাতে আমি সন্তুষ্ট হ'ব লাগিব। চৰকাৰবোৰে, ক্ষমতাশালী এলিট শ্ৰেণীয়ে তাকেই বিচাৰে। তেওঁলোকে ক'ব — 'চাওক, আমাৰ ইয়াত গণতন্ত্ৰ কিমান সফল হৈছে। এটা সমষ্টিত পঁচিশগৰাকীলৈকে প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দ্বিতা কৰিছে।' ২০০৬ চনৰ অসম বিধানসভাৰ নিৰ্বাচনত বিধানসভাৰ এশ ছয়বিশটা সমষ্টিত চূড়ান্ত প্ৰতিদ্বন্দ্বী নশ পঞ্চাশ জনৰো অধিক আছিল। এনে উদাহৰণ আন ক'ত আছে? ভাগ্য ভাল যে ব্ৰিটিছ ঔপনিবেশিকতাবাদৰ বিৰুদ্ধে কঠোৰ সংগ্ৰাম কৰি, বন্দীশালত থাকি, জীৱন উচৰ্গা কৰি গান্ধী-নেহৰুৰ প্ৰজন্মৰ স্বাধীনতা আৰু গণতন্ত্ৰপ্ৰেমী লোকসকলে আমাক গণতন্ত্ৰ 'উপহাৰ' দি থৈ গৈছিল। কিন্তু গণতন্ত্ৰক এতিয়া মাত্ৰ এটা লেতেৰা নিৰ্বাচনত পৰিণত কৰা হৈছে।

পঁচিশ গৰাকীলৈকে প্ৰাৰ্থীয়ে এটা বিধানসভা সমষ্টিত প্ৰতিদ্বন্দ্বিতা কৰি গণতন্ত্ৰক সফল কৰিছে বুলি নিশ্চয় ক'ব নোৱাৰি। ব্যক্তিগত আৰু নানান স্বাৰ্থত বিভক্ত হৈ প্ৰাৰ্থীৰ সংখ্যা এইদৰে বৃদ্ধি হৈছে। ইয়াৰ ফলত ধনবল, বাহুবলৰ জোৰত কিছু ভোট যিয়েই লাভ কৰিছে তেৱেঁই জয়ী হৈছে। চৰিত্ৰবল কাৰোবাৰ থাকিলেও তেওঁ বাহুবল আৰু ধনবলৰ ওচৰত হাৰ মানিছে। ন্যস্তস্বাৰ্থ পূৰণৰ আশাতেই যে নিৰ্বাচনত এনেদৰে প্ৰতিদ্বন্দ্বী প্ৰাৰ্থীৰ তালিকা দীঘলীয়া হৈছে তাত কোনো সন্দেহ নাই। যোৱা ২০০১ চনৰ অসম বিধানসভাৰ নিৰ্বাচনত কংগ্ৰেছ দলে ভোটাৰে প্ৰদান কৰা মুঠ ভোটৰ প্ৰায় ৩৯ শতাংশহে লাভ কৰিছিল, কিন্তু বিধানসভাত দলটোৱে এইখিনি ভোটেৰেই একক সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ সক্ষম হৈছিল। 'অসমীয়া প্ৰতিদিন' কাকতত যোৱা ২০০১ চনৰ বিধানসভা নিৰ্বাচনত বিভিন্ন সমষ্টিত বিজয়ী আৰু পৰাজিত প্ৰাৰ্থীসকলৰ তালিকাবোৰ ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। এই তালিকাবোৰত থকা কোনে কিমান ভোট পাইছিল সেই তথ্যবোৰলৈ চকু দিয়ালেই ভালদৰে ক'ব পাৰি যে বেছিভাগ প্ৰাৰ্থীয়েই বিজয়ী হৈছিল প্ৰদান কৰা মুঠ ভোটৰ ৪০

শতাংশতকৈ কম ভোট লাভ কৰি। এই ধৰণৰ গণতান্ত্রিক ব্যৱস্থাত মুঠ ভোটৰ এক বা দুই শতাংশ লাভ কৰিও এগৰাকী প্রার্থী বিজয়ী হৈ ক্ষমতাধিষ্ঠিত হ'ব পাৰে। ১৯৮৩ চনৰ লোকসভা নির্বাচনত অসমত তেনে ধৰণৰ ঘটনাই ঘটিছিল। অসম আন্দোলনত জঁপিয়াই পৰা অসমৰ সংখ্যাগৰিষ্ঠ জনসাধাৰণ ভোটদানৰ পৰা বিৰত আছিল। অসমৰ জনসাধাৰণ প্রতিনিধিত্বহীন হৈ পৰিছিল দেশৰ সংসদত। আমাৰ গণতন্ত্রৰ প্রহসন হ'ল যে দেশৰ সংসদত অসম প্রতিনিধিত্বহীন হৈ থকা এনে এক অবস্থাতে আব্দুল মুহিব মজুমদাৰৰ উদ্যোগত অসমৰ বিৰুদ্ধে বৈষম্যমূলক আই এম ডি টি বিধেয়ক সংসদত গৃহীত কৰা হৈছিল। সংখ্যাগৰিষ্ঠতা নোহোৱাকৈয়ে জনপ্রতিনিধি হ'ব পৰা ভাৰতীয় গণতন্ত্রৰ ই এক ভয়ংকৰ দিশ।

নির্বাচন গণতান্ত্রিক সমাজ ব্যৱস্থাৰ অংগ হোৱা সত্বেও ই আজি আমাৰ সমাজত ক্ষতিকাৰক, গণতন্ত্রবিধ্বংসী অপশাসন প্রতিষ্ঠাত বাধা দিব পৰা নাই। ভ্রষ্টাচাৰীসকলক ক্ষমতাচ্যুত কৰিব পৰা নাই, বৰং ভ্রষ্টাচাৰীসকলেহে ক্ষমতা লাভ কৰাত নির্বাচনক আহিলা হিচাপে ব্যৱহাৰ কৰি আহিছে। ফলত ভোটদাতাই দিয়া ভোটটো তেওঁৰ নিজৰ স্বার্থৰ বিৰুদ্ধেই ব্যৱহৃত হৈছে। আমি সকলো এখন প্রতাৰণাকাৰীৰ দেশৰ নাগৰিকত পৰিণত হৈছো। শাসনযন্ত্রটো মিথ্যাচাৰ, প্রতাৰণা আৰু ভ্রষ্টাচাৰৰ যন্ত্র। ইয়াৰ পৰা উদ্ধাৰ পোৱাৰ কোনো উপায় ভাৰতৰ সংবিধানত নাই। পশ্চিমীয়া কিছুমান দেশত ৰাজনৈতিক নেতাসকলে নির্বাচনৰ যোগেদি যাতে প্রতাৰণা আৰু ভ্রষ্টাচাৰ চলাই থাকিব নোৱাৰে, তাৰ লক্ষ্য ৰাখি 'ৰিকল' (Recall) কৰা বা নির্বাচিত জনপ্রতিনিধিক পদচ্যুত কৰাৰ ব্যৱস্থা আছে। নির্বাচনত দিয়া প্রতিশ্রুতি পালন নকৰিলে নাইবা অপশাসন চলালে জনপ্রতিনিধিক পদচ্যুত কৰাৰ ব্যৱস্থা থকাটো ভাৰতৰ দৰে দেশত অতি প্রয়োজন আছিল যদিও সংবিধান প্রণেতাসকলে এনে ব্যৱস্থাৰ কথা নাভাবিলে। ভ্রষ্টাচাৰীসকলে সেয়ে ভাৰতত বছৰৰ পিছত বছৰ ধৰি ক্ষমতাত অধিষ্ঠিত হৈ থাকিব পাৰে। একাংশ ৰাজনৈতিক নেতাহে ভ্রষ্টাচাৰী হোৱা হ'লেও কিছু আশা কৰিব পৰা গ'লহেঁতেন, কিয়নো ৰাইজে বাকী অংশটোৰ ওপৰত ভৰসা কৰিলেহেঁতেন। কিন্তু এনে কোনো সৎ নেতা নাই যি ক'ব পাৰে যে প্রতিশ্রুতি অনুসৰি কাম কৰাত ব্যর্থ হ'লে তেওঁ পদত্যাগ কৰিব। যিহেতু 'Recall' কৰা অথবা পদচ্যুত কৰাৰ ব্যৱস্থা ভাৰতীয় গণতন্ত্রত নাই, সেয়ে এনে ক্ষেত্রত স্বেচ্ছাই পদত্যাগ কৰাটো সততাৰ নিদর্শন হ'লহেঁতেন।

নির্বাচনত অসমৰ জনসাধাৰণে দেখিছে কেনেকৈ প্রার্থীসকলে নির্বাচনী বিধি উলংঘা কৰি ভোট লাভৰ লেতেৰা ৰাজনীতি খেলে। কোটি কোটি ক'লা টকা খৰচ কৰিব পাৰে একোগৰাকী প্রার্থীয়ে। তেওঁলোকে ভোট ক্রয় কৰে। নির্বাচন আয়োগে এগৰাকী প্রার্থীৰ নির্বাচনী ব্যয়ৰ সর্বোচ্চ সীমা বান্ধি দিয়া সত্বেও আয়োগৰ নীতি-নির্দেশনা ক্ষমতাৰ অধিকাৰী প্রার্থীসকলে নামানে। তেওঁলোকে কোটি কোটি টকা খৰচ কৰে। ক'ৰ পৰা আহে এই ধন? নির্বাচনৰ বাবে ধন খৰচ সকলো গণতান্ত্রিক দেশতেই হয়। আমেৰিকাৰ দৰে দেশত নির্বাচন যথেষ্ট ব্যয়বহুল। প্রার্থীসকলে নির্বাচনৰ বহু পূর্বৰে পৰা পুঁজি (ফাণ্ড) সংগ্রহৰ কাম আৰম্ভ

কৰে। বিভিন্ন সভা-অনুষ্ঠান-কাৰ্যসূচীৰ যোগেদি অতি কষ্টেৰে নিৰ্বাচনী পুঁজি সংগ্ৰহ কৰা হয়। প্ৰাৰ্থীসকলে কৰা পুঁজি সংগ্ৰহ কাৰ্যত সম্পূৰ্ণ স্বচ্ছতা ৰখা হয়। ক'ত কিমান কাৰ পৰা সংগ্ৰহ কৰিলে তাৰ হিচাপ লগে লগেই দাখিল কৰা হয়। জনসাধাৰণ অথবা ভোটদাতাসকলে জানিব পাৰে কোন প্ৰাৰ্থীয়ে কিমান ধন সংগ্ৰহ কৰিছে নিৰ্বাচনৰ নামত। পুঁজি সংগ্ৰহৰ এই সমস্ত প্ৰক্ৰিয়াটো স্বচ্ছ আৰু ক'লা ধন নথকাত সেই ধনৰ চেকাও নিৰ্বাচনত পৰিবলৈ দিয়া নহয়। কিন্তু আমাৰ দেশত চৰকাৰে আজিও ক'লা ধন বাহিৰ কৰিব নোৱাৰিলে। দেশৰ অৰ্থনীতি গ্ৰাস কৰিছে ক'লা ধনে। এক সমান্তৰাল অৰ্থনীতি চলাই ৰাখিছে ক'লা ধনে। দেশৰ বজাৰ, চৰকাৰ ক'লা ধনে নিয়ন্ত্ৰণ কৰে। এই ক'লা ধনৰ টকাৰে নেতাসকলে নিৰ্বাচন খেলে। শ শ, হেজাৰ হেজাৰ কোটি বেহিচাপী, ক'লা ধনৰ উৎসবোৰ কি জনসাধাৰণে নজনা নহয়। কৰ ফাঁকি দিয়া ব্যৱসায়ী, ৰাজহুৱা ধন লুটি থকা চৰকাৰী বিষয়া, গুণ্ডাকৰ, ঘোচ আৰু কমিছন খোৱাসকল — এইবোৰ ক'লা ধনৰ প্ৰধান উৎস। ভোট বিচাৰি 'দলীয় কৰ্মী'সকলে ধন বিলাবলৈ গৈ ধৰাও পৰিছে, ৰাইজে তেওঁলোকক খেদিও পঠিয়াইছে। কিন্তু এনে ধৰণৰ সজাগতা তথা প্ৰতিৰোধ ৰাজ্যৰ সকলোতে সবল নহয়। গতিকে ক'লা ধনে আমাৰ আৰু গণতন্ত্ৰৰ ভাগ্য নিয়ন্ত্ৰণ কৰি আছে।

ইটালিয়ান ৰাজনৈতিক তাত্ত্বিক বুদ্ধিজীৱীসকলে ব্যৱহাৰ কৰিবলৈ লোৱা এটা শব্দ আজিকালি বহুতেই ব্যৱহাৰ কৰে। শব্দটো হ'ল 'কোৱালংকিজমো' (QUALUNQISMO)। কি এই কোৱালংকিজমো? ইটালিয়ানসকলে ইয়াক পেটিবুৰ্জোৱা ৰক্ষণশীল তত্ত্বক বুজাবলৈ ব্যৱহাৰ কৰে। যদিও কোৱালংকিজমো হ'ল মূলতঃ সমাজৰ স্বাৰ্থৰ নামত ব্যক্তিগত স্বাৰ্থপূৰণ। আগশাৰীৰ ইটালিয়ান ৰাজনৈতিক তাত্ত্বিক নৰ্বেটো ব'বিঅ'ৰ মতে সামাজিক স্বাৰ্থৰ কথা কৈ যি নিজৰ স্বাৰ্থ পূৰণ কৰে আৰু এই নীতিত বিশ্বাস কৰে যে নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰাটো বুদ্ধিমানৰ কাম আৰু কোনো লোকে যদি ৰাজনীতি কৰে বা ৰাজনীতিত জড়িত হয় তেন্তে তেওঁৰ একমাত্ৰ উদ্দেশ্য হ'ব লাগিব ব্যক্তিগত স্বাৰ্থপূৰণ। এই তত্ত্বৰ পিছফালে সক্ৰিয় হৈ থকা চিন্তাটো হ'ল মানুহে ন্যস্তস্বাৰ্থৰ কথা চিন্তা কৰিহে কিবা এটা কৰে আৰু প্ৰত্যেকেই নিজৰ স্বাৰ্থৰ কথাহে চিন্তা কৰা উচিত আৰু তথাকথিত ৰাজহুৱা স্বাৰ্থহে। এই ধৰণৰ চিন্তাক ব'বিঅ'ৱে দূৰলৈ চাব নোৱৰা ৰোগ (Myopia) নাইবা দূৰদৃষ্টিহীনতা বুলি বৰ্ণনা কৰিছে (১)। নিজৰ স্বাৰ্থৰ বাহিৰে পৃথিৱীত একো দেখা নোপোৱা এই লোকসকলে আহি যেন আজি ভাৰত তথা অসমত জন্ম ল'লে। আমাৰ ৰাজনৈতিক দল তথা নেতাসকলৰো আজি একেটাই ৰোগ সমাজৰ স্বাৰ্থৰ নামত ব্যক্তিগত স্বাৰ্থপূৰণ অৰ্থাৎ কোৱালংকিজমো। নিৰ্বাচন আয়োগৰ সকলো বিধি, নিৰ্দেশ উলংঘা কৰি প্ৰাৰ্থীসকলে কোটি কোটি ক'লা টকা ঢালে কেৱল নিৰ্বাচনত জয়লাভ কৰাৰ লক্ষ্যেৰে। তেওঁলোকৰ সকলোৱে মুখত দেশসেৱা, সমাজ সেৱাৰ কথা। কিন্তু সকলোৱে জানে যে দেশসেৱা কোনেও নকৰে, দুই-চাৰিৰ বাহিৰে সকলোৱে নিজৰ স্বাৰ্থ পূৰণ কৰাত লাগি যায়। কোৱালংকিজমোৰ ইয়াতকৈ ভাল উদাহৰণ আৰু ক'ত দেখিবলৈ পাব? আমাৰ সমাজত ব্যক্তিগত স্বাৰ্থৰ উৰ্দ্ধলৈ গৈ চিন্তা কৰা আৰু চাব পৰা লোক যেন শেষ হৈ আহিছে। চাৰিওফালে চকুত পৰে

কোৱালংকিজমোৰ উপাসনা। ইয়াৰ পৰা মুক্তিৰ পথ অৰাজনৈতিক সাধনা নিশ্চয় নহয়। প্ৰতিবাদ আৰু বিৰোধিতাৰ কণ্ঠস্বৰতেই আছে মুক্তিৰ পথ। গণতন্ত্ৰৰ পথটোও বিৰোধিতা বা Dissent ৰ পথ। বিৰোধিতা য'ত শেষ হৈছে তাত গণতন্ত্ৰও শেষ হৈছে।

গণতন্ত্ৰত অংশ গ্ৰহণ অত্যাৱশ্যকীয়। ভোটদান এনে এক অংশগ্ৰহণ। গণতন্ত্ৰ এটা যান্ত্ৰিক, নিষ্ক্ৰিয় ব্যৱস্থা নহয় যে নাগৰিকৰ অংশগ্ৰহণৰ অবিহনেই ই চলি থাকিব। যিসকলে সমাজৰ স্বাৰ্থৰ নামত জনপ্ৰতিনিধি হৈ কেৱল নিজৰ স্বাৰ্থপূৰণত লাগিছে তেওঁলোকৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰিব পাৰি তেওঁলোকৰ বিৰুদ্ধে ভোটদান কৰি। গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ পৰা আঁতৰত থাকি এই কাম কৰিব নোৱাৰি। ক্ষমতাৰ অপব্যৱহাৰৰ বিৰুদ্ধে জনসাধাৰণে থিয় দিবই লাগিব আৰু সেইটো কৰিলেহে যিকোনো গণতান্ত্ৰিক ব্যৱস্থা জীয়াই ৰখা সম্ভৱ।

[দুই]

ফ্ৰান্সিছ ফুকুয়ামাৰ 'ইতিহাসৰ সমাপ্তি' (দ এ'ণ্ড অৱ হিষ্ট্ৰী) তত্ত্বৰ সৈতে একমত নহৈও আমি ক'ব পাৰো যে মানৱ সমাজত ৰাজনৈতিক ব্যৱস্থা হিচাপে উদাৰতাবাদী গণতন্ত্ৰৰ গ্ৰহণযোগ্যতা আটাইতকৈ বেছি। অ'ক্টাভিঅ' পাজেও গণতন্ত্ৰক মানৱ সমাজৰ সৰ্বশ্ৰেষ্ঠ আৱিষ্কাৰ ('It is the best of all that humanity has invented') বুলি উল্লেখ কৰিছে (২)। অৱশ্যে 'ইতিহাসৰ সমাপ্তি' তত্ত্বৰ যোগেদি ফুকুয়ামাই ঐতিহাসিক ঘটনাৱলীৰ সমাপ্তি হ'ল বুলি কোৱা নাই। তেওঁ প্ৰধানকৈ হে'গে'লীয়-মাৰ্ক্সীয়তত্ত্বই ইমান দিনে কৈ অহা সমাজ ব্যৱস্থাৰ প্ৰগতিশীল বিৱৰ্তনৰ ইতিহাসৰহে পৰিসমাপ্তি ঘটাৰ ধাৰণাটো দাঙি ধৰিছে। হে'গে'ল আৰু মাৰ্ক্স — এই দুয়োগৰাকী মনীষীয়েই বিশ্বাস কৰিছিল যে মানৱ সমাজৰ ইতিহাসৰ এক প্ৰগতিশীল ক্ৰমবিকাশ হৈ চূড়ান্ত অৱস্থাৰ দিশে গতি কৰিছে। এই চূড়ান্ত পৰ্যায়টোক তেওঁলোকে ইতিহাসৰ অন্তিম পৰ্যায় হিচাপে ধৰি লৈছিল (৩)। হে'গে'লৰ মতে এই প্ৰগতিশীল ক্ৰমবিকাশৰ অন্তিম বিন্দুত অথবা পৰ্যায়ত মানৱ সমাজ উদাৰতাবাদী ৰাষ্ট্ৰব্যৱস্থাত উপনীত হ'ব। কিন্তু মাৰ্ক্সৰ মতে মানৱ সমাজে উপনীত হ'বলগীয়া অন্তিম পৰ্যায়টো হ'ল সাম্যবাদী সমাজ। কিন্তু উদাৰতাবাদী গণতান্ত্ৰিক সমাজতকৈ শ্ৰেষ্ঠ আন কোনো ব্যৱস্থা আজিৰ মানৱ সমাজে বিচাৰি পোৱা নাই। ফুকুয়ামাই সেয়ে উদাৰতাবাদী গণতন্ত্ৰই চূড়ান্তভাৱে জয়ী হ'ল বুলি ক'ব খোজে। আমি অন্তিম অথবা চূড়ান্তবিধৰ সমাজ ব্যৱস্থাত আহি উপনীত হৈছো। এয়ে হ'ল ইতিহাসৰ সমাপ্তি। ফুকুয়ামাৰ মত হ'ল — উত্তৰাধিকাৰসূত্ৰে হোৱা ৰাজতন্ত্ৰ, ফেচিবাদ, সাম্যবাদ — এই সকলো ৰাজনৈতিক আদৰ্শক জয় কৰি বিশ্বৰ সকলো দেশৰে শাসন ব্যৱস্থা হিচাপে উদাৰতাবাদী গণতন্ত্ৰৰ উত্থান ঘটিছে। ফুকুয়ামাই ইয়াক মানৱ জাতিৰ ৰাজনৈতিক আদৰ্শগত ক্ৰমবিকাশৰ শেষ বিন্দু বুলি কৈছে (৪)। উদাৰতাবাদী গণতন্ত্ৰক সৰ্বশ্ৰেষ্ঠ ৰাজনৈতিক আদৰ্শ হিচাপে বিশ্বাস কৰাসকলেও কিন্তু এটা কথা মনত ৰাখিব লাগিব যে গণতন্ত্ৰৰ এটা চূড়ান্ত, নিখুঁত ৰূপ থকা বুলি নাইবা গণতন্ত্ৰক চূড়ান্ত, নিখুঁত ৰূপ দিয়া হ'ল বুলি ক'ব নোৱাৰি। এই সন্দৰ্ভত জাক ডেৰিডাৰ দৃষ্টিভংগীয়ে আমাক সহায় কৰিব পাৰে। ডেৰিডাৰ মতে যিকোনো গণতন্ত্ৰতেই প্ৰকৃত গণতন্ত্ৰৰ অভাৱ

থাকেই। কিয়নো গণতন্ত্ৰৰ আদৰ্শ সন্দৰ্ভত নানান মত পাৰ্থক্য বৈ গৈছে। ডেৰিডাৰ মতে ইতিহাসৰ অন্তিম বিন্দু, চূড়ান্ত গণতন্ত্ৰ, চূড়ান্ত সত্য ইত্যাদি ধাৰণাবোৰৰ বাস্তৱ ৰূপৰ উপস্থিতি আমি দেখিবলৈ পোৱা নাই। ডেৰিডাই এই ধাৰণাবোৰৰ বাস্তৱ ৰূপ সদায় স্থগিত হৈ থকা নাইবা সদায় 'আহিবলৈ বাকী থকা' ('remains to come') বুলি উল্লেখ কৰিছে। ফুকুয়ামাই কোৱা গণতন্ত্ৰৰ জয়লাভৰ দিনতো আজিৰ দৰে 'হিংসা, অসমতা, বৰ্জন আৰু দুৰ্ভিক্ষই আৰু সেইদৰে অৰ্থনৈতিক শোষণে বিশ্বৰ আৰু মানৱৰ ইতিহাসত কোনোকালেই ইমান বেছি মানুহক প্ৰভাৱিত কৰা নাছিল' (৫)। তেন্তে আজিৰ উদাৰতাবাদী গণতন্ত্ৰবোৰৰ বিষয়ত আমি সন্দেহমুক্ত হওঁ কেনেকৈ? এবিধ উদাৰতাবাদী গণতন্ত্ৰই ইংলেণ্ড আৰু আমেৰিকাত থেচ্চাৰবাদ (Thatcherism) আৰু ৰেগনবাদৰ (Reaganism) জন্ম দিছে যাক ৰাজনৈতিক তাত্ত্বিকসকলে 'নব্য-সংৰক্ষণবাদ' আখ্যা দিছে। নব্য-সংৰক্ষণবাদৰ দৰেই নব্য উদাৰতাবাদো আজিৰ এক ৰক্ষণশীল মতবাদ। ইংলেণ্ডৰ লেবাৰ পাৰ্টিৰ নেতা তথা প্ৰধানমন্ত্ৰী টনী ব্লেয়াৰৰ নব্য-উদাৰতাবাদেও পৰম্পৰাগত ৰক্ষণশীল আদৰ্শক সমৰ্থন দিয়ে। আমেৰিকাৰ ৰক্ষণশীল ৰিপাব্লিকান ৰাষ্ট্ৰপতি জৰ্জ ডব্লিউ বুশ্বৰ সৈতে লগ লাগি মিছা তথ্যৰ ভিত্তিত ইৰাক আক্ৰমণ কৰে প্ৰধানমন্ত্ৰী ব্লেয়াৰে। এণ্টনী গিডেন্সে উল্লেখ কৰিছে যে নব্য-উদাৰতাবাদৰ মূল কথাই হ'ল— প্ৰায় সকলো ক্ষেত্ৰতে চৰকাৰতকৈ বজাৰ ওপৰত। বজাৰক সম্পূৰ্ণ আৰু মুক্তভাৱে ভূমিকা ল'বলৈ এৰি দিলে সামাজিক ন্যায়ৰবাবে কোনো নীতি নাথাকে নাইবা নীতিৰ প্ৰয়োজন নোহোৱা হৈ পৰে। প্ৰতিটো বস্তুকে মূল্যৰ বিনিময়ত কিনা আৰু বিক্ৰী কৰা হয়। চৰকাৰৰ ভূমিকা অতি সামান্য কৰাৰ ধাৰণাটো ইয়াৰ পৰাই আহিছে। আইন-শৃংখলা, প্ৰতিৰক্ষা আৰু চুক্তিসমূহৰ আইনসম্মত আধাৰৰ বাবেহে চৰকাৰৰ প্ৰয়োজন। নব্য-উদাৰতাবাদত ৰক্ষণশীল প্ৰভাৱ শক্তিশালী। পৰম্পৰাগত প্ৰতীক, পৰম্পৰাগত পৰিয়াল আৰু পৰম্পৰাগত ৰাষ্ট্ৰক ই সংৰক্ষিত কৰি ৰাখে (৬)। গিডেন্সে কৈছে যে বুদ্ধিজীৱী আৰু ভোটদাতাসকলকে ধৰি বহুতেই আজি এনে নব্য-উদাৰতাবাদক প্ৰত্যাখ্যান কৰিছে। বিশ্বৰ বজাৰত অসহায় অথবা অসুৰক্ষিত অনুভৱকৰা অৱস্থাত 'you are on your own' বুলি কোৱাটো আজি বেছিভাগ লোকেই ভাল নাপায়। বিশ্বজুৰি যি অক্ষমতাৰ সমস্যাই দেখা দিছে, সি আনকি বিশ্ববেংকৰ দৰে প্ৰতিষ্ঠানকো চিন্তা কৰিবলৈ বাধ্য কৰিছে। এই পৰিস্থিতিয়ে ৰাজনৈতিক সচেতনতাৰ গতি সলনি কৰিছে। গিডেন্সে ইয়াক 'তৃতীয় পথ' (Third way) হিচাপে দেখুৱাব খোজে। নব্য উদাৰতাবাদৰ যদি পতন ঘটিছে তেন্তে আমি কোনো এক সুকীয়া পথ অৰ্থাৎ এটা তৃতীয় পথৰ সন্ধান কৰিব লাগিব। গিডেন্সে এই তৃতীয় পথটোক 'বাওঁমধ্যমপন্থী' আখ্যা দিয়াৰ লগতে কৈছে — 'মোৰ বাবে তৃতীয় পথৰ ৰাজনীতি হ'ল সামাজিক গণতন্ত্ৰৰ পুনৰ জন্ম' (৭)।

আমেৰিকা আৰু ইংলেণ্ডত ক্ষমতাত থকা বিশ্বৰ উদাৰতাবাদী ৰাজনীতিৰ কেতবোৰ বিপজ্জনক পৰিণাম আমি ইতিমধ্যে দেখিবলৈ পাইছো। বেঞ্জামিন বাৰ্বাৰৰ মতে উদাৰতাবাদে মানৱ জীৱনৰ অৰ্থ তথা প্ৰমূল্যবোৰ লাঘৱ কৰা এক অৰ্থনৈতিক মানৱৰ বিমূৰ্ত ছবি দাঙি ধৰিছে — বিছিন্ন ছবিত মানুহ এক পশু, স্বাৰ্থলোভী নিষ্ক্ৰিয় দৰ্শক নাইবা মাত্ৰ

উপভোক্তা, পৰস্পৰে পৰস্পৰৰ এক বৈৰী প্ৰতিযোগী আৰু চিকাৰী আক্ৰমণকাৰী। গণতন্ত্ৰৰ প্ৰতি, ৰাজনৈতিক সক্ৰিয়তাৰ প্ৰতি আওকণীয়া মনোভাৱৰ সৃষ্টি কৰা হৈছে — য'ত দেশৰ নাগৰিকসকল হ'ল মাত্ৰ দৰ্শক আৰু গ্ৰাহক আৰু ৰাজনৈতিক নেতাসকল পেছাদাৰ (প্ৰফেছনেল) — যিসকলে দেশৰ শাসনতন্ত্ৰ চলায়। এনে সমাজত গণতন্ত্ৰক এক যৌথ স্বশাসন হিচাপে বুজিবলৈ বিচৰা নহয়, তাৰ পৰিবৰ্তে ইয়াক কিছু বছৰৰ মূৰে মূৰে নিৰ্বাচনৰ যোগেদি বৈধতা লাভ কৰা ক্ষমতাবান মুষ্টিমেয় একশ্ৰেণী লোকৰ (এলিট) শাসন হিচাপেহে বুজিবলৈ বিচৰা হয় ঃ বাৰ্বাৰে আমেৰিকা আৰু ইংলেণ্ডত জয়জয়-ময়ময় হোৱা এনেবিধ উদাৰতাবাদৰ প্ৰতি সতৰ্কবাণী শুনাইছে এইদৰে (৮)। বৰ্তমান ভাৰতৰ দৰে দেশতো গণতান্ত্ৰিক ৰজনীতিৰ ছবিখনে একেই ৰূপ লৈছে। ভোট দিয়াৰ বাহিৰে ভোতদাতা নাগৰিকসকল নিষ্ক্ৰিয় দৰ্শক আৰু গ্ৰাহকত পৰিণত হৈছে। ৰাজনৈতিক নেতাসকলো পেছাদাৰত পৰিণত হৈছে। ক্ষমতালাভৰ কাৰণে তেওঁলোকে নিৰ্বাচনৰ সময়ত ভোটদাতা নাগৰিকসকলক উপভোক্তা তথা গ্ৰাহক হিচাপেহে পাব বিচাৰে, সক্ৰিয় নাগৰিক হিচাপে নহয়। দেশৰ সমস্যাসমূহ সমাধানৰ কাৰ্যসূচী লৈ সিবিলাকৰ সৈতে নিজকে লিপ্ত কৰা — এনেধৰণৰ ৰাজনৈতিক সক্ৰিয়তা (Political activism) আছে ক'ত? আমাৰ দিনত দেখিবলৈ পোৱা অংশগ্ৰহণ আৰু ৰাজনৈতিক সক্ৰিয়তাৰ এটা উদাহৰণ আছিল প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ। তেওঁৰ আদৰ্শ আৰু ৰাজনৈতিক জীৱনত এনে উদাহৰণ আমি বিচাৰি পাওঁ। সিংহৰ মৃত্যুৰ পিছত কোনো কোনো মাৰ্ক্সবাদী নেতাই জীৱনৰ শেষৰফালে তেওঁ ৰাজনৈতিকভাৱে প্ৰাসংগিকতা হেৰুৱাইছিল বুলি উল্লেখ কৰিছে। কথাটো সঁচানে?

পৰম্পৰাগত মাৰ্ক্সবাদী দৃষ্টিভংগীৰে শৰৎ সিংহৰ ৰাজনীতিৰ প্ৰাসংগিকতা বিচাৰিলে পোৱাটো টান হ'ব। মাৰ্ক্সবাদীসকলে যিহেতু শ্ৰেণী সংগ্ৰামকেই ইতিহাসৰ চালিকা শক্তি বুলি বিশ্বাস কৰে, সেয়েহে তেওঁলোকে আন অসংখ্য সংঘাত আৰু সমস্যাবোৰক গৌণ বুলি বিবেচনা কৰে। এনে সৰ্বাত্মকতাবাদী (totalizing) আৰু সাৰ্বজনীনতাবাদী মতাদৰ্শৰ এটা ফল হ'ল — জাতীয়, নৃগোষ্ঠীয়, সমষ্টিগত সমস্যা, ব্যাপক দুৰ্নীতি, অপৰাধ বৃদ্ধি, নাৰীৰ প্ৰতি অবিচাৰ, বলাৎকাৰ, যৌন আতিশয্য, লিংগ বৈষম্য, নিবনুৱা সমস্যা, শিক্ষা ক্ষেত্ৰত দুৰ্নীতি, পৰিবেশ প্ৰদূষণ ইত্যাদি অসংখ্য বিষয়ক (ইছু) তেওঁলোকে তেওঁলোকৰ সংগ্ৰামৰ কাৰ্যসূচীৰ অন্তৰ্ভুক্ত নকৰে। গণতান্ত্ৰিক সমাজত থকা ত্ৰুটিসমূহ আৰু ৰাষ্ট্ৰীয় ৰাজনীতি, জাতিৰাষ্ট্ৰৰ (nation state) অগণতান্ত্ৰিক, দমনমূলক চৰিত্ৰক সৰ্বভাৰতীয়তাবাদী কমিউনিষ্টসকলে দেখা নোপোৱা হৈছে। শৰৎ সিংহই তেওঁৰ ৰাজনৈতিক জীৱনৰ আগছোৱাত এটা সৰ্বভাৰতীয় শাসক দলৰ ৰাজনীতি কৰি আৰু মুখ্যমন্ত্ৰী হৈ সেই ৰাজনীতি পিছত বিসৰ্জন দিয়ে। আগে-পিছে নিৰাপত্তাৰক্ষীৰ গাড়ী, সশস্ত্ৰ দেহৰক্ষী— এইবোৰ ক্ষমতাৰ প্ৰতীক। ক্ষমতাৰ প্ৰতীকবোৰ দমনৰো প্ৰতীক। এই দমনকাৰী ক্ষমতাৰ বিপৰীতে আমি পালো কোজকড়া, ছিটিবাহুত ভ্ৰমণ কৰা শৰৎ সিংহক। দমনমূলক ক্ষমতাৰ প্ৰতীক সৰ্বভাৰতীয়, ৰাষ্ট্ৰীয় কংগ্ৰেছৰ পৰা ওলাই আহি পিছত ক্ষুদ্ৰ দল কংগ্ৰেছ (এছ), এন চি পি আদিৰ দৰে নেতা হৈ থাকি তেওঁ অসমৰ, উত্তৰ-পূৰ্বাঞ্চলৰ আৰু আনকি স্থানীয় লোকৰ

সমস্যাবোৰক ৰাজনৈতিক বিষয় (ইচ্যু) হিচাপে বিবেচনা কৰিবলৈ লয় আৰু তেওঁৰ এনে সামাজিক, নাগৰিক, ৰাজনৈতিক কৰ্মী বা সক্ৰিয়তাবাদীৰ (activist) ভূমিকাই অসমৰ সাম্প্ৰতিক ৰাজনীতিত তেওঁক বেছি প্ৰাসংগিক কৰিছিল। বাৰম্বাৰ তেওঁ মানৱ অধিকাৰ উলংঘাকাৰীসকলৰ বিৰুদ্ধে ৰাজপথলৈ ওলাই আহিছিল। ভ্ৰাতৃঘাতী সংঘৰ্ষ, স্থানীয় লোকক নিৰ্মমভাবে চৰকাৰে চলোৱা উচ্ছেদৰ সময়ত তেওঁ পীড়িতসকলৰ পক্ষত থিয় দিছিল। এখন গণতান্ত্ৰিক সমাজত এই ভূমিকা ৰাজনৈতিকভাবে আজি আটাইতকৈ বেছি প্ৰাসংগিক নাইবা জৰুৰী বুলি ক'লেও ভুল নহ'ব। উদাৰতাবাদী গণতন্ত্ৰই যে ঐতিহাসিক বিপ্লৱৰ দৰে ঘটনাৰ অৱসান ঘটাইছে— ফুকুয়ামাৰ তত্ত্বৰ সমৰ্থক নোহোৱাকৈও ক'ব পৰা যায়। এদিন এটা ডাঙৰ বিপ্লৱ হ'ব (ফ্ৰান্স, ৰাছিয়া বা চীনত ঘটাৰ দৰে), তেতিয়া সকলো শোষণৰ অৱসান ঘটিব আৰু এক সমাজতান্ত্ৰিক, সম্পূৰ্ণ নিখুঁত ন্যায়সংগত ব্যৱস্থা প্ৰতিষ্ঠা হ'ব — এনে ধৰণৰ সৰ্বাত্মকতাবাদী মতাদৰ্শভিত্তিক কল্পনা আজি কোনেও নকৰে। কিন্তু যশ্বাচী চিন্তাবিদ ফেলিক্স গুৱাটাৰীৰ ভাষাত কেতবোৰ অতি ক্ষুদ্ৰ অথবা সূক্ষ্ম বিপ্লৱ ('মাইক্ৰো ৰিভলিউচন') হ'ব পাৰে। গণতান্ত্ৰিক সমাজৰ ত্ৰুটি আৰু ব্যৰ্থতাবোৰ আৰু গণতন্ত্ৰৰ আঁৰ লৈ থকা দমনকাৰী শক্তিবোৰৰ সৈতে নিতৌ আমাৰ সংঘাত হয়। গণতান্ত্ৰিক অনুষ্ঠান, এজেন্সি, আইন-কানুন সকলোতে আজিৰ মানুহ অসহায়। গুৱাটাৰীয়ে 'মিনিং এণ্ড পাৱাৰ' শীৰ্ষক ৰচনাত লিখিছে — 'এনে কোনো মুহূৰ্ত নাই, যেতিয়া আমি ক্ষমতা গোটৰ দ্বাৰা পৰিবেষ্টিত হৈ নাথাকো। আমাৰ সমাজত জনসাধাৰণে বেছি অংগ-ভংগি নিশ্চয় কৰিব নালাগিব; আমি আমাৰ যথাস্থানত থাকিবই লাগিব, নিৰ্ধাৰিত হৈ থকা ডটচিনৰ ৰেখাডালত স্বাক্ষৰ কৰিবই লাগিব, আমাক দিয়া সংকেত আমি চিনি পাবই লাগিব— আৰু এইবোৰৰ যিকোনো এটাতে ব্যৰ্থ হ'লে আমি বন্দীশাল নাইবা পগলা ফাটেকলৈ নিক্ষেপিত হ'ম' (৯)।

ক্ষমতাশালীসকলৰ বাবে আমাৰ সমাজত গণতন্ত্ৰ, সাংবিধানিক অধিকাৰ, ৰাজহুৱা স্বাৰ্থ আদি দমনমূলক ব্যৱস্থাৰ কৌশল অথবা ফন্দি হৈ পৰিছে। গণতান্ত্ৰিক অধিকাৰ আৰু মানৱ অধিকাৰ খৰ্বকাৰীৰ বিৰুদ্ধে আৰু যিকোনো ধৰণৰ অন্যায়, অপৰাধৰ বিপক্ষে থিয় দিয়াটো 'বৈপ্লৱিক' কাৰ্যসূচী নহ'ব পাৰে, কিন্তু ই আজি মানুহৰ শ্ৰেষ্ঠতৰ দায়িত্ব। নিতৌ আমাৰ সন্মুখতে বহু ধৰণৰ অধিকাৰ যিকোনো সময়তে হেৰুওৱাৰ ভয় আমাৰ মাজত অতি গভীৰ। আমি লাভ কৰা স্বাধীনতাৰ ওপৰতো নানান সন্দেহ বৈ গৈছে। ইজাইয়া বাৰ্লিনে উল্লেখ কৰিছে যে স্বাধীনতা এনে এটা শব্দ যাৰ দুশৰো অধিক অৰ্থ চিন্তাবিদসকলে আগবঢ়াইছে (১০)। জিগমাণ্ট ব'মেনে প্ৰশ্ন উত্থাপন কৰিছে 'আমাৰ স্বাধীনতা কিমান স্বাধীন?' বুলি (১১)।

ৰাজনৈতিক সক্ৰিয়তাবাদী শৰৎ সিংহই আমাৰ স্বাধীনতা আৰু গণতান্ত্ৰিক অধিকাৰবোৰ বিচাৰি ৰাজপথলৈ ওলাই আহিছিল। গণতন্ত্ৰৰ গ্ৰহণযোগ্য ৰূপ পাবলৈ আৰু সেই গণতন্ত্ৰক জীয়াই ৰাখিবলৈ সিংহৰ দৰে ৰাজনৈতিক কৰ্মীক আমাৰ ৰাজপথত আমি পাবই লাগিব।

০০০

# জিনিয়াছ

ৰোমাণ্টিকসকলৰ দৰেই 'জিনিয়াছ'ক যদি আমি মৌলিক প্ৰতিভা অথবা 'মৌলিকতা' (Originality) হিচাপে বিচাৰ কৰো যি মৌলিক প্ৰতিভা অথবা মৌলিকতাক ঈশ্বৰ-প্ৰদত্ত অসাধাৰণ সৃষ্টি প্ৰতিভা বুলি তেওঁলোকে বিশ্বাস কৰিছিল, তেন্তে সেই বিশ্বাসক আজিৰ বিচাৰধাৰাই প্ৰত্যাখ্যান কৰিব। মৌলিক প্ৰতিভা অথবা 'মৌলিকতা'ৰ অস্তিত্বৰ নাইবা জাক ডেৰিডাৰ ভাষাত 'উপস্থিতি'ৰ কথা অস্বীকাৰ কৰিলে পৰম্পৰাগত অৰ্থত — মৌলিক প্ৰতিভাৰ লগতে 'জিনিছাছ'ৰ ধাৰণাটোও অস্বীকাৰ কৰিব লাগিব। তৎসত্ত্বেও আন বিকল্প শব্দৰ প্ৰচলন নথকাত 'জিনিয়াছ'ক আমি নিষিদ্ধ ঘোষণা কৰিব পৰা নাই। অৱশ্যে জিনিয়াছৰ ব্যাখ্যাও সুকীয়া সুকীয়া হ'ব পাৰে। এখন সাপ্তাহিক মাৰ্কিন বাৰ্তালোচনীত প্ৰকাশিত এটা প্ৰবন্ধত কোৱা হৈছে যে কোনোবাই দহ বছৰ বয়সতে ছটা ভাষা শিকিব পাৰে, আই কিউৰ পৰীক্ষাত এশৰ ভিতৰত এশ নম্বৰ পাব পাৰে; কিন্তু তেওঁলোকক 'জিনিয়াছ' বুলি ক'ব পৰা নাযায়। জিনিয়াছ হ'বৰ কাৰণে সৃষ্টিশীল প্ৰতিভা অত্যাৱশ্যকীয়; কিন্তু সৃষ্টিশীলতাই জিনিয়াছ হোৱাৰ কাৰণে যথেষ্ট নহয়। যাৰ সৃষ্টিয়ে জগতৰ পৰিবৰ্তন সাধন কৰিব পাৰে আৰু নতুন জগত সৃষ্টি কৰিব পাৰে (যেনে আৰ্নল্ড শ্বোয়েনবাৰ্গে শাস্ত্ৰীয় সপ্তসুৰৰ ধাৰণাটো ধ্বংস কৰি বাৰটা সুৰৰ সৃষ্টি কৰে) তেওঁহে প্ৰকৃততে জিনিয়াছ। প্ৰকৃত জিনিয়াছ হ'বলৈ হ'লে চলি থকা সমস্যাৰ সমাধান উলিয়ালেই নহ'ব (যেনে 'এইডছ'ৰ নিৰাময়ৰ ঔষধ আবিষ্কাৰ) তেওঁ নতুন নতুন সমস্যাও উলিয়াই দেখুৱাব পাৰিব লাগিব। আকৌ ধৰক সপোনৰ ব্যাখ্যা আগবঢ়ালেই জিনিয়াছ হ'ব নোৱাৰি, তেওঁ হ'ব লাগিব এজন ছিগ্‌মণ্ড ফ্ৰয়েড। এনেধৰণৰ মান ব্যৱহাৰ কৰিলে আমাৰ সমাজত জিনিয়াছৰ সংখ্যা অতি কম হ'বগৈ। প্ৰশ্ন হ'য়— আমাৰ সমাজত আইনষ্টাইন, ফ্ৰয়েড পাবলো পিকাছোৰ দৰে প্ৰতিভাশালী লোক ইমান কম কিয়? শিক্ষানুষ্ঠানে, পিতৃ-মাতৃয়ে চেষ্টা কৰিলে জিনিয়াছৰ জন্ম দিব পাৰেনে?

১৯০৪ চনতেই মনোবিজ্ঞানী হেভলক ইলিছে তেওঁৰ 'ষ্টাডি অৱ ব্ৰিটিছ জিনিয়াছ' প্ৰকাশ কৰিছিল। এই গৱেষণাত ইলিছে দেখুৱাইছিল— সৰহসংখ্যক জিনিয়াছৰে জন্মৰ সময়ত দেউতাকৰ বয়স ত্ৰিশৰ আৰু মাকৰ বয়স পঁচিশ বছৰৰ অধিক; বহুতো জিনিয়াছৰ চৰিত্ৰ শিশুৰ দৰে আৰু সুস্বাস্থ্যৰ অধিকাৰী নহয়। ভালেমান জিনিয়াছে ব্ৰহ্মচৰ্য পালন কৰে (যেনে গেলিলিও, কোপাৰ্নিকাছ, ডেকাৰ্ট, নিউটন); জিনিয়াছ লোকসকল ধৰ্মীয় স্থানলৈ কম গৈছে; কোনো কোনো জিনিয়াছ মাতৃহীন বা পিতৃহীন। কিন্তু জিনিয়াছৰ চৰিত্ৰ নিৰ্ণয় কৰা নাইবা বুজাৰ ক্ষেত্ৰত এই ধৰণৰ কথাই আমাক বিশেষ সহায় কৰিব নোৱাৰে। সেয়ে আজিৰ গৱেষকসকলে তেনে মহৎ প্ৰতিভাধৰসকলৰ চিন্তাৰ ধৰণ, মানসিক সংস্থিতি নতুবা টেম্পাৰামেণ্ট, ব্যক্তিত্বৰ বৈশিষ্ট্য আদি বিষয়ত অধ্যয়ন কৰাত গুৰুত্ব দিয়ে। তেওঁলোকৰ এনে গৱেষণামূলক অধ্যয়নে সাধাৰণ লোকসকলকো অসাধাৰণ প্ৰতিভা আহৰণ কৰাৰ

বাবে অনুপ্ৰেৰণা দিব পাৰে বুলি ভবা হৈছে। বিশেষকৈ তেওঁলোকৰ গৱেষণাই আজি আমাৰ মাজত পিকাছোৰ দৰে, আইনষ্টাইন নাইবা ফ্ৰয়েডৰ দৰে প্ৰতিভাশালী ব্যক্তি নাই কিয় ?— এই ধৰণৰ প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিছে। এই ক্ষেত্ৰত হাৱাৰ্ড গাৰ্ড্নাৰৰ 'ক্ৰিয়েটিং মাইণ্ডছ' নামৰ গ্ৰন্থখনে গৱেষকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছে। গাৰ্ড্নাৰে তেওঁৰ এই গ্ৰন্থত আধুনিক যুগৰ সাতগৰাকী জিনিয়াছৰ জীৱনৰ বিষয়ে আলোচনা আগবঢ়াইছে। তেওঁলোক হ'ল আইনষ্টাইন, ফ্ৰয়েড, পিকাছো, ষ্ট্ৰাভিন্স্কি, টি এছ এলিয়ট, মহাত্মা গান্ধী আৰু মাৰ্থা গ্ৰাহাম। গাৰ্ডনাৰে অৱশ্যে ইয়াৰ পূৰ্বেও তেওঁৰ বিখ্যাত 'ফ্ৰেম্‌ছ অব মাইণ্ডছ' গ্ৰন্থত মানৱ প্ৰতিভা সন্দৰ্ভত গুৰুত্বপূৰ্ণ মতামত দাঙি ধৰিছে। তেওঁ 'ফ্ৰেম্‌ছ অব্ মাইণ্ড্‌ছ' গ্ৰন্থত গাৰ্ডনাৰে আগবঢ়োৱা তত্ত্ব অনুসৰি-সাংস্কৃতিক পৰিবেশৰ বিভিন্নতা অনুসৰি মানুহৰ মেধাশক্তি (ইণ্টেলিজেন্স) বহু ধৰণৰ হয়। কোনো এক নিৰ্দিষ্ট আই কিউ পৰীক্ষাৰ ওপৰত ভেজা দি একোজন ব্যক্তিৰ প্ৰতিভাশক্তি নিৰ্ণয় কৰা নতুবা পৰিমাপ কৰাটো ভুল। প্ৰচলিত ধৰণৰ আই কিউ পৰীক্ষাৰ অন্ধ ইম্পিৰিচিজমক গাৰ্ডমাৰে নাকচ কৰি বহু প্ৰতিভাৰ (মাল্টিপ্‌ল্ ইনটেলিজেন্স) তত্ত্বটো দাঙি ধৰিছে। এই তত্ত্ব অনুসৰি আমেৰিকান ছাত্ৰ এজনতকৈ ইৰানীয় ছাত্ৰ এজনৰ প্ৰতিভা কম নহয়, মাত্ৰ প্ৰতিভাৰ ৰূপ সুকীয়া সুকীয়া। ইৰানৰ ছাত্ৰজনে কোৰানৰ শিক্ষাৰ বিষয়ে সকলোখিনি জানিব পাৰে, আনহাতে আমেৰিকান ছাত্ৰজনে কম্পিউটাৰ খেলৰ বিষয়ে ভালকৈ জানিব পাৰে। প্ৰচলিত আই কিউ পৰীক্ষাবোৰে ব্যক্তিৰ সীমিত দক্ষতা নতুবা নৈপুণ্যৰহে (লিমিটেড স্কিল্‌ছ) জোখ ল'ব পাৰে। ইয়াৰ বিপৰীতে মানুহৰ প্ৰতিভা বহু ধৰণৰ (যেনে সাংগীতিক, স্থানিক, সামাজিক ইত্যাদি)। সম্প্ৰতি শিক্ষকসকলে এইবুলি মত প্ৰকাশ কৰিছে যে গাৰ্ডনাৰৰ তত্ত্বই শিক্ষকসকলক পূৰ্বে প্ৰচলিত 'সকলোৰে বাবে এটাই জোখ' শিক্ষা তত্ত্বৰ পৰা মুক্তি দিলে আৰু শিশুসকলৰ প্ৰত্যেকৰে প্ৰতিভাৰ বিকাশত সহায় কৰিবলৈ এক আধাৰ দিলে। ইয়াৰ যোগেদি শিক্ষকে একোজন ছাত্ৰক সহায় কৰিব পাৰে ভাল শিল্পী হ'বলৈ, ভাল বিজ্ঞানী হ'বলৈ নাইবা আনকি এগৰাকী ভাল নাগৰিক হ'বলৈ।

প্ৰতিভাৰ বিষয়ে গাৰ্ডনাৰৰ তত্ত্বই এগৰাকী ব্যক্তিক 'জিনিয়াছ' হিচাপে নহ'লেও অসাধাৰণ প্ৰতিভাৰ অধিকাৰী হিচাপে গঢ়ি তোলাৰ ক্ষেত্ৰত শিক্ষক তথা পিতৃ-মাতৃক নিশ্চয় সহায় কৰিব। কিন্তু 'জিনিয়াছ'ৰ চিন্তাৰ ধৰণ, ব্যক্তিত্বৰ বৈশিষ্ট্য, মানসিক সংস্থিতি আদিৰ বিষয়ে গৱেষণামূলক অধ্যয়নসমূহে আগবঢ়োৱা তথ্যবোৰেও আমাৰ মনোযোগ আকৰ্ষণ কৰে।

'সাধাৰণ' লোকৰ মাজত নথকা কিছুমান চাৰিত্ৰিক বৈশিষ্ট্য মহৎ প্ৰতিভাশালী ব্যক্তি অথবা 'জিনিয়াছ'ৰ মাজত থকা বুলি ভবা হয়। বিশেষকৈ সৃষ্টিশীল কল্পনা প্ৰতিভা যিকোনো জিনিয়াছৰে প্ৰধান বৈশিষ্ট্য। আমি যদি আইনষ্টাইনৰ আপেক্ষিকতা তত্ত্ব আৰু পিকাছোৰ গুৱেৰ্নিকা সৃষ্টিৰ অন্তৰালত থকা দুটা মনৰ মিল ক'ত তাক জানিবলৈ বিচাৰো, তেন্তে দুয়োৰে কল্পনা প্ৰতিভাৰ বিচাৰ কৰিব লাগিব। আইনষ্টাইনে কৈছিল যে 'জ্ঞানতকৈ কল্পনাৰ প্ৰয়োজন বেছি'। সাধাৰণ লোকে নভবা, কল্পনা নকৰা কথাবোৰ মহৎ প্ৰতিভাশালী লোকে ভাবি

নাইবা কল্পনা কৰি দিনৰ পিছত দিন পাৰ কৰিব পাৰে। সাধাৰণ লোকৰ চকুত অস্বাভাৱিক যেন লগা কথাবোৰ কাল্পনিক প্ৰতিভাৰ অধিকাৰীসকলৰ কাৰণে স্বাভাৱিক হৈ ধৰা দিয়ে। পূৰ্বে প্ৰতিষ্ঠিত তথা প্ৰচলিত হৈ অহা উদাহৰণ নতুবা 'পাৰাডাইম'বোৰ ভাঙি নাইবা আন নতুন 'পাৰাডাইম' সৃষ্টি কৰি মহৎ প্ৰতিভাৰ অধিকাৰী ব্যক্তিসকলে ভাল পায়। ১৯৮৮ চনত প্ৰকাশিত ডীন কিথ ছাইমনটনৰ 'ছাইণ্টিফিক জিনিয়াছ' নামৰ গ্ৰন্থখনত এইবুলি উল্লেখ কৰা হৈছে যে সাধাৰণ লোকতকৈ জিনিয়াছৰ নতুনৰ সংযোগ সাধন ক্ষমতা বহুত বেছি। (ছাইমনটনৰ ভাষাত 'geniuses are geniuses because they form more novel combination than the merely talented')। হাৱাৰ্ড গাৰ্ডনাৰে এই ধৰণৰ বিশেষ সামৰ্থ্যক বিভিন্ন সুকীয়া অৱস্থাক সংলগ্ন কৰিব পৰা সামৰ্থ্য বুলি কৈছে। উদাহৰণস্বৰূপে পিকাছোৰ কথা ক'ব পাৰি। ল'ৰাকালতেই পিকাছোৱে জগতখনক বিশুদ্ধ ছবি (ইমেজ) হিচাপেহে চাবলৈ শিকিছিল। যেনে, সংখ্যাবোৰক তেওঁ আমি চোৱাৰ দৰে সংখ্যা হিচাপে চোৱা নাছিল। তেওঁ একোটা একোটা সংখ্যাক একোটা নক্সা নতুবা প্ৰতিৰূপ (পেটাৰ্ণ) হিচাপে চাইছিল। তেওঁৰ কাৰণে ইংৰাজী '২' সংখ্যাটো হৈ পৰিছিল পাখি জপাই থকা এটা পাৰ চৰাই, 'O' সংখ্যাটো হৈ পৰিছিল চৰাই বা আন প্ৰাণীৰ চকু। ফৰাচী সংগীত ৰচক অলিভিয়ে মেছিয়াই একোটা স্বৰৰ ৰং কি সেইটো দেখা পাইছিল। আইনষ্টাইনে তেওঁৰ মনৰ ভিতৰতে দেখা পাইছিল পোহৰৰ ৰশ্মি। পদাৰ্থ বিজ্ঞানৰ শুদ্ধ তত্ত্ব এটা তেওঁ বিচাৰি পাইছিল চাক্ষুষ, নান্দনিক সংবেদনেৰে। কবিৰ দৰেই কোনো আবিষ্কাৰক মহাবিজ্ঞানী নাইবা সংগীত ৰচকৰ কল্পনাশক্তি প্ৰবল। কৰ্ণেল বিশ্ববিদ্যালয়ৰ অধ্যাপক তথা ১৯৮১ চনত ৰসায়ন বিজ্ঞানত নোবেল বঁটা বিজয়ী ৰ'ল্ড হাফমেনৰ মতে 'মানসিক ৰূপকৰ দ্বাৰা কাল্পনিক প্ৰতিভাবোৰ সক্ৰিয় হয়... আনে যিটো কেতিয়াও দেখা নাই তাক তেওঁ দেখা পায়।' যেনে ১৯৬৫ চনত এফ এ কেকুলে এটা সাপে তাৰ নেজডাল কামুৰি থকাৰ যি সপোন দেখিছিল তাৰ সহায়ত আওঠিৰ দৰে বেন্‌জেন মলিকিউলৰ আকাৰ তেওঁৰ অন্তৰ্দৃষ্টিত ধৰা পৰিছিল। এনে ধৰণৰ কাল্পনিক জগতত বিচৰণ কৰি অসাধাৰণ প্ৰতিভাসম্পন্ন লোকসকলে শিশুৰ দৰেই আনন্দত মতলীয়া হোৱা দেখা যায়। নানান প্ৰশ্ন আৰু কল্পনা — শিশু আৰু মহৎ প্ৰতিভাসম্পন্ন ব্যক্তি— দুয়োৰে চাৰিত্ৰিক বৈশিষ্ট্য। আকাশখন নীলা কিয়? আকাশখনৰ শেষ আছেনে? আমি কিয় সপোন দেখোঁ? এনে ধৰণৰ প্ৰশ্নবোৰ শিশুৱেও সুধিব পাৰে। শিশুৱে এনে ধৰণৰ প্ৰশ্নবোৰ সোধে যদিও মহাজ্ঞানীয়েহে উত্তৰ বিচাৰে। গছৰ পৰা ফল কিয় ওপৰলৈ নগৈ তললৈ সৰি পৰে বুলি আইজাক নিউটনৰ পূৰ্বে কোনোৱেই সুধিলে সোধোতাজনক হয়তো ল'ৰামতীয়া প্ৰশ্ন সোধা বুলি ক'লেহেঁতেন। মহাবিজ্ঞানীসকলে সোধা অসংখ্য প্ৰশ্নই কোনো শিশুৰ প্ৰশ্ন হ'ব পাৰিলেহেঁতেন। শিশুৰ কল্পনা প্ৰতিভাক মনোবিজ্ঞানী তথা শিক্ষাবিদসকলে স্বীকৃতি দিছে। মহৎ সৃষ্টি প্ৰতিভাৰ অধিকাৰীসকলে জীৱনৰ আধা বয়সলৈকে নাইবা কোনো কোনোৱে শেষ বয়সলৈকে এক কল্পনা প্ৰতিভাৰ অধিকাৰী হৈ থাকিব পাৰে। সৰহসংখ্যক মহৎ কবিৰ প্ৰধান সৃষ্টিসমূহ আগবয়সৰ (বিশৰ পৰা ত্ৰিশ বছৰ বয়সৰ ভিতৰত) ৰচনা আৰু বিজ্ঞান তথা আন বিষয়ত মহৎ লোকৰ প্ৰতিভাই

চূড়ান্ত অভিব্যক্তি লাভ কৰিছে ত্ৰিশৰ পৰা চল্লিছ বছৰ বয়সৰ ভিতৰত। অৱশ্যে জিনিয়াছেহে তেওঁৰ কল্পনা প্ৰতিভাক জীয়াই ৰাখিব পাৰে।

অতি ভয়ংকৰ কথা যে আমাৰ সমাজ-সংস্কৃতি, শিক্ষা আদিয়ে মানুহৰ কল্পনা শক্তি তথ সৃষ্টিশীল প্ৰতিভাৰ শৈশৱ কালতেই ধ্বংস কৰিবলৈ লয়, একোটি শিশুক তেওঁৰ সৃষ্টিশীল স্বাধীন কল্পনা প্ৰতিভাৰ বিকাশত সহায় কৰাৰ পৰিবৰ্তে প্ৰচলিত আৰু প্ৰতিষ্ঠিত নিয়ম-নীতি মান, শিক্ষা-সংস্কৃতি অনুকৰণ কৰিব পৰা এটা বান্দৰ হিচাপেহে তেওঁক লালন-পালন কৰে সেয়ে আমাৰ সমাজত একোজন শিক্ষিত লোকক প্ৰকৃততে একোটা প্ৰশিক্ষণপ্ৰাপ্ত বান্দৰং পৰিণত কৰিবলৈ চেষ্টা কৰা হয়। সৌভাগ্যৰ কথা যে সকলোকে বান্দৰত পৰিণত কৰিং পৰা নাই। শিক্ষিত সংখ্যা, শিক্ষানুষ্ঠান, বিশ্ববিদ্যালয় সংখ্যা বহুত বাঢ়িল। কিন্তু 'জিনিয়াছ'ৰ সংখ্যা নাবাঢ়িল। ইয়াৰ কাৰণ কি? শিক্ষা-ব্যৱস্থাৰ ক্ৰটিৰ কাৰণে? শিক্ষা-ব্যৱস্থাৰ অত্যাধিক 'স্পেচিয়েলাইজেচন'ৰ কাৰণে? ৰোমাণ্টিকসকলৰ দৰে মৌলিক সৃষ্টি প্ৰতিভাৰ কল্পনা নকৰিলেও অসাধাৰণ প্ৰতিভাশূন্য, অন্তঃসাৰশূন্য এখন সমাজৰ বাসিন্দাও আমি হ'ব নিবিচাৰো।



# আধুনিকতাবাদ

'আধুনিক' শব্দটোৰ ব্যাপক ব্যৱহাৰ আমাৰ সমাজত দেখিবলৈ পাওঁ। সাধাৰণতে পুৰণি নাইবা পৰম্পৰাৰ বিপৰীতে আধুনিক শব্দটোৰ বেছি ব্যৱহাৰ হয়। সমালোচক তথা সাংস্কৃতিক তাত্ত্বিক ৰেমণ্ড উইলিয়াম্‌ছে তেওঁৰ 'Keywords' গ্ৰন্থত 'আধুনিক' (Modern) শব্দটোৰ উৎস অৰ্থ ব্যাখ্যা কৰি লিখিছে যে ইংৰাজী ভাষাত পূৰ্বতে আধুনিকক বৰ্তমানৰ সমসাময়িক (Contemporary)ৰ সৈতে প্ৰায় একে অৰ্থত ব্যৱহাৰ হৈছিল। সেই অৰ্থত ই হ'ল বৰ্তমান অস্তিত্ব থকা নাইবা একে সময়ৰ (আনকি অতীতৰ ক্ষেত্ৰতো); কিন্তু আমাৰ নিত্য বৰ্তমানৰ ক্ষেত্ৰতে ইয়াৰ ব্যৱহাৰ আছুতীয়াকৈ কৰা নহৈছিল। ৰেনেছাঁচ যুগৰ পূৰ্বেই 'প্ৰাচীন' আৰু 'আধুনিক'ক দুই বিপৰীত অৰ্থত ব্যৱহাৰ কৰা হৈছিল। 'মধ্যম' নাইবা 'মধ্যযুগ'ৰ ব্যৱহাৰ পঞ্চদশ শতিকাৰ পৰাহে হৈছিল। সেইদৰে ষষ্ঠদশ শতিকাৰ শেষৰ ফালে তুলনামূলক, ঐতিহাসিক অৰ্থত 'আধুনিক' শব্দটোৰ ব্যৱহাৰ হৈছে। 'আধুনিকতাবাদ', 'আধুনিকতাবাদী' আৰু 'আধুনিকতা' শব্দবোৰ সপ্তদশ আৰু অষ্টাদশ শতিকাত ব্যৱহাৰ হ'বলৈ ধৰিছিল। কিন্তু উনবিংশ শতিকাৰ পূৰ্বে এই শব্দবোৰৰ তুলনামূলক ব্যৱহাৰ বেছিভাগ ক্ষেত্ৰতে হোৱা নাছিল। আধুনিকীকৰণ (Modernize) শব্দটো অষ্টাদশ শতিকাৰ পৰা ভৱন নিৰ্মাণৰ ক্ষেত্ৰতহে বিশেষকৈ ব্যৱহাৰ কৰা হৈছিল; যেনে— 'ঘৰটোৰ বাকী সকলোখিনি আধুনিকীকৰণ কৰা।' 'বানান',ৰ সংস্কাৰ সাধন, যেনে— 'I have taken the liberty to modernize the language' আৰু পোছাকৰ ফেশ্বনৰ ক্ষেত্ৰত 'আধুনিকীকৰণ' শব্দটোৰ ব্যৱহাৰ হৈছিল। উনবিংশ আৰু কুৰি শতিকাত আধুনিক শব্দটো 'উন্নত' (Improved) নাইবা 'সন্তোষজনক' বা যোগ্য' আদিৰ সমাৰ্থক হিচাপে ব্যৱহাৰ কৰিবলৈ লোৱা হয় (১)।

আধুনিকতা যোৱা কুৰি শতিকাৰ সমালোচকসকলৰ প্ৰায় সকলোৰে চিন্তা আৰু আলোচনাৰ বিষয় হৈ পৰিছিল যদিও অষ্টাদশ আৰু উনবিংশ শতিকাৰ চিন্তাবিদ তথা সমালোচকসকলৰ চিন্তা আৰু কৰ্মত আধুনিক দৰ্শন অতি গভীৰভাৱে প্ৰতিফলিত হৈছে। অষ্টাদশ শতিকাৰ প্ৰমূল্য আৰু চিন্তাধাৰাই আধুনিকতাৰ ভেটি নিৰ্মাণ কৰিছিল। অষ্টাদশ শতিকাৰ ইউৰোপ আছিল নতুন জ্ঞানৰ যুগ (Age of Enlightenment) অথবা যুক্তিৰ যুগ (Age of Reason)। 'যুক্তি' (Reason)ৰ উপৰি সেই যুগটোৰ অন্যতম প্ৰধান দৰ্শন আছিল 'প্ৰগতি'ৰ (Progress) দৰ্শন। 'যুক্তি' (Reason), 'প্ৰগতি' (Progress) আদি ধাৰণাবোৰ বিজ্ঞানসন্মত আৰু সাৰ্বজনীন বুলি বিশ্বাস কৰা হৈছিল। অষ্টাদশ শতিকাৰ চিন্তাবিদসকলৰ আশাবাদ আছিল এই যে বিজ্ঞানৰ সাৰ্বজনীন প্ৰমূল্য, কাৰণ আৰু যুক্তিৰ সহায়েৰে তেওঁলোকে সেই সকলো পুৰা কথা (Myth) তথা ধৰ্ম সম্পৰ্কীয় পবিত্ৰ ধাৰণাবোৰৰ পৰা মুক্ত হ'ব পাৰিব, নিৰিবিলাকে মানৱ সমাজৰ প্ৰগতিত হেতুৰ সৃষ্টি

কৰিছিল। তেওঁলোকে এইবুলি বিশ্বাস কৰিছিল যে বিজ্ঞান আৰু যুক্তিয়ে এদিন মানৱ সমাজক দুৰ্দশা, অন্ধবিশ্বাস, ধৰ্ম আৰু সকলো ধৰণৰ অযুক্তিকৰ চিন্তা আৰু আচৰণৰ পৰা মুক্ত কৰিব। মানৱ সমাজ স্বাধীনতা, সুখ আৰু প্ৰগতিৰ এক যুগলৈ অগ্ৰসৰ হ'ব (জ্রিম পাৱেল)। এই প্ৰসংগতে স্মৰণীয় যে ফ্ৰান্সত ডেকাৰ্ট (১৫৯৬-১৬৫০), ভল্টেয়াৰ (১৬৯৪-১৭৭৮), ডিডাৰ' (১৭১৩-৮৪), জাৰ্মানীত লিব্‌নিজ (১৬৪৬-১৭১৬), ইমানুৱেল কাণ্ট (১৭২৪-১৮০৪), ইংলণ্ডত ফ্ৰান্সিছ বেকন (১৫৬১-১৬২৬), জন লক (১৬৩২-১৭০৪) প্ৰমুখ্যে চিন্তাবিদ দাৰ্শনিকসকলে ইউৰোপীয় এন্‌লাইটেনমেণ্টৰ (Enlightenment) নেতৃত্ব লৈছিল। কাণ্টে তেওঁৰ 'What is Enlightement?' নামৰ ৰচনাখন ১৭৮৪ত লিখিছিল। অপৰীক্ষিত পৰম্পৰা, কুসংস্কাৰ, ভিত্তিহীন বিশ্বাসৰ বিৰোধিতা কৰি বিজ্ঞান আৰু যুক্তিজ্ঞানৰ ওপৰত গভীৰ আস্থা প্ৰকাশ কৰিছিল এন্‌লাইটেমেণ্টৰ চিন্তাবিদ-দাৰ্শনিকসকলে। কোৱা হয় যে ইউৰোপত মধ্যযুগৰ অৱসান ঘটিছিল 'নৱজাগৰণ' অথবা 'ৰেনেছাঁচ'ৰ সূচনাৰে। 'মধ্যযুগ' কথাষাৰে সকলোৰে মনত 'অন্ধকাৰ যুগ'ৰ ছবি এখন দাঙি ধৰে য'ত মানৱ সমাজে যুক্তি-জ্ঞান বৰ্জিত পৰম্পৰা আৰু অন্ধবিশ্বাসৰ দাসত্ব নিৰ্বিবাদে মানি লয়। 'ৰেনেছাঁচ' নাইবা 'নৱজাগৰণ' হ'ল 'অন্ধকাৰ' যুগৰ চিতাভস্মৰ পৰা আধুনিক বিশ্বৰ জন্ম', জগত আৰু মানৱক আৱিষ্কাৰ আৰু কলা, ধৰ্ম, চিন্তা আৰু জীৱন— এই সকলোতে বন্ধনবিহীন ব্যক্তি স্বতন্ত্ৰৰ কল্পনা (এম এইছ আব্ৰাম)। মধ্যযুগীয় দৃষ্টিকোণৰ বিপৰীতে আধুনিক চিন্তাধাৰাৰ সূচনা ইটালিৰ ৰেনেছাঁচ আন্দোলনেই কৰিছিল। অৱশ্যে ই আছিল আৰম্ভণীহে। আধুনিক তথা আধুনিকীকৰণৰ শ্ল'গানবোৰ যেনে — পৰিৰ্তনসাধন, বিকাশ অথবা প্ৰগতি, যৌক্তিক আৰু বৈজ্ঞানিক চিন্তধাৰা, ব্যক্তি স্বাধীনতা ইত্যাদি — যিহেতু যুক্তিজ্ঞানৰ (Englightenment) আৰু নৱজাগৰণ অথবা ৰেনেছাঁচৰ যুগৰ অৱদান, সেয়ে এই নতুন প্ৰমূল্য, যুক্তিজ্ঞান আৰু বিজ্ঞানে প্ৰযুক্তি, ঔদ্যোগিক বিপ্লৱ, অৰ্থনৈতিক বিকাশ, পুঁজিবাদ, সাম্ৰাজ্যবাদ আদিৰ বাবেও পথ প্ৰশস্ত কৰিছিল। আধুনিকতাৰ প্ৰতীক কি বুলি ক'ব পাৰি? আধুনিক সমাজতাত্ত্বিক পিটাৰ এল বাৰ্গাৰৰ মতে আধুনিকতাৰ প্ৰতীক হ'ল — মহানগৰ, হাতঘড়ী আৰু বল পইণ্ট কলম। কলমটো সাক্ষৰতা আৰু জ্ঞানৰ প্ৰতীক, ঘড়ীটো হ'ল সময়ৰ প্ৰতীক— যাৰ অবিহনে আধুনিক প্ৰযুক্তিগত উৎপাদন, আধুনিক আমোলাতন্ত্ৰ (ব্যুৰোক্ৰেচি)— আৰু সেয়ে প্ৰকৃততে ক'বলৈ গ'লে আধুনিক সমাজ অচল হৈ পৰিব।

আধুনিকতাৰ সৈতে যুক্তিজ্ঞান বৰ্জিত পৰম্পৰাবোৰৰ সংঘাত যোৱা শতিকাবোৰত তীব্ৰ হৈছিল। অথচ আজিও পৰম্পৰাবাদী ভাৰতীয় সমাজত বিশ্ববিদ্যালয়ৰ দৰে উচ্চ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা হ'ল যদিও আধুনিকতাৰ প্ৰধান ভেটি যুক্তিনিৰ্ভৰ বিজ্ঞানসম্মত জ্ঞান আৰু ইয়াৰ ওপৰত দৃঢ় আস্থা ভালদৰে প্ৰোথিত হ'বলৈ বাকী থাকিল। মধ্যযুগীয় আচৰণ আৰু ভিত্তিহীন বিশ্বাস আমাৰ পৰম্পৰাবাদী সমাজত থাকি গ'ল। অলপ চকু দুৰালেই দেখা পোৱা যাব আমাৰ সমাজজীৱন তথা ব্যক্তি জীৱনত পদে পদে মধ্যযুগীয়

পৰম্পৰাৰ বন্ধন। আমাৰ সমাজলৈ অহা আধুনিকতা উপস্থিত থকা বস্তু, গভীৰলৈ নগ'ল। জৱাহৰলাল নেহৰুৱে এখন 'আধুনিক ভাৰত' গঢ়ি তোলাৰ সপোন দেখিছিল আৰু কামো কৰিছিল। কিন্তু তেওঁৰ সপোন আজিও বাস্তৱত পৰিণত নহ'ল। 'মধ্যযুগীয়' ভাৰত নাইবা 'মধ্যযুগীয়' অসম আজিও আমাৰ চকুৰ আগত।

যুক্তিজ্ঞান বৰ্জিত পৰম্পৰা আৰু আধুনিকতাৰ মাজত সংঘাতবোৰৰ বিষয়ে চিন্তাবিদ-লেখকসকলে বহল আলোচনা আগবঢ়াই থৈ গৈছে। মাত্ৰ কিছু ইংগিত বহনকাৰী দিশ দাঙি ধৰা উচিত হ'ব। আধুনিকতাক প্ৰধানকৈ পৰম্পৰাৰ বিপৰীতেই ব্যৱহাৰ কৰা দেখিবলৈ পোৱা যায়।

'পৰম্পৰা'ৰ বিপৰীত শব্দ বিখ্যাত সমাজতাত্ত্বিক এডৱাৰ্ড শ্বিল্ছে 'আধুনিক' বুলি কৈছে (২)। আধুনিকতাক বুজিবলৈ সেয়েহে বিপৰীত শব্দ পৰম্পৰাক বুজিব লাগিব। 'পৰম্পৰা'ক পম্পৰাবাদীসকলে আমাৰ 'অতীত' হিচাপে দেখুৱায়। শ্বিল্ছৰ মতে ই হ'ল বিশ্বাসসমূহৰ নভবা-নিচিন্তা অথবা অচেতনভাৱে গ্ৰহণ কৰা কাৰ্য। পৰম্পৰা হ'ল আমাক দিয়া বস্তু (প্ৰদত্ত) অৰ্থাৎ আমাৰ পূৰ্বপুৰুষে অথবা পূৰ্বৰ সমাজে ইয়াক আমাক দি থৈ যায়। হয়তো সেই কাৰণেই ইয়াক 'আন্‌থিংকিং', 'আন্ কন্‌চ্যাছ' আদি শব্দেৰে বুজাবলৈ বিচৰা হৈছে। যি পৰম্পৰা আমাক দিয়া হয় তাক আমি গ্ৰহণ কৰো উত্তৰাধিকাসূত্ৰে পোৱা বস্তুৰ দৰে। সেই পৰম্পৰাক লৈ প্ৰশ্ন বা যুক্তিবাদী চিন্তা ইয়াত অনুপস্থিত। আমাৰ কৰ্তব্য হ'ল — আমি আগেয়ে যি কৰিছিলো তাকেই এতিয়াও কৰিব লাগে, কিয়নো এইটো সদায় সেইদৰেই কৰি অহা হৈছে নাইবা সেইদৰেই ইয়াৰ প্ৰতিষ্ঠাপকজনে কৰিছিল (৩)। সেই পূৰ্বপুৰুষ নাইবা প্ৰতিষ্ঠাপকক এতিয়া আমাৰ 'অতীত'ত পৰিণত কৰা হ'ল। এই 'অতীত' বা পৰম্পৰাত বিশুদ্ধ (Pure) তথা পবিত্ৰ (Sacred) গুণ আৰোপিত কৰা হয় (৪)। অতীতৰ গ্ৰহণযোগ্যতা বঢ়াবলৈ প্ৰায়ে আমাৰ পুৰণি সভ্যতাক 'সোণালী যুগ' 'পুৰণি ভাল দিনবোৰ' আদি বিশ্বাসবোৰ প্ৰচলন কৰি ৰখা হয়।

আন এগৰাকী সমাজতাত্ত্বিকৰ মতে পৰম্পৰাগত মনৰ অধিকাৰীগৰাকীৰ কাৰণে এগৰাকী লোক তেওঁ যি হৈ আছে আৰু য'ত আছে সেয়াই আৰু তেওঁৰ যে পৰিবৰ্তন হ'ব পাৰে সেই কথা তেওঁ আনকি কল্পনাও কৰিব নোৱাৰে। কিন্তু ইয়াৰ বিপৰীতে আধুনিক মনটো গতিশীল আৰু ই আন মানুহৰ জীৱনৰ কাৰণে আত্মোৎসৰ্গিত হৈ অংশগ্ৰহণ কৰে (৫)। বাৰ্গাৰৰ মতে পৰম্পৰাগত সমাজে সেই সমাজৰ লোকসকলক একোটা নিৰ্দিষ্ট, স্থায়ী পৰিচয়ৰ মাজত ৰাখিব বিচাৰে কিন্তু আধুনিক সমাজত স্থায়ী পৰিচয় বুলি কোনো কথা নাই, ই পৰিবৰ্তনশীল। আধুনিক মনৰ মানুহগৰাকী সেয়ে নিজকে পৰিবৰ্তন কৰিবলৈ নাইবা পূৰ্বৰে পৰা চলি অহা যিকোনো বিশ্বাস বা ধাৰণা সলনি কৰিবলৈ প্ৰস্তুত হ'ব পাৰে। পৰম্পৰাগত সমাজে যে পৰিবৰ্তন নিবিচাৰে সেই বিষয়ে ক্লড লেভিষ্ট্ৰছেও উল্লেখ কৰিছে। তেওঁ পৰম্পৰাগত সমাজক 'শীতল' (Cold) সমাজ আৰু আধুনিক সমাজক 'উষ্ণ' (Hot) আখ্যা দিছে। তেওঁৰ মতে 'উষ্ণ' সমাজে পৰিবৰ্তন আৰু উন্নতিত গুৰুত্ব দিয়ে।

এইখিনিতে প্ৰসংগক্ৰমে উল্লেখ কৰা ভাল হ'ব যে য়ুৰ্গেন হেবাৰ্মাছ আৰু জাঁ ফ্ৰাঁচোৱা লিঅ'টাৰৰ মাজত আধুনিকতাক লৈ হোৱা বিতৰ্কৰ কথা মনত ৰাখিও আধুনিকতাই সমৰ্থন কৰা গণতন্ত্ৰ, ব্যক্তি স্বাধীনতা, উদাৰতা, সহনশীলতা, পৰিবৰ্তনশীলতা, বহুত্ব বুজাবুজি আদি ধাৰণাবোৰ উত্তৰআধুনিক চিন্তাধাৰাৰো অংশ হৈ পৰিছে। আকবৰ এছ আহমেদে উল্লেখ কৰিছে যে 'ব্যক্তিৰ সাৰ্বজনীন ধাৰণাত গুৰুত্ব, মৰ্যাদা, স্বাধীনতা' — এইবোৰে আমাৰ সময়ৰ চাৰিত্ৰিক বৈশিষ্ট্য প্ৰদান কৰে (৬)।

তেওঁৰ 'পৰম্পৰা আৰু ব্যক্তি প্ৰতিভা' শীৰ্ষক বিখ্যাত ৰচনাখনত অন্যতম আধুনিক কবি-সমালোচক টি এছ এলিয়টে যি পৰম্পৰাই 'অন্ধ আনুগত্য' বা অন্ধ বিশ্বাস কঢ়িয়াই, তেনে পৰম্পৰাক বাধা দিয়া উচিত বুলি কৈছে (৭)। পৰম্পৰাবাদীসকলৰ দুৰ্বলতা হ'ল তেওঁলোকে পাহৰি যায় যে যি পৰম্পৰাক জন্মগতভাৱে লাভ কৰা হিচাপে মনা হৈছে আৰু ইয়াক পুৰাকথাত (Myth) পৰিণত কৰা হৈছে, সেই পৰম্পৰা প্ৰকৃততে নিৰ্মিতহে; কিন্তু তেওঁলোকে পৰম্পৰাক 'Taken for granted' বুলি মানে।

আধুনিকতাই বহুত্ব (Plurality) আৰু যৌক্তিকতাকো লৈ আনে। যুক্তিজ্ঞানমুখী মনটোৱে গুৰুত্ব পোৱা কাৰণেই আধুনিক যুগটোক 'যুক্তিজ্ঞানৰ যুগ' (Age of Reason) বুলিও কোৱা হয়। সমাজ আধুনিকীকৰণৰ ফলত আমাৰ পৰম্পৰাগত সমাজবন্ধন, সামাজিক সম্পৰ্ক, পৰিয়াল, জীয়াই থকাৰ আধ্যাত্মিক অৰ্থ— যি অৰ্থক বাৰ্গাৰে 'চন্দ্ৰতাপ' আখ্যা দিছে— আদি আমাৰ পৰা আঁতৰি গৈছে। কিন্তু প্ৰকৃত আধুনিকতাৰ বৈশিষ্ট্য হিচাপে ইয়াৰ লগত অহা বহুত্ব, অনিৰ্ণেয়তা, দ্ব্যৰ্থতাক চাব পাৰি। পৰম্পৰাগত সমাজে বিশ্বাস কৰা আধ্যাত্মিক অৰ্থৰ 'চন্দ্ৰতাপ' ইয়াত নাথাকিলেও বহুত্ব, অনিৰ্ণেয়তা, দ্ব্যৰ্থতাক অনুসন্ধানৰ প্ৰেৰণা হিচাপে, সৃষ্টিশীল উপলব্ধি হিচাপে আমি আমাৰ মনত স্থান দিওঁ। আধুনিকতাই পৰম্পৰাগত সমাজৰ 'Taken for granted' মনোভাব দূৰ কৰে, পূৰ্ব পুৰুষ সূত্ৰে সকলো লাভ কৰাতকৈ স্বতন্ত্ৰ বিচাৰ, নিৰ্বাচন (Choice) অথবা পছন্দক বেছি গুৰুত্ব দিয়ে।

আধুনিকতাৰ বিষয়ত অক্সফ'ৰ্ড ইংলিচ অভিধানৰ সংজ্ঞাও এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ। এই অভিধানত আধুনিকতাৰ সংজ্ঞা দিছে এইদৰে — 'Modern view(s) or method(s), especially tendency in matters of religious belief to subordinate tradition to harmony with modern thought' আকবৰ এছ আহমেদে আধুকিতাবাদে বিজ্ঞান, পৰিকল্পনা, ধৰ্মনিৰপেক্ষতা আৰু প্ৰগতিত বিশ্বাসক বুজায় বুলি উল্লেখ কৰিছে। শৃংখলা, ভাবসাম্য আৰু কৰ্তৃত্ব আদি আধুনিকতাৰ চাৰিত্ৰিক দিশ। সেইদৰে ই হ'ল ভৱিষ্যতৰ ওপৰত আস্থা, এটা দৃঢ়বিশ্বাস যে কল্পৰাজ্য (Utopia) লাভ কৰা সম্ভৱ, এনে এটা বিশ্ব ঐক্য আছে যিটো প্ৰতিষ্ঠা কৰা সম্ভৱ।

পৰম্পৰাক প্ৰায় সকলো আধুনিক দৰ্শনে প্ৰত্যাখ্যান কৰা পৰিলক্ষিত হয়। কিন্তু কুৰি শতিকাৰ ৬০ৰ দশকৰ পৰা সংযুক্তিবাদী উত্তৰ-সংযুক্তিবাদী অথবা উত্তৰ-আধুনিকতাবাদী চিন্তাধাৰাই আধুনিকতাৰ সীমাবদ্ধতা, ইয়াৰ সাৰ্বজনীন, উদাৰপন্থী, শৃংখলা আৰু

ঐক্যকামী আদৰ্শত থকা প্ৰভুত্ববাদী, অৱদমনমূলক চিন্তা আৰু দৃষ্টিকোণৰ সমালোচনা আগবঢ়াবলৈ লয়। পৰম্পৰাবোৰ পৰম্পৰাবাদীসকলৰ দৰে খামুচি ধৰি নাথাকিলেও উত্তৰ-আধুনিকতাই পৰম্পৰাৰ বিৰোধিতাও নকৰে। পৰম্পৰাসমূহে বহুত্ব, বৈচিত্ৰ্য আৰু পাৰ্থক্যসমূহ দাঙি ধৰে। সেয়ে এইবোৰক আধুনিকতাৰ সাৰ্বজনীন যুক্তিৰে বৈশিষ্ট্যহীন বা 'হ'মোজেনাইজ' কৰা হ'ল এক ধৰণৰ গণতন্ত্ৰবিৰোধী কাৰ্যহে। উত্তৰ-আধুনিক লেখকে সেয়ে পুৰা কথা, মেজিক, ফেন্টাচি, অযুক্তিকৰ যেন লগা চিন্তা— কোনোটোকে বৰ্জনীয় বুলি নাভাবে। আনহাতে, যোৱা শতিকাৰ আধুনিক লেখকসকলেও আধুনিকতাৰ ব্যৰ্থতাসমূহ প্ৰত্যক্ষ কৰি আধুনিকতাৰ আশাবাদী চিন্তা, ভৱিষ্যতৰ ওপৰত দৃঢ় আস্থা আৰু প্ৰগতিবাদী দৰ্শনৰ ওপৰত অনাস্থা প্ৰকাশ কৰিবলৈ ধৰিছিল।

মেল্‌কম ব্ৰেড্‌বেৰী আৰু জেইম্‌ছ মেক্‌ফাৰ্লেনে সম্পাদনা কৰা 'আধুনিকতাবাদ' (Modernism) গ্ৰন্থত 'The name and Nture of Modernism' নিবন্ধটোত লিখিছে : আমাৰ বাবে আধুনিকতা এটা অতি গুৰুত্বপূৰ্ণ শব্দ, কিন্তু ই আমাৰ পৰিস্থিতিৰ ব্যাখ্যাৰ স'তে সম্পৰ্কযুক্ত হৈ আছে যিবোৰ ব্যাখ্যা সনি কৰা হ'ব পাৰে। 'আধুনিক'ৰ ধাৰণাটো ৰোমাণ্টিক নাইবা নব্য-ধ্ৰুপদী আদি তুলনা কৰিব পৰা একে ধৰণৰ আন শব্দতকৈ ক্ষিপ্ৰতৰ গতিৰে অৰ্থৰ সলনি হোৱা দেখিবলৈ পোৱা যায়। ..... এটা সুকীয়া ষ্টাইলিষ্টিক পৰ্যায় চিনাক্ত কৰাৰ কাৰণে আমি ঐতিহাসিকভাৱে শব্দটো ব্যৱহাৰ কৰো যিটো পৰ্যায় শেষ হ'বলৈ ধৰিছে নাইবা শেষ হৈছে' (৮)। কিন্তু তৎসত্ত্বেও আমি স্বীকাৰ কৰিব লাগিব উনবিংশ শতিকাৰ প্ৰধান ৰোমাণ্টিকসকলক লৈ ৰোমাণ্টিকতাবাদৰ যিদৰে আমি অৰ্থ প্ৰদান কৰিব পাৰো সেইদৰে আধুনিকতাবাদৰ অৰ্থ প্ৰকাশ কৰাটো টান। তেওঁলোকৰ মতে এটা যুগৰ শৈলী (ষ্টাইলিষ্টিক) হিচাপে ব্যৱহৃত হোৱা আৰু এক চিনাক্ত কৰিব পৰা সাধাৰণ অৰ্থ ৰোমাণ্টিকতাবাদৰ ক্ষেত্ৰত পাব পাৰি। কিন্তু আধুনিক যুগটোৰ বিষয়ত সেই একে ধৰণে ব্যৱহাৰ কৰিব পৰাকৈ তেনে কোনো শব্দ নাই। আধুনিকতাবাদ শব্দটো বাস্তৱবাদী আৰু ৰোমাণ্টিক ভাবানুভূতিৰ বিৰোধিতা কৰা এটা বহল আৰু ব্যাপক আন্দোলনক সামৰি লোৱা এটা আন্দোলনক আৰু বিমূৰ্তকৰণৰ প্ৰৱণতাক বুজাবলৈ (যেনে মনচ্ছায়াবাদ, উত্তৰমনচ্ছায়াবাদ, অভিব্যক্তিবাদ, কিউবিজম, ভৱিষ্যতবাদ, প্ৰতীকবাদ, প্ৰতিচ্ছায়াবাদ, ডাডাবাদ, অতিবাস্তৱবাদ) ব্যৱহাৰ কৰি অহা হৈছে। এই ধাৰণাবোৰেও কোনো এটা বিশেষ ধৰণৰ আন্দোলনকে নুবুজায়, কিয়নো এইবোৰৰ ভিতৰত কিছুমানে আন কিছুমানৰ তীব্ৰ বিৰোধিতাও কৰিছে। ব্ৰেড্‌বেৰী আৰু মেক্‌ফাৰ্লেনৰ মতে আধুনিকতাবাদ শব্দটোৰ স'তে যুক্ত হৈ আছে উচ্চ নান্দনিক আত্মসচেতনতা আৰু অপ্ৰতিনিধিত্ববাদ (Non-representationalism), যি তত্ত্বই কলাই বাস্তৱবাদ আৰু মানবীয় (humanistic) প্ৰতিনিধিত্ব পৰিহাৰ কৰি জীৱনৰ গভীৰলৈ যোৱাৰ প্ৰচেষ্টা চলায়— শৈলী, টেক্‌নিক আৰু স্থানিক ৰূপৰ মাজেদি। আধুনিকতাবাদত প্ৰতিফলিত কিছুমান প্ৰধান চাৰিত্ৰিক দিশ এনে ধৰণৰ : চিত্ৰকলাত প্ৰতিনিধিত্ববাদবিৰোধিতা, সংগীতত স্বৰহীনতা (atonalism), কবিতাত মুক্ত ছন্দ (vers

*libre*), উপন্যাসত চেতনাপ্ৰবাহৰ বৃত্তান্ত। অৰ্টেগা গাছেটৰ (Ortega YGasset) মতে নান্দনিক উৎকৰ্ষতা লাভৰ বাবে কলাৰ 'dehumanization'ৰ প্ৰয়োজন। ৰোমাণ্টিক আৰু যদৃষ্টবাদী সৃষ্টিত (Production) থকা মানব, সৰ্বত্ৰ কেৱল মানৱৰ উপাদান ক্ৰমে নিঃশেষ ঘটোৱাৰ প্ৰয়োজন।

আধুনিক চিত্ৰশিল্পীসকলৰ কৰ্মত বস্তুজগত বং আৰু পোহৰৰ মাজত জহি-পমি যোৱা দেখা গ'ল য'ত ব্ৰাছৰ অবিৰত ষ্ট্ৰকে ত্ৰিমাত্ৰিক বস্তুজগতখন আঁতৰাই নিলে নাইবা ভাঙি-চিঙি পেলালে। সাহিত্যাতো দেখিবলৈ পোৱা গ'ল এখন কেন্দ্ৰচ্যুত, দুঃস্বপ্নময় অনিশ্চয়তাপূৰ্ণ জগত। জয়চ, বড়লেয়াৰ, য়েটছ, কাফ্‌কা, বেকেট প্ৰমুখ্যে কবি আৰু লেখকসকলৰ কৰ্মত এনে এখন জগত প্ৰতিফলিত হ'ল। আধুনিক দৰ্শন কিন্তু যুক্তিমুখী আৰু কেন্দ্ৰআশ্ৰয়ী, সম্পূৰ্ণতাবাদী (totalizing) আছিল। আধুনিকতাৰ এটা ডাঙৰ বিৰম্বনা হ'ল এই আধুনিক দৰ্শনক আশ্ৰয় কৰিয়ে মৃত্যু শিবিৰ, হত্যাকাৰীৰ দল (ডে'থ স্কোৱাড), আউচ্‌ভিৎজ, বিশ্বযুদ্ধ, হিৰোচিমা, নাগাচাকি আদি সৃষ্টি কৰা হৈছিল আৰু আজিও এই আধুনিকতা অথবা আধুনিক দৰ্শনৰ নামতে প্ৰাচীন সভ্যতাৰ নিদৰ্শন ইৰাকত আক্ৰমণ আৰু ধ্বংস সাধন কৰা হৈছে। এই ভয়ংকৰ, ধ্বংসোত্মক পৰিণতিসমূহ পশ্চিমীয়া যুক্তি, জ্ঞান, বিজ্ঞানকেন্দ্ৰিক আধুনিক দৰ্শনৰে পৰিণতি। জাঁ -ফ্ৰাঁচোৱা লিয়'টাৰে আধুনিকতাবাদৰ সমালোচনা কৰোতে এই পৰিণতিৰ কথাই মনত ৰাখিছিল। আধুনিকতাবাদী পৰীক্ষা-নিৰীক্ষাসমূহক একাংশে আধুনিক সমালোচকে 'ৰূপগত নৈৰাশ্য' (ফ্ৰেংক কাৰ্মড) বুলিও কৈছে... 'experimentalism does not simply suggest the presence of sophisticaton, difficulty and novelty in art, it also suggest bleakness, darkness, alienation, disintegration (৯)।

পিটাৰ বেৰিৰ মত হ'ল— সাহিত্যৰ ক্ষেত্ৰত আধুনিকতাবাদীয়ে পৰম্পৰাগত বাস্তৱবাদৰ (স্থান-কাল ভিত্তিক প্লট, কোনো সৰ্বজ্ঞ বৃত্তান্তকাৰীৰ যোগেদি অবিৰত বৃত্তান্ত, কাহিনীৰ সামৰণিসহ সমাপ্তি ইত্যাদি) ঠাইত বিভিন্ন ধৰণৰ পৰীক্ষা-নিৰীক্ষামূলক ফৰ্ম বা আংগিকত গুৰুত্ব দিছিল। বেৰিয়ে আধুনিকতাবাদী লেখকসকলে গ্ৰহণ কৰা কেতবোৰ গুৰুত্বপূৰ্ণ দিশৰ কথা উল্লেখ কৰিছে :

১) ব্যক্তিনিষ্ঠতা আৰু মনচ্ছায়াবাদৰ ওপৰত নতুনকৈ গুৰুত্ব দিয়া অৰ্থাৎ আমি কি দেখা পাওঁ সেইটো নহয়, বৰং কেনেকৈ চাওঁ তাৰ ওপৰত গুৰুত্ব প্ৰদান (এই পদ্ধতিৰ অনুকৰণ দেখা যায় চেতনাপ্ৰবাহ পদ্ধতি গ্ৰহণত)।

২) কথাসাহিত্যত বস্তুনিষ্ঠতাৰ পৰা আঁতৰি অহা, যি বস্তুনিষ্ঠতা নিৰ্ভৰ কৰে এনে ধৰণৰ চৰিত্ৰবোৰত, যেনে, বহিৰ্ভাগৰ বৃত্তান্ত, বৃত্তান্তত নিৰ্ধাৰিত (fixed) দৃষ্টিকোণ আৰু দ্ব্যৰ্থতাবিহীন (clear-cut) নৈতিক অৱস্থান।

৩) সাহিত্যৰ বিভিন্ন মাধ্যম বা genresৰ মাজত পাৰ্থক্য, ধূঁৱলী-কুঁৱলী কৰা হ'ল ফলত, উদাহৰণ স্বৰূপে উপন্যাস অধিক গীতিধৰ্মী আৰু কাব্যিক চৰিত্ৰ আহৰণৰ দিশে আগবাঢ়িলে আৰু কবিতা হ'বলৈ ধৰিলে অধিক গদ্যধৰ্মী আৰু উৎঘাটিতৰূপী।

৪) খণ্ডিত, ধাৰাবাহিকতাবিহীন বৃত্তান্তৰ প্ৰতি আৰু পৰস্পৰ সাদৃশ্যবিহীন বিষয়বস্তু বা উপাদানৰ প্ৰতি নতুনকৈ আগ্ৰহ বৃদ্ধি।

৫) অন্তৰ্মুখী চিন্তাৰ প্ৰতি আগ্ৰহ বেছি যাতে কবিতা, নাটক আৰু উপন্যাসে সিবিলাকৰ চৰিত্ৰ, মান আৰু ভূমিকা বিষয়ক সমস্যাবোৰ দাঙি ধৰে।

বেৰিৰ মতে সাহিত্যৰ ক্ষেত্ৰত নতুনত্বৰ প্ৰতি এই পৰিবৰ্তনৰ লক্ষ্য আছিল আবিষ্কাৰধৰ্মিতা আৰু পৰীক্ষা-নিৰীক্ষাৰ প্ৰতি উৎসৰ্গিত হৈ সাহিত্য সৃষ্টি কৰা। আধুনিকতাবাদীসকলে পৰীক্ষা-নিৰীক্ষা আৰু আবিষ্কাৰধৰ্মিতাক সৰ্বাধিক গুৰুত্ব দিছিল কিয়নো যিকোনো পৰম্পৰাগত বিষয়বস্তু তথা আংগিককে উত্তৰাধিকাৰ সূত্ৰে গ্ৰহণ কৰাৰ তেওঁলোক বিৰোধী আছিল।

আধুনিকতাবাদী পৰীক্ষা-নিৰীক্ষাবোৰত মানৱৰ অনুপস্থিতি নাইবা dehumanization যে কেৱল 'ৰূপগত নৈৰাশ্য' সেই কথা মানি ল'ব নোৱাৰি। চিত্ৰকলাত dehumanizationৰ মাজত কেৱল হতাশাই মূল কথা নাছিল। আধুনিকতাৰ, ফৰাচী এন্‌লাইটেন্‌মেণ্টৰ মানৱীয় সন্ধান ব্যৰ্থ হোৱা বুলি অনুভৱ কৰা হৈছিল যদিও ইয়াৰ নষ্টাল্‌জিয়া অলপ হ'লেও আছিল। সম্পূৰ্ণ হতাশাবাদীয়ে সৃষ্টি কৰ্মত লিপ্ত হোৱাৰ প্ৰয়োজন আনুভৱ নকৰে। কিউবিজম, অতিবাস্তৱবাদ, অভিব্যক্তিবাদ— এই সকলোতে মানৱ এক নষ্টাল্‌জিয়াৰ ৰূপতো বিদ্যমান। আধুনিক শব্দটোৰ ব্যৱহাৰো মন কৰিবলগীয়া। আধুনিক ইতিহাস হিচাপে যোৱা পাঁচশ বছৰৰ কথা কোৱা হয়, আধুনিক ভাষা হিচাপে যোৱা এহেজাৰ বছৰত বিকশিত ভাষা সমূহক বুজোৱা হয় আৰু আধুনিক 'ফাৰ্ণিচাৰ' বুজাবলৈ যোৱা এশ বছৰৰ পৰা আৰম্ভ কৰা হয়। আধুনিক বা আধুনিকতাক এইদৰে বিভিন্ন সময়ৰ স'তে পৰিচিত কৰোৱাত পণ্ডিতসকলৰ মাজত বিশেষ আপত্তি নথকাটো তাৎপৰ্যপূৰ্ণ। ইতিহাসৰ আধুনিক, ভাষাৰ আধুনিক আৰু ফাৰ্ণিচাৰৰ আধুনিক সেয়েহে সুকীয়া সুকীয়া সময়ৰ হোৱাটো সম্ভৱ হৈছে।

কেথৰিন বেল্‌ছিয়ে 'আধুনিক'ৰ অৰ্থ উত্তৰ-আধুনিক দৃষ্টিকোণেৰে বুজাত গুৰুত্ব আৰোপ কৰিছে। ছচুৰীয় তথা উত্তৰ-ছচুৰীয় চিন্তাধাৰাই শব্দবোৰৰ ধনাত্মক অৰ্থ অস্বীকাৰ কৰিছে। কোনো 'term' বা শব্দই সেয়েহে নিজৰ ভিতৰত ইয়াৰ নিৰ্দিষ্ট অৰ্থ নাইবা ধাৰণা লৈ নুফুৰে নাইবা লৈ ফুৰিব নোৱাৰে। সেয়েহে যি কোনো অৰ্থ বা ধাৰণাই সম্পৰ্কমূলক (relational) আৰু পাৰ্থক্যৰ ওপৰত নিৰ্ভৰশীল। ছচুৰে দেখুৱাইছিল যে আমাৰ ভাষাত সদৰ্থক শব্দবিহীন মাত্ৰ পাৰ্থক্যবোৰহে আছে। জাক ডেৰিডাৰ মতে, 'the signified concept is never present in and of itself, in a sufficient presence that would refer only to itself. Essentially and lawfully, every concept is inscribed in a chain or in a system within which it refers to the other, to other concepts' আধুনিক বা আধুনিকতাৰো কোনো ধনাত্মক বা সদৰ্থক অৰ্থ বা content নিবিচাৰি, ইয়াৰ অৰ্থ পৃথক শব্দ তথা সিহঁতৰ স'তে সম্পৰ্কৰ মাজত বিচাৰিব লাগিব। বেল্‌ছিয়ে সেয়েহে 'আধুনিক'ৰ অৰ্থ বুজাবলৈ 'মধ্যযুগীয় নহয়', 'প্ৰাচীন নহয়', 'পুৰণি (antique)

নহয়' নাইবা 'পৰম্পৰাগত নহয়' — এনে ধৰণে পাৰ্থক্য আৰু সম্পৰ্কৰ মাজেদি ইয়াক দাঙি ধৰিছে। আধুনিক যে এইবোৰৰ তুলনাত শেহতীয়া (recent) সেই কথা স্বীকাৰ কৰিব পাৰি, কিন্তু 'আধুনিকতাবাদ' (Modernism) কথাষাৰে প্ৰধানকৈ যোৱা কুৰি শতিকাৰ প্ৰথমাৰ্ধত সাহিত্য আৰু কলাৰ এক শৈলীক বুজায় যিটো সম্ভৱতঃ শেহতীয়া (latest) ঘটনা হৈ থকা নাই বৰং বৰ্তমান আমাৰ যুগটোক বুজাবলৈ বহলভাৱে উত্তৰ আধুনিক শব্দটোহে ব্যৱহাৰ কৰা হয় আৰু আধুনিকতা আজি এটা অতীতৰ কথা বা ঘটনা হৈ পৰিল। ইয়াৰ পৰা ভালদৰেই আমি বুজিব পাৰো যে আধুনিকতাবাদ যোৱা কুৰি শতিকাৰ প্ৰথমাৰ্ধৰ সাহিত্য আৰু কলাৰ এটা বিশেষ আন্দোলন আছিল যিটো আন্দোলনক যোৱা শতিকাটোৰ আশীৰ দশকৰ পৰা আৰম্ভ হোৱা উত্তৰ আধুনিকতাবাদী চিন্তাধাৰাই অপ্ৰচলিত কৰিলে। কিন্তু এইটোও সত্য যে যোৱা শতিকাটোক বুজিবলৈ হ'লে আধুনিকতাবাদকো বুজিব লাগিব।

য়ুৰ্গেন হেবাৰ্মাছে আধুনিকতাক এক 'অসম্পূৰ্ণ প্ৰকল্প' (unfinished project) আখ্যা দিছিল কিয়? হেবাৰ্মাছে বিশ্বাস কৰিছিল যে ফৰাচী এনলাইটেনমেণ্টৰ পৰা আৰম্ভ হোৱা যুক্তি-জ্ঞান-বিজ্ঞানৰ বিকাশৰ ধাৰাটো অব্যাহত ৰখাত যোৱা শতিকাৰ কিছুমান ঘটনাই বাধা দিলে। তেওঁ বিশ্বাস কৰে যে আধুনিকতাৰ এই প্ৰকল্প — যি এনলাইটেনমেণ্ট আন্দোলনত প্ৰোথিত আৰু যি মানৱতাৰ ঐক্য আৰু সাৰ্বজনীনতাৰ ওপৰত বিশ্বাস কৰে— আধুনিক মানুহে সম্পূৰ্ণ কৰি তুলিব পাৰে। উত্তৰ-আধুনিক চিন্তাধাৰাই দাঙি ধৰিলে যে আধুনিকতাৰ এই প্ৰকল্পটো অগণতান্ত্ৰিক আৰু ক্ষতিকাৰক।



# নির্যাতনৰ বিৰুদ্ধে ফৰাচী বুদ্ধিজীৱী

১৯৭৮ চনৰ জুনত এটা ভ্ৰমণসূচী লৈ সেই সময়ৰ ছোভিয়েট ৰাছিয়াৰ নেতা লিওনিড ব্ৰেজ্‌নেভ পেৰিছত উপস্থিত হওতে যিখন ব্ৰেজ্‌নেভ বিৰোধী সভা অনুষ্ঠিত হৈছিল তাৰ উদ্যোগক্তাসকল আছিল ফ্ৰান্সৰ নতুন দাৰ্শনিকসকল। এই সভাখনৰ আহ্বায়ক আছিল উত্তৰ-সংযুতিবাদী দাৰ্শনিক মিচেল ফুকো। ১৯৬৮ চনৰ পেৰিছৰ ছাত্ৰ বিদ্ৰোহৰ সমৰ্থক আদ্ৰে গ্লুক্সমেন আৰু অস্তিত্ববাদী দাৰ্শনিক জাঁ-পল ছাৰ্ত্ৰ সেই সভাত উপস্থিত আছিল। উল্লেখ্য যে যি সময়ত পেৰিছত ছাত্ৰ বিদ্ৰোহ হৈছিল সেই সময়ত ছাৰ্ত্ৰৰ পৰা সম্পূৰ্ণ সমৰ্থন লাভ কৰিছিল ছাত্ৰ-ছাত্ৰী-বুদ্ধিজীৱীসকলে। কিন্তু সেই সময়ত ফুকোৱে পেৰিছৰ পৰা দূৰত থাকি তেওঁৰ বিখ্যাত 'জ্ঞানৰ প্ৰত্নতত্ত্ব' (The Archeology of Knowledge) নামৰ গ্ৰন্থখন লিখাত ব্যস্ত আছিল। বিদ্ৰোহৰ ঘটনাৰ খবৰ পাই কিছুদিনৰ কাৰণে তেওঁ পেৰিছলৈ উভতিছিল। পেৰিছৰ ঘটনাই তেওঁক অভিভূত কৰিছিল। পাছত সেই বছৰতে টিউনিছত ফুকোৰ কেইগৰাকীমান ছাত্ৰ-ছাত্ৰীক আৰক্ষীয়ে গ্ৰেপ্তাৰ কৰিছিল। ফুকোৱে আৰক্ষীৰ এই কাৰ্যত বাধা দিছিল, গ্ৰেপ্তাৰ হোৱা ছাত্ৰসকলক মুকলি কৰাৰ দাবীত জনসমৰ্থন বিচাৰিছিল আৰু ছাত্ৰ বিদ্ৰোহৰ সমৰ্থকসকলৰ বাবে তেওঁৰ ঘৰৰ চৌহদটো ব্যৱহাৰ কৰিবলৈ এৰি দিছিল। তেওঁক অসামৰিক পোছাকত থকা আৰক্ষীৰ লোকে বেয়া ব্যৱহাৰ কৰিছিল আৰু পথৰ ওপৰতে তেওঁক চৰিয়াইছিল। ছাত্ৰসকলৰ প্ৰতি সমৰ্থন আগবঢ়াই ফুকোৱে এনে অগণতান্ত্ৰিক, অপমানসূচক ব্যৱহাৰৰ অভিজ্ঞতা লাভ কৰি পাছত চৰকাৰী দমন নীতিৰ বিৰুদ্ধে নিজকে সম্পূৰ্ণভাৱে যুক্ত কৰিছিল। তেওঁৰ বিখ্যাত History of Structuralism গ্ৰন্থৰ দ্বিতীয় খণ্ডত ফ্ৰাঁচোৱা ডছে লিখিছে যে পূৰ্বে ফৰাচী কমিউনিষ্টৰ বিৰোধিতা কৰি ওলাই অহা এই দাৰ্শনিকজনৰ জীৱনত এই ঘটনা আছিল এক নিৰ্ণায়ক পৰিৱৰ্তন (১)। ডছৰ মতে এনেকৈয়ে এজন নতুন মিচেল ফুকোৰ জন্ম হৈছিল ১৯৬৮ চনৰ বসন্তত। নিৰ্যাতিত, বন্দীসকলক আৰু সকলো ধৰণৰ শাস্তিৰ সন্মুখীন হোৱাসকলক তেওঁ পাছত সহায় কৰাৰ উদ্দেশ্যে ১৯৭১ চনৰ আঠ ফেব্ৰুৱাৰীত 'ইনফৰ্মেছন গ্ৰুপ অন প্ৰিজনছ' নামৰ সংগঠন গঢ়ি তুলিছিল। সংযুতিবাদীসকলৰ জনপ্ৰিয়তা তুংগত থকা সময়তো ফুকোৱে এইদৰে গণতন্ত্ৰ-বিৰোধী ক্ষমতাৰ স্বৰূপ উদঙাইছিল আৰু ইয়াৰ বিৰোধিতা কৰিছিল। দমন-নিৰ্যাতনৰ প্ৰতীক ব্ৰেজ্‌নেভৰ বিৰুদ্ধে প্ৰতিবাদ সভাত নতুন দাৰ্শনিকসকলৰ লগতে ফুকো, ছাৰ্ত্ৰ আৰু গ্লুক্সমেনৰ উপস্থিতি সেয়ে সম্ভৱ হৈছিল। ব্ৰেজ্‌নেভ বিৰোধী সেই সভাখনৰ গুৰুত্ব উল্লেখ কৰি ডছে এনেদৰে লিখিছিল : 'A general tendency all over western intellectual circle'. তেওঁৰ মতে ছোভিয়েট ৰাছিয়াই ইয়াৰ বিপ্লৱী ভাবমূৰ্তি হেৰুৱাই পেলাইছিল আৰু তাত গঢ়ি তোলা হৈছিল সৰ্বাত্মকবাদী ব্যুৰোক্ৰেচি আৰু সামৰিক শক্তিৰ

প্ৰভাৱ। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে 'The European Left' নামৰ এখন ৰচনাত উইলিয়াম পাফে সেই সময়ত ৰাছিয়াক মাত্ৰ এক সামৰিক শক্তি হিচাপেহে গণতান্ত্ৰিক সমাজে গণ্য কৰে বুলি লিখিছিল। প্ৰধানকৈ আলেকজেণ্ডাৰ ছলঝেনিট্‌ছিনৰ বিখ্যাত গ্ৰন্থ 'The Gulag Archipelago'ৰ ফৰাচী অনুবাদ প্ৰকাশ পোৱাত ফৰাচী সাহিত্যিক-বুদ্ধিজীৱীসকলৰ চিন্তাৰ পৰিবৰ্তন ঘটে। সমাজবাদৰ নামত গঢ়ি তোলা একনায়কত্ববাদ আৰু শাস্তি শিবিৰসমূহে ইউৰোপীয় লেখক-বুদ্ধিজীৱীসকলৰ ভুল ভাঙিছিল। ডছে লিখিছে 'The gulag effect was immediate'. নতুন দাৰ্শনিকসকলৰ চিন্তাত গুলাগৰ প্ৰভাৱ আছিল গভীৰ। ব্ৰেজনেভ বিৰোধী সভাত কিন্তু নতুন দাৰ্শনিকসকলৰ লগত ছাৰ্ত্ৰৰ উপস্থিতি গুৰুত্বপূৰ্ণ আছিল কিয়নো ছাৰ্ত্ৰ নতুন দাৰ্শনিকসকলৰ লগত নাছিল। তেন্তে কিহে তেওঁক নতুন দাৰ্শনিকসকলৰ সভালৈ টানি নিছিল?

আধুনিক বাওঁপন্থী মতবাদে ফ্ৰান্সত যথেষ্ট পলমকৈহে দেখ দিছিল। জাঁ টুচাৰ্ডৰ (Jean Touchard) মতে ১৯৩০ লৈকে ফৰাচী কমিউনিষ্টসকলৰ বাবে মাৰ্ক্সবাদৰ বিষয়ে জ্ঞানৰ মাধ্যম আছিল মাত্ৰ অক্টোবৰ বিপ্লৱ। দলৰ বাহিৰৰ এমুঠিমান বুদ্ধিজীৱীৰ বাহিৰে ফ্ৰান্সৰ কমিউনিষ্টসকলে যোৱা শতিকাৰ পঞ্চাশৰ দশকলৈকে মাৰ্ক্সবাদক ব্যাখ্যা আৰু বিশ্লেষণৰ দৃষ্টিকোণেৰে বিচাৰ কৰা নাছিল বুলিও লিখটহাইমে তেওঁৰ Marxism in Modern France গ্ৰন্থত উল্লেখ কৰিছিল। কিন্তু ১৯২১ চনতে আণ্টন পেনিককে অক্টোবৰৰ কছ বিপ্লৱক বুৰ্জোৱা বিপ্লৱ বুলি সমালোচনা কৰিছিল প্ৰধানকৈ এই কাৰণে যে বিপ্লৱৰ পাছত সেই দেশত ৰাষ্ট্ৰীয় পুঁজিবাদ গঢ়ি উঠিছিল আৰু তেওঁৰ মতে ই ৰাষ্ট্ৰীয় সমাজবাদো (২)। যি সময়ত জাৰ্মানভাষী দেশসমূহত মাৰ্ক্সবাদক লৈ নানান গুৰুত্বপূৰ্ণ প্ৰশ্নৰ অৱতাৰণা কৰা হৈছিল সেই সময়ত ফৰাচী চিন্তাবিদসকলে মাৰ্ক্সবাদ বুজিবলৈ আৰম্ভ কৰিছিলেহে। সি যি কি নহওক, দ্বিতীয় বিশ্বযুদ্ধৰ সময়ৰে পৰা কে'বাজনো ফৰাচী লেখক-দাৰ্শনিক মাৰ্ক্সবাদৰ বিষয়ত ঐক্যমত নাই যদিও তেওঁলোক আটায়ে ষ্টেলিন আৰু তেওঁৰ উত্তৰাধিকাৰী কমিউনিষ্ট নেতাসকলক কঠোৰ সমালোচনা কৰিছে। ছাৰ্ত্ৰৰ কথা এই ক্ষেত্ৰত উল্লেখযোগ্য। কমিউনিষ্টসকলক তেওঁ কোনোদিন সমালোচনা নকৰাকৈ থকা নাছিল (যদিও তেওঁ বহুক্ষেত্ৰত তেওঁলোকক সমৰ্থনো কৰিছিল)। প্ৰসংগক্ৰমে বিভয়ে (Simone de Beauvoir) লিখিছিল : 'ছোভিয়েট ৰাছিয়াক লৈ আমাৰ মাজত কোনো গোপনীয়তা নাছিল। ৰাছিয়াৰ জনসাধাৰণৰ ত্যাগে এইটোকে প্ৰমাণ কৰিছিল যে সেই দেশৰ নেতাসকলে দেশবাসীৰ প্ৰকৃত আশা-আকাংক্ষাসমূহ বাস্তৱত ৰূপায়ণ কৰিছিল। সেয়ে কমিউনিষ্ট পাৰ্টিৰ স'তে সকলো স্তৰতে সহযোগ কৰাটো সহজ আছিল। অৱশ্যে পাৰ্টিৰ সদস্য হোৱাৰ কথা ছাৰ্ত্ৰে ভৱা নাছিল; তাৰ কাৰণ হ'ল তেওঁ বৰ বেছি স্বাধীন মনৰ আছিল। কিন্তু সৰ্বোপৰি, মাৰ্ক্সবাদীসকলৰ স'তে তেওঁৰ গুৰুতৰ মতাদৰ্শগত বিৰোধ আছিল। মাৰ্ক্সবাদী দ্বন্দ্ববাদে তেওঁক ব্যক্তি হিচাপে দমন কৰি ৰাখিছিল বুলি সেই সময়ত তেওঁ বুজি পাইছিল। ... কমিউনিষ্ট পাৰ্টিয়ে প্ৰচাৰ কৰা ধৰণৰ মাৰ্ক্সবাদৰ বিপৰীতে তেওঁ মানুহৰ মানৱীয় আয়তন ৰক্ষা কৰাৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ আছিল' (৩)।

বাহিৰাই প্ৰচাৰ কৰা মাৰ্ক্সবাদী দৰ্শনেই হওক নাইবা আন যিকোনো ব্ৰাণ্ডৰ মাৰ্ক্সবাদেই হওক, ছাৰ্ত্ৰে সমৰ্থন দিয়া নাছিল। যদিও কেতিয়াবা তেওঁ মাৰ্ক্সবাদক 'আমাৰ যুগৰ একমাত্ৰ দৰ্শন' (the only philosophy of our time) বুলিও মন্তব্য প্ৰকাশ কৰিছিল (৪)। ছাৰ্ত্ৰৰ বন্ধু পল নিজান (Paul Nizan) কমিউনিষ্ট হৈয়ো নন্-পাৰ্টিজান আৰু বুৰ্জোৱা দৰ্শনক মাৰ্ক্সবাদী দৃষ্টিভংগীৰে সমালোচনা কৰিও (৫) (নিজানৰ Philosophers and the Extablished Order গ্ৰন্থ দ্ৰষ্টব্য, মান্থলি ৰিভিউ প্ৰেছ, নিউয়ৰ্ক) অৱশেষত তেওঁ দল ত্যাগ কৰিছিল। ছাৰ্ত্ৰৰ ভাষাত 'He was alone, he became a communist, ceased to be one, and died alone, near a window, on a staircase' (৬)। উল্লেখ্য যে অলবেয়াৰ কামুৱেও কমিউনিষ্ট পাৰ্টিত যোগ দিছিল, কিন্তু সোনকালেই দল ত্যাগ কৰিছিল। এদিন কথা প্ৰসংগত কামুৱে ছাৰ্ত্ৰক কৈছিল : 'What we have in common, you and I, is that for us individuals come first, we prefer the concreate to the abstract, people to doctrines....' (৭) মাৰ্ক্সবাদী মতাদৰ্শ বিমূৰ্ত; সেয়ে কামুৱে মূৰ্ত, মানবীয়তাৰ পক্ষ লৈছিল। আন এগৰাকী লেখক আৰ্থাৰ কোয়েষ্লাৰে কমিউনিষ্টৰ কাষ চাপিছিল যদিও কমিউনিজমৰ একনায়কত্ববাদী নৃশংস ৰূপ দেখা পাই আঁতৰি আহিছিল। বিপ্লৱী মতাদৰ্শৰ নামত একনায়কত্ববাদে মানৱতাক বন্দী কৰাৰ লোমহৰ্ষক বিৱৰণ তেওঁৰ 'Darkness at Noon' উপন্যাস। মাৰ্লোপন্টি কমিউনিষ্ট নাছিল যদিও ভালেমান ক্ষেত্ৰত তেওঁ ছাৰ্ত্ৰৰ সহযোগী আছিল। মাৰ্ক্সৰ স'তে মাৰ্লোপন্টিৰো পৰিচয় (affinites) আছিল (৮)। ছাৰ্ত্ৰে লিখিছিল : 'বাওঁপন্থী চিন্তা-ধাৰাত মাৰ্ক্সীয় চিন্তা-ধাৰাৰ প্ৰভাৱৰ ক্ষেত্ৰত আমি সকলোৱে এমুঠিমান লোকৰ ওচৰত ঋণী, তেওঁলোকৰ ভিতৰত নিজানো এজন' (৯)। কিন্তু বাহিৰাৰ বিষয়ত নিজানে লিখিছিল : 'যিখন দেশত লক্ষ লক্ষ নাগৰিক বন্দী শিবিৰত আছে সেইখন দেশত উৎপাদন ৰাষ্ট্ৰীয়কৰণ কৰা হ'লেও আৰু ব্যক্তিৰ দ্বাৰা ব্যক্তিৰ শোষণৰ তথা নিকনুৱা সমস্যা নাথাকিলেও তাত সমাজতন্ত্ৰ অৰ্থহীন।'

মাৰ্ক্সবাদী মতাদৰ্শৰ পৰা আঁতৰি যোৱাসকলৰ কিছুমানে মাৰ্ক্সবাদী মতাদৰ্শৰ একনায়কত্ববাদী পৰিণতিৰ (উদাহৰণস্বৰূপে গুলাগ) বাবে মাৰ্ক্সক দায়ী কৰিব বিচাৰিছিল। কিন্তু কিছুমানে 'The Gulag was born in 1844' বুলি মন্তব্য দিছিল (১০)। যিসকলে একনায়কত্ববাদ, বন্দী শিবিৰ আদিৰ বাবে মাৰ্ক্স দায়ী নহয় বুলি ভাবিছিল সেইসকলৰ পক্ষত ছাৰ্ত্ৰো আছিল। কিন্তু স্বাধীনতা নাইবা 'Liberty'ৰ বিষয়ত তেওঁ কেতিয়াও আপোচ নকৰিছিল। মাৰ্ক্সবাদী মতাদৰ্শৰ সমালোচনা আগবঢ়াই 'বস্তুবাদ আৰু বিপ্লৱ' ৰচনাখনত তেওঁ পাঠকৰ ভুল ভাঙিবলৈ এটি পাদটীকাত স্পষ্ট কৰি দি লেখিছিল : মোৰ সমালোচনা তেওঁৰ (অৰ্থাৎ মাৰ্ক্সৰ) বিৰুদ্ধে নাছিল, কিন্তু এই সমালোচনা আছিল ১৯৪৯চনৰ মাৰ্ক্সবাদী চিন্তা-চৰ্চাৰ বিৰুদ্ধে। নাইবা আলোন্যালোকে ক'ব পাৰে এই সমালোচনা আছিল নব্যষ্টালিনবাদী মাৰ্ক্সবাদে সৃষ্টি কৰা মাৰ্ক্সৰ বিৰুদ্ধে' (১১)। তেওঁ ৰচনাখনত ছাৰ্ত্ৰে এংগেলছ আৰু লগতে ষ্টালিনৰ বস্তুবাদসম্পৰ্কীয় চিন্তা নাকচ কৰিছিল। ছাৰ্ত্ৰে স্পষ্টভাষাত কৈছিল, 'কোনো ধৰণৰ বস্তুবাদেই স্বাধীনতাৰ ব্যাখ্যা

কেতিয়াও আগবঢাব পৰা নাই' (১২)। বস্তুবাদক নাইবা ঐতিহাসিক বস্তুবাদক নিমিত্তবাদ হিচাপে মাৰ্ক্সবাদীসকলে গ্ৰহণ কৰি আহিছে। ছাৰ্ত্ৰৰ 'Being and Nothingness' গ্ৰন্থখন প্ৰধানকৈ উল্লেখযোগ্য হ'ল সকলো ধৰণৰ নিমিত্তবাদ (determinism) ৰ বিৰুদ্ধে আৰু মানৱৰ স্বাধীনতাৰ সপক্ষে ইয়াত থকা সতেজ যুক্তিবোৰৰ কাৰণে (১৩)। ছাৰ্ত্ৰে মানুহক শ্ৰেণীৰ শাৰীত থৈ বিচাৰ কৰা নাছিল। সেয়ে তেওঁ মানুহৰ সম্পূৰ্ণ মুক্তিৰ কথা কৈছিল কিন্তু লগতে এই মানুহক শ্ৰেণীৰ (Class) ধাৰণাই গ্ৰাস কৰাৰ বিপদৰ প্ৰতিও সতৰ্ক কৰি দিছিল। ছাৰ্ত্ৰৰ বিষয়ে এখন ৰচনাত অক্টাভিঅ' পাজে লেখিছিল — 'তেওঁ তেনে মতাদৰ্শৰ বিৰোধিতা কৰিছিল যি মতাদৰ্শই ব্যক্তিক শ্ৰেণীৰ কাৰ্য (function) ৰূপায়ণ কৰাৰ বাহিৰে আন একো নহয়— এনে পৰ্যায়লৈ অৱনমিত কৰে' (১৪)। ছাৰ্ত্ৰৰ খ্যাতিৰ প্ৰধান কাৰণো হ'ল তেওঁৰ স্বাধীনতাৰ ধাৰণা। তেওঁৰ এই ধাৰণাৰ সৈতে মাৰ্ক্সকো যুক্ত কৰিবলৈ চেষ্টা কৰিছিল কিন্তু এই চেষ্টাত তেওঁ সফল হ'ব নোৱাৰিলে। তেওঁৰ এই ব্যৰ্থতাৰ কাৰণো স্পষ্ট : কমিউনিষ্ট মতাদৰ্শত গণতন্ত্ৰৰ স্থান নাই।



# সাধু

সাধুকথাবোৰ শ শ, হেজাৰ হেজাৰ বছৰ ধৰি মানৱ সমাজৰ প্ৰতিটো অঞ্চল আৰু প্ৰতিটো ভাষা-ভাষীৰ মাজত মুখে মুখে প্ৰচলিত হৈ আহিছে যদিও বৰ্তমান বিশ্বৰ প্ৰায়বোৰ সাধুকথাই লিখিত ৰূপ লাভ কৰিছে আৰু আমি সেইবোৰ বিভিন্ন ভাষাত তৰ্জমাকৃত ৰূপত পঢ়িবলৈ পাইছো। এই ধৰণে অনূদিত নাইবা লিখিত ৰূপৰ সাধুকথাসমূহ পঢ়িলে মূলৰ আনন্দ হয়তো কিছু পৰিমাণে হ'লেও আমি হেৰুৱাও। বিশেষকৈ লিখিত ৰূপত সাধুকথা পঢ়ি অলিখিত ৰূপত কোনো ককাদেউতা-আইতা নাইবা মাতৃৰ মুখৰ পৰা সাধু কথা শুনাৰ যি আনন্দ, কিতাপত লেখকৰ কথনশৈলী বা ভাষাই সেইখিনি পোৱাৰ পৰা আমাক বঞ্চিত কৰে। আমি এই বুলিও নকওঁ যে কিতাপত লিখিত ৰূপত পোৱাখিনিহে 'text' বা পাঠ আৰু এই পাঠ পঢ়ি আমাৰ পূৰ্ব প্ৰজন্মৰ মুখৰ পৰা শুনাৰ আনন্দৰ পৰা বঞ্চিত হ'বলগীয়া হৈছো, কিয়নো মুখৰ ভাষাও নাইবা কাহিনীৰ কথিত ৰূপো একোটা বা কিছুমান 'text' নাইবা পাঠ। আনকি কথিত ৰূপবো লিখিত 'পাঠ'ৰ দৰেই সংশোধন, সংবৰ্ধন আদি হৈছে। বহু প্ৰজন্ম ধৰি বিভিন্নজনৰ মুখত জীয়াই থকা একোটা সাধুকথাৰ তথাকথিত মূল (original) ৰূপটো কিছু সংশোধন নঘটাকৈ নাথাকিব। কথিত (verbal) পাঠটোত সেয়ে লিখিত পাঠৰ দৰেই নিষ্কলংকে মূল ৰূপ নিৰ্বিচৰাই উত্তম। এ কে ৰামানুজনে উল্লেখ কৰিছে যে গ্ৰীক দাৰ্শনিক এৰিষ্টোটলৰ বিষয়ে ইউৰোপত প্ৰচলিত আৰু এগৰাকী ভাৰতীয় দাৰ্শনিকৰ বিষয়ে ভাৰতত প্ৰচলিত এটা কাহিনীত আমি পাওঁ যে এগৰাকী দাৰ্শনিকে গাঁৱৰ এজন কাঠ মিস্ত্ৰিক লগ পাইছিল যিগৰাকী কাঠমিস্ত্ৰিৰ এখন সুন্দৰ পুৰণি কটাৰী আছিল। দাৰ্শনিকে কাঠমিস্ত্ৰিক সুধিলে, 'তুমি এই কটাৰীখন কিমান বছৰ ধৰি পাই আহিছা?' দাৰ্শনিকৰ প্ৰশ্নৰ উত্তৰত কাঠমিস্ত্ৰিয়ে ক'লে, 'অ' এইখন, এই ছুৰী কটাৰীখন আমাৰ পৰিয়ালত বহু প্ৰজন্ম ধৰি আছে। আমি কটাৰীখনৰ নালডাল কেইবাৰমান সলনিও কৰিছো আৰু কটাৰীখনো (Blade) কেইবাৰমান সলনি কৰিছো যদিও কটাৰীখন কিন্তু সেই একেখনেই।' ৰামানুজনে লিখিছে যে ঠিক একেদৰেই এটা সাধুকথাৰো কওঁতাসকলৰ মুখ বাগৰি আহোতে আহোতে সাংস্কৃতিক খুটিনাটিৰ সকলোখিনি সলনি হ'লেও সাধুটোৰ গাঁথনিটো একেই থাকিব পাৰে (১)।

বিভিন্ন লেখকৰ প্ৰকাশ ভংগী বা কথন শৈলী নাইবা একাধিক ভাষালৈ তৰ্জমা হোৱাৰ ফলত লিখিত সাধুকথাৰো গাঁথনিটোহে একে থাকে। ইয়াৰ সাংস্কৃতিক খুটিনাটিৰ সলনি হ'ব পাৰে। অৱশ্যে কথিত ৰূপত বিভিন্ন প্ৰজন্মৰ মুখ বাগৰি আহি সাধুকথাৰ সংস্কাৰ সাধন যোগ-বিয়োগ আদি হ'ব পাৰে, লিখিত ৰূপ পোৱাৰ পাছত সঘন যোগ-বিয়োগ বন্ধ হয় কিয়নো ছপা ৰূপত সঘন সালসলনিৰ সুযোগ কম। তৎসত্ত্বেও সাধুকথাৰ এজনে আন এজনক কোৱা, বৰ্ণনা কৰা ৰূপটো আমাৰ সমাজত বেছি পৰিচিত কিয়নো প্ৰধানকৈ নিৰক্ষৰ বা অসাক্ষৰ বা প্ৰাক্‌সাক্ষৰ সমাজত হেজাৰ হেজাৰ বছৰ ধৰি এইৰূপে জীয়াই আছে।

সাধুকথাৰ সৌন্দৰ্য সেয়ে কোৱাৰ মাজেদিহে সম্পূৰ্ণ অনুভৱ কৰিব পাৰি। প্ৰাক্‌সাক্ষৰ সমাজত সাধুকথা কওঁতাগৰাকীয়ে হয়তো নানান অংগ-ভংগি কৰি নাইবা কিছুমান কথা বা বাক্যাংশ নাটকীয় তথা সংলাপৰ ৰূপ দি সাধু কোৱা কাৰ্যক এক সুন্দৰ কলাৰ (art) ৰূপ দিছিল। অসমৰ কোনো কোনো ঠাইত সাধু কোৱা কলা আয়ত্ত কৰা লোক — বিশেষকৈ মহিলা আছিল। তেওঁলোকে বিভিন্ন লোকৰ ঘৰত সাধুকথা কৈ ল'ৰা-ছোৱালীৰ মনত আনন্দ দিয়াৰ লগতে জ্যেষ্ঠসকলকো আমোদ দিছিল। তেওঁলোকৰ কাৰণে সাধু কোৱা কাৰ্য এটা 'আৰ্ট' বা কলা। সাধুবোৰ জানিলেও সেয়ে এই কলা আয়ত্ত কৰাৰ অবিহনে সাধু ক'লেও শ্ৰোতাসকলক আমোদ দিব নোৱাৰে। ল'ৰা-ছোৱালীক শান্ত কৰিবলৈ, আহাৰ খুৱাবলৈ, শুৱাবলৈ আগৰ দিনত যৌথ পৰিয়ালত প্ৰধানকৈ ককাক-আইতাকে সাধু কথা কৈছিল। তেওঁলোককো তেওঁলোকৰ ককাক-আইতাকহঁতে একেদৰেই সাধু শুনাইছিল। এইদৰে যুগ যুগ ধৰি সমাজত মুখে মুখে প্ৰচলিত হৈ সাধুকথাবোৰ জীয়াই আছিল। এক ৰামানুজনে 'ফ'ক টে'লছ্ ফ্ৰম ইণ্ডিয়া', গ্ৰন্থখনত লিখিছে যে মাত্ৰ ল'ৰা-ছোৱালীক আহাৰ খুৱাবলৈ নাইবা শুৱাবলৈকে সাধুকথাবোৰ কোৱা নাছিল। প্ৰাপ্ত বয়স্কসকলক জাগ্ৰত কৰি ৰখাৰ কাৰণেও সাধুকথাবোৰ কোৱা হৈছিল। বিশেষকৈ যেতিয়া খেতিয়কসকলে নিশা শস্য ৰখিবলগীয়া হৈছিল, গৰু বা ভেড়া চৰাবলগীয়া হৈছিল আৰু নাইবা যেতিয়া শ্ৰমিকসকলে শুকান তামোলবোৰ কাটিবলগীয়া হয় তেতিয়া ভাগৰ, আলস্য, অৱসাদ আৰু নিদ্ৰা দূৰ কৰিবলৈ সাধুকথা কোৱা হৈছিল। প্ৰধানকৈ গ্ৰামাঞ্চলৰ লোকসকলৰ মাজতহে এইদৰে সাধু কোৱাৰ অভ্যাস আছিল।

কিমান বছৰৰ পৰা সাধুকথা ক'বলৈ লৈছিল মানৱ সমাজে? এই প্ৰশ্নৰ পোনপটীয়া উত্তৰ দিয়াৰ পৰিবৰ্তে ৰামানুজনে তেওঁৰ নিজৰেই এটা অভিজ্ঞতাৰ কথা উল্লেখ কৰিছে। তেওঁ লিখিছে, 'বান্দৰ আৰু ঘঁৰিয়ালৰ সাধুটো মই যেতিয়া মোৰ প্ৰত্নতাত্ত্বিক বন্ধু জন কাছুৰে'লক কৈছিলো তেতিয়া তেওঁৰ মুখখন উজ্জ্বল হৈ উঠিছিল, তেওঁ লগত নিয়া ব্ৰিফকেছটোত আছিল শ্ৰীলংকাৰ মাজ্ৰইত খনন কৰোঁতে উদ্ধাৰ হোৱা এটা খোলাকুটি আৰু সেই খোলাকুটিত এটা ঘৰিয়ালৰ পিঠিত এটা বান্দৰ উঠি যোৱাৰ এখন ছবি অংকিত আছিল। এই সাধুকথাটো এটা বৌদ্ধধৰ্মীয় গল্প হিচাপেও পোৱা যায় আৰু পঞ্চম শতিকাত সংস্কৃত ভৰাত হিন্দু ধৰ্মীয় কাহিনী হিচাপে পঞ্চতন্ত্ৰত এই গল্পটো পদ্যমে পোৱা গৈছিল। এখন উপনিষদৰ বিষয়ত মন্তব্য প্ৰদান কৰি মহান ভাৰতীয় দাৰ্শনিক শংকৰাচাৰ্যই 'নদী এখন পাৰ হৈ আত্মা এটা হেৰুওৱা'ৰ গল্পটো কৈছিল। এই সাধুটো মই শৈশৱতে শুনিছিলো আৰু সপ্তম শতিকাতো এই একেটা সাধুকে শংকৰাচাৰ্যয়ো নিশ্চয় জানিছিল আৰু তেওঁ ইয়াক আত্মক (self)ক নজনা বা নিচিনাৰ উপাখ্যান অথবা হিতোপদেশ (parable) হিচাপে ব্যৱহাৰ কৰিছিল।

একাদশ শতিকাৰ 'কথা চৰিত সাগৰ'ত এনেবোৰ কাহিনী পোৱা যায় বিবোৰ কাহিনীক আৰব্য নিশাৰ সাধুত পোৱা যায় আৰু পোৱা যায় ব'কাচিঅ'ৰ ৰচনাত, শেক্সপিয়েৰৰ নাটকত (উদাহৰণস্বৰূপে 'অল্‌চ্ ৱেল দেট এণ্ডচ্ ৱেল আৰু 'চিমবেলিন') আৰু আনকি বৰ্তমানৰ কৰ্ণাটকৰ গাঁৱৰ মহিলাসকলৰ মুখত শুনিবলৈ পোৱা কাহিনীকেইটা মোৰ

আইতাই পঞ্চাশ বছৰ আগেয়ে যেতিয়া তেওঁৰ বয়স ষাঠি বছৰ হৈছিল, মোক যিবোৰ সাধুকথা কৈছিল সেইবোৰ আইতাই তেওঁৰ আইতাকৰ মুখত শুনা সাধু। এছ এম নাতেশা শাস্ত্রীয়েও যি তামিলনাড়ুৰ একেখন ঠাইৰে (ত্রিচিনপলি) লোক আছিল — সেই একেবোৰ সাধুকথাকে তেওঁৰ শৈশৱকালত শুনিছিল আৰু সেইবোৰ পাছত তেওঁ তামিল আৰু ইংৰাজী ভাষাত ১৮৭০ৰ বছৰবোৰত প্ৰকাশ কৰিছিল। ঊনবিংশ শতিকাত সংগৃহীত প্রায় প্রতিটো সংকলনত থকা সাধুকথা আঞ্চলিক ভাষাজনা বর্তমানৰ ভাৰতীয়সকলৰ সৈতে হোৱা মোৰ কথা-বতৰাবোৰৰ যোগেদি নিশ্চিত কৰিব পাৰিছিলো। গতিকে এনেকৈয়ে শ শ বছৰৰ পুৰণি এই সাধুকথাবোৰ আজিও কৈ থকা হয় ঃ আজিও সেইবোৰ সাধুকথাই দেশৰ সকলো অঞ্চলতে পৰয়ালবোৰত কওঁতাসকলৰ মুখত পৃথক পৃথক আৰু সমান্তৰাল ৰূপৰ সৃষ্টি নকৰাকৈ থকা নাই। কানাড়া ভাষাত, মোৰ সংকলনকেইটাৰ উপৰি, যোৱা পাঁচছ বছৰত আমাৰ সহযোগী লোক সাহিত্যিকসকলে তিনি হেজাৰৰো অধিক সাধুকথা সংগ্ৰহ কৰাৰ কথা মই জানো। আৰু উপমহাদেশখনৰে অন্যান্য অঞ্চলত একে ধৰণৰ সাধুকথা আমি পাত লুটিয়াই মিলাই চাওঁ (২)।

যোৱা শতিকাতেই সাধুকথা, উপাখ্যান, পুৰাকথাসমূহৰ অধ্যয়নকাৰী গৱেষকসকলে দেখুৱাইছিল যে বিশ্বৰ বিভিন্ন অঞ্চলত শুনিবলৈ পোৱা প্রায় প্রতিটো সাধুকথাৰে সমান্তৰাল ৰূপ বিচাৰি পোৱা যায়। ভ্লাডিমিৰ প্রপ আছিল এনে ধৰণৰ এগৰাকী বিশিষ্ট গৱেষক যি তেওঁৰ 'Morphology of the Folktale' গ্রন্থত ১৯২৮ চনতে দেখুৱাবলৈ চেষ্টা কৰিছিল যে সেই সময়ত ফৰ্মেলিষ্টসকলে প্রধানকৈ সাহিত্য তত্ত্বৰ যোগেদি লোক সাহিত্যৰ (Folklore) বিষয়ত, বিশেষকৈ উপাখ্যান, সাধুকথাবোৰৰ অধ্যয়নত যি বৰ্গীকৰণ পদ্ধতি ব্যৱহাৰ কৰিছিল— যি পদ্ধতিয়ে কাহিনীৰ বিষয়বস্তু (theme), মটিফ আৰু নামক (Names) কেন্দ্ৰ কৰি কৰা অধ্যয়নতঅধিক গুৰুত্ব দিছিল— সেই পদ্ধতি লোক সাহিত্য অধ্যয়নৰ বাবে যথোপযুক্ত নহয়। তেওঁ সেয়ে আভ্যন্তৰত থকা কিছুমান মূল উপাদান বা মূল সূত্ৰ বিচাৰিছিল যি মূল উপাদানক সকলো সাধুকথাত পোৱা যায়। তেওঁ আৱিষ্কাৰ কৰিলে যে গল্প বা সাধুকথাবোৰে এনে কিছুমান নীতি মানি চলে যাৰ ফলত সিবিলাকত থকা বিভিন্ন উপাদানৰ অৰ্থ বিচাৰি উলিওৱাটো আমাৰ কাৰণে সহজসাধ্য হৈ পৰে (৩)। ফৰাচী সংযুক্তিবাদীসকলৰ কাৰণে প্রপৰ এই গ্ৰন্থখন ছ্যছুৰ্নী দ্য ছুছুৰ 'Couse in General Linguisiics' গ্রন্থৰ দৰেই গুৰুত্বপূর্ণ হৈ পৰিছিল। কিয়নো তেওঁৰ এই ব্যাখ্যাই অসংখ্য কাহিনীৰ জটিল জালখনক মাত্ৰ কেইটিমান মূল সূত্র বা সিদ্ধান্তলৈ (imperatives) হ্ৰাস কৰিলে যাক পাছত সংযুক্তিবাদীসকলে আভ্যন্তৰীণ গাঁথনি বা বিধান হিচাপে চিনাক্ত কৰিছিল — যিবোৰক বহিঃৰূপৰ উপবিভাগত দেখিবলৈ পোৱা টান (মাৰ্ক জে স্মিথ)। মুখ্য ফৰাচী সংযুক্তিবাদী নৃবিজ্ঞানী ক্লড লেভি-ষ্ট্ৰছে প্রপৰ গ্ৰন্থখনৰ বিষয়ত এটি দীঘলীয়া আলোচনাত এই স্বীকৃতি দিছিল।

তথাকথিত 'দৰিদ্ৰ সাধু' নাইবা সাধুকথাবোৰত থকা কথাৰ উদাহৰণ দিছে লেভি-ষ্ট্ৰছে এইদৰে ঃ

১) এজন বজাই নায়কক এটা ঈগল চৰাই উপহাৰ দিয়ে যি তেওঁক আন এখন দেশলৈ লৈ যায়।

২) এজন বুঢ়া মানুহে ছুচেংকোক এটা ঘোঁৰা উপহাৰ দিয়ে যিটো ঘোঁৰাই তেওঁক আন এখন ৰাজ্যলৈ লৈ যায়।

৩) এগৰাকী যাদুকৰে ইভানক এখন সৰু নাও দিয়ে যিখন নাৱে তেওঁক আন এখন ৰাজ্যলৈ লৈ যায়।

৪) ৰাজকুমাৰীয়ে ইভানক এটা যাদুকৰী আঙঠি দিয়ে। সেই আঙঠিটোৰ পৰা কিছুমান ডেকা ল'ৰা ওলাই আহিল আৰু ইভানক আন এখন দেশলৈ লৈ গ'ল।

এই কথাবোৰত ব্যতিক্ৰম বা ভিন্নতা আৰু অপৰিবৰ্তন — দুয়োটাই আছে। নায়ক আৰু সিহঁতৰ চৰিত্ৰ সলনি হৈছে, কিন্তু কাৰ্য আৰু কাৰ্যকাৰিতাৰ (Function) সলনি হোৱা নাই। সাধুকথাৰ উপাদানে বিভিন্ন চৰিত্ৰক একে ধৰণৰ কাৰ্যৰে শ্ৰেণীবদ্ধ কৰিছে। কিন্তু অপৰিবৰ্তিত হৈ থকা উপাদানবোৰকহে ভেটি বা মূলসূত্ৰ হিচাপে ব্যৱহাৰ কৰা হয় যদিহে কাৰ্যকাৰিতাৰ সংখ্যা সীমিত বুলি দেখুৱাব পৰা যায়। এতিয়া আমি দেখা পাওঁ যে গল্পৰ চৰিত্ৰবোৰে সঘন দেখা দিয়ে। গতিকে এই বুলি ক'ব পাৰি যে 'গল্পৰ চৰিত্ৰ সংখ্যাৰ তুলনাত কাৰ্যকাৰিতাৰ (Function) সংখ্যা অতি কম। ই একোটা সাধুকথাৰ দুটা গুণ থকা দেখুৱায়ঃ ই আশ্চৰ্যকৰভাৱে বহু ৰূপৰ, আচহুৱা আৰু বৰ্ণময়, কিন্তু চকুত লগাকৈ একে ধৰণৰ (uniform) আৰু বাৰম্বাৰ দেখা দিয়ে' (৪)।

আমাৰ আইতা-আজুআইতাৰ মুখত শুনা সাধুকথাবোৰত থলুৱা বৈচিত্ৰ্য থাকিলেও সিবিলাক সেয়ে সাৰ্বজনীন চৰিত্ৰবো। ৰামানুজনৰ 'Folktales from India' ত এনে থলুৱা বৈচিত্ৰ্য আৰু সাৰ্বজনীনতা দেখিবলৈ পাওঁ।

যিহেতু সাধুকথা প্ৰাক্‌সাক্ষৰ সমাজৰ প্ৰথম সাহিত্য, সেয়ে প্ৰশ্ন হয় —মানৱ সমাজৰ প্ৰথম আইতাগৰাকী কোন আছিল আৰু তেওঁ কেতিয়া, ক'ত নাতি-নাতিনীহঁতক প্ৰথম সাধুটো কৈ শুনাইছিল? সম্ভৱতঃ জুইৰ আবিষ্কাৰৰ সৈতে সাধুকথাৰ এটা আদিম সম্পৰ্ক আছে। লক্ষাধিক বছৰ পূৰ্বে আদিমানৱে জুইৰ আবিষ্কাৰ কৰিছিল নাইবা প্ৰকৃততে জুইৰ ব্যৱহাৰ শিকিছিল বুলি প্ৰত্নতত্ত্ববিদসকলে দাবী কৰি আহিছে। খনন কাৰ্যত উদ্ধাৰ হোৱা অনুসৰি প্ৰায় পাঁচ লাখ বছৰ পূৰ্বে পিকিং মানৱে (Piking Man) জুইৰ ব্যৱহাৰ শিকিছিল। চীনৰ ৰাজধানী পিকিং বা বৰ্তমানৰ বেইজিং চহৰৰ পৰা পাড়ীৰে প্ৰায় এঘণ্টাৰ বাট — য'ত চৌকৌতিয়েনতে খনন কাৰ্য চলাই ১৯২৯ চনৰ ডিচেম্বৰত পিকিং মানৱৰ প্ৰথম লাওখোলা উদ্ধাৰ কৰা হৈছিল। ইয়াৰ কাষতে উদ্ধাৰ হোৱা গুহাত পিকিং মানৱে ব্যৱহাৰ কৰা জুইৰ ছাঁইৰ বৃহৎ দ'ম উদ্ধাৰ কৰা হয়। ছাঁইৰ ভাঁঠ তৰল, জ্বলি যোৱা জন্তুৰ হাড় আদি গুহাৰ ভিতৰত পোৱা গৈছিল যাক প্ৰত্নতত্ত্ববিদসকলে নিঃসন্দেহে আদিমতম জুইশালা আখ্যা দিছে। জুইশালৰ চাৰিওফালে প্ৰায় বিছগৰাকী লোকে বহি জুই পুৱাব পাৰিছিল বুলি অনুমান কৰা হৈছে। বিশেষকৈ শীতকালত ইয়াৰ বাসিন্দাসকলে গুহাৰ ভিতৰত জুই ধৰি জুই পুৱাইছিল বুলি অনুমান কৰা হৈছে। আনকি তেওঁলোকে কেঁচা মাংস জুইত পুৰিছিল বা সিজাইছিল

বুলিও প্ৰমাণ পোৱা গৈছে (৫)। স্বাভাৱিকতে পিকিং মানৱ নামৰ সেই আদি মানৱসকলে পাঁচ লাখ বছৰ পূৰ্বে গুহাৰ ভিতৰত জুই ধৰি আহাৰ সিজাই খোৱাৰ লৈকে— এই সময়খিনি জুইৰ কাষত নিঃশব্দে বহি কটাই দিয়া নাছিল। তেওঁলোকৰ মাজত বিভিন্ন বয়সৰ লোক নিশ্চয় আছিল আৰু বিভিন্ন বিষয়ে তেওঁলোকৰ কথা বতৰাত স্থান নোপোৱাকৈ নাছিল। বিশেষকৈ চিকাৰৰ কথা চিকাৰ পৰিকল্পনাৰ কথা তেওঁলোকে নপতাকৈ থাকিব নোৱাৰে। শিশু আৰু স্ত্ৰীসকলে সম্ভৱতঃ চিকাৰত ভাগ লোৱা নাছিল। চিকাৰৰ অভিজ্ঞতাৰ কাহিনী তেওঁলোকক পুৰুষসকলেই নিশ্চয় কৈছিল। আফ্ৰিকা, ইউৰোপ আদি ঠাইতো লক্ষাধিক বছৰ পূৰ্বে জুইৰ ব্যৱহাৰ কৰিবলৈ শিকিছিল আদি মানৱে। জুইৰ ব্যৱহাৰ শিকাৰ ফলস্বৰূপে আদি মানৱে সম্ভৱতঃ গুহাৰ ভিতৰত সন্ধ্যা আহাৰ খোৱাৰ লগে লগে শুই পৰা নাছিল। তেওঁলোকে মাছ-মাংস আদি সিজোৱাৰ উপৰি জুইৰ চাৰিও কাষত বহি নিশাৰ ভাগলৈকে কথা পাতিছিল চিকাৰৰ অভিজ্ঞতা আৰু চিকাৰৰ পৰিকল্পনা আদিৰ বিষয়ত। সম্ভৱতঃ এইদৰে জুইৰ কাষত বহা সময়খিনিত চিকাৰৰ কাহিনী, চিকাৰ কেন্দ্ৰিক অতি প্ৰাকৃতিক বিশ্বাসৰ জন্ম হৈছিল। ফ্ৰান্সৰ Pech de l' Aze নামৰ ঠাইত তিনি লাখ বছৰ পূৰ্বৰ এডাল ষাঁড়ৰ কামিহাড় ১৯৬৯ চনত উদ্ধাৰ কৰা হৈছিল যিডাল হাড়ত কিছুমান দুডলীয়া অৰ্ধবৃত্তাকাৰ ছবি অংকিত আছিল (৬)। মানৱ ভাষা, উন্নত বুদ্ধি আৰু মগজুৰ লগতে প্ৰাথমিক পৰ্যায়ত হ'লেও সৃষ্টিশীল আকাংক্ষা অনুভূতি নাইবা কল্পনাৰ অবিহনে আদি মানৱে এনেধৰণৰ কাম নকৰিলেহেঁতেন। তেওঁলোকে নিশ্চয় মানৱ ভাষা ব্যৱহাৰ কৰিছিল। যিহেতু আধুনিক মানৱৰ জন্ম যোৱা এক লাখ বছৰৰ পৰা ৫০ হেজাৰ বছৰৰ ভিতৰত হৈছিল সেয়ে সেই সময়চোৱাৰ ভিতৰতে ভাষাৰ ব্যৱহাৰ আৰু বিকাশ ঘটিছিল বুলি অনুমান কৰিব পাৰি। সেয়ে এই সময়চোৱাৰ ভিতৰতে সাধুকথা নাইবা সাধুকথাৰ দৰে লগা গল্প, কাহিনী কোৱাৰ অভ্যাস আৰম্ভ হৈছিল বুলি অনুমান কৰিব পাৰি। যোৱা ১০ হেজাৰ বছৰ পূৰ্বেহে মানৱ সমাজে খেতি কৰিবলৈ শিকিছিল যদিও তাৰ বহু পূৰ্বেই পৰিয়ালৰ সৃষ্টি হৈছিল আৰু গল্প বা সাধুৰ দৰে লগা কাহিনীবোৰো তেতিয়াই মানৱ পৰিয়ালৰ প্ৰধানজনে কৈ শুনাইছিল বুলি অনুমান কৰিব পাৰি। অৱশ্যে প্ৰথম সাধু কোৱা আইতাগৰাকী বা ককাগৰাকী চীনত নে ইউৰোপত নে আফ্ৰিকাত— ক'ত আছিল সেই প্ৰশ্নৰ উত্তৰ সহজ নহয়। বৰ্তমান ল'ৰা-ছোৱালীহ'তে তেওঁলোকৰ আইতাক বা ককাকৰ মুখৰ পৰা সাধু শুনাৰ সুবিধা নোপোৱা হৈছে। যৌথ পৰিয়ালবোৰ ভাগি গৈছে, ককাক আইতাকৰ অবিহনেই ল'ৰা-ছোৱালীহ'ত ডাঙৰ হৈছে। তেওঁলোকে সাধু কিতাপ পঢ়ি বা তেনে ধৰণৰ কাহিনীৰ ছিৰিয়েল টি ভিত চাই সন্তুষ্ট থাকিবলগীয়া হৈছে। সাধুকথাৰ পৰা আৰু সাধু শুনাৰ পৰা বঞ্চিত এখন সমাজত শিশুহঁতে মানৱীয়, হৃদ্যতাপূৰ্ণ সম্বন্ধ, স্নেহ, শুভেচ্ছাৰ পৰাও বঞ্চিত হ'বলগীয়া হৈছে। ইয়াৰ ফলত ভৱিষ্যতে হয়তো নিৰ্মমতা, নৃশংসতা, হিংসা, অপৰাধ বৃদ্ধি পাব। সাধুকথাৰ দুখ-আনন্দৰ উমেৰে তেওঁলোকক আৰু মানৱ সমাজখনক সুৰক্ষিত কৰাৰ প্ৰয়াস নাইবা হাবিয়াস আমাৰ সমাজত আকৌ জন্ম হ'বনে?

OOO

# প্ৰসংগ

## অসমীয়াৰ সংজ্ঞা


(১) India Against Itself. Sanjib Baruah. Page XI, University of Pennsylvania Press. Philadelphia, 1999.

(২) Nations and Nationalism Since 1780, E. J Hobsbawm, Page 63, Cambridge University Press, 1995.

(৩) অসমৰ মানুহ ঃ প্ৰজাতি আৰু সংস্কৃতি— এটি দৃষ্টিপাত; ড° ভুবন মোহন দাস, পৃষ্ঠা ১৭; ১৯৮৬।

(৪) Microevolution. B M Das. Ranchi Anthropology Series 4; 1981.

(৫) অসমৰ মানুহ ঃ প্ৰজাতি আৰু সংস্কৃতি, পৃষ্ঠা ৫৭।

(৬) Nations and Nationalism Since 1780, P 10.

(৭) Orientalism. Edward W Said, Page 7, Penguin Books, 1985

(৮) 'ভূমিপুত্ৰৰ মৰ্ম বেদনা' গ্ৰন্থত গৌৰীশংকৰ ভট্টাচাৰ্যৰ উদ্ধৃতি, পৃষ্ঠা ১৪৬-১৪৭, ১৯৮৫।

(৯) অসমীয়া ভাষাৰ দৰ্শন, অনিল ৰায়চৌধুৰী, পৃষ্ঠা ২৯, ১৯৯৮।

(১০) Rethinking Multiculturalism. Bhrikhu Parekh; Page 36, Palgrave Publishars Ltd, 2000.

(১১) 'আজিৰ অসম' কাকতত প্ৰকাশিত; সম্পাদক ঃ অপূৰ্ব শৰ্মা।

(১২) অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন; ভবানন্দ দত্ত, পৃষ্ঠা ৫০, ১৯৮৭।

(১৩) অসমীয়া ভাষাৰ দৰ্শন; পৃষ্ঠা ২৭-২৮।

(১৪) Plains Tribals Before the Simon Commission, Ed. B. K. Basumatary

(১৫) দৈনিক জনমভূমি, ১১ মে', ২০০৫।

(১৬) দৈনিক জনমভূমি, ১১ মে', ২০০৫।

(১৭) ই জে হব্‌ছবমৰ প্ৰবন্ধ Are All Toungues Equal? Language, Culture and National Identity; পল বাৰ্কাৰ সম্পাদিত Living as Equals, Page 85-98; Oxford University Press, 1999.

(১৮) Rethinking Multiculturalism, P 148.

(১৯) The End of the Nation State, Kenichi Ohmae, Page 20, Harper collins Publishers, 1995.

(২০) The Telegraph কাকতত প্ৰকাশিত নেতাজী সুভাষ চন্দ্ৰ বসু শতবাৰ্ষিকী বক্তৃতামালা, প্ৰবন্ধ; ১ ফেব্ৰুৱাৰী, ১৯৯৭।


## আমাৰ একাধিক পৰিচয়


(১) The Roots of Romanticism. Isaiah Berlin. Page 137; Princeton University Press. New Jersey, 2001.

(২) Orality and Literacy : The Technologizing of the word, Page, 171. Routledge, 2002.
(৩) অসমৰ মানুহ ঃ প্ৰজাতি আৰু সংস্কৃতি— এটি দৃষ্টিপাত; ড° ভুবন মোহন দাস, পৃষ্ঠা ১৭; ১৯৮৬।
(৪) আঁদ্ৰে বেটেইৰ নিবন্ধ The Conecpt of Tribe with Special Reference to India.
(৫) Beginning Theory. Peter Barry. Page 86; Manchester University Press, 1999.
(৬) Colonialism and its Forms of Knowledge. Bernard S. Cohn. Page 16 Oxford University Press, 1997.
(৭) The Decolonisation of Imagination, Pieterse and Parekh Page 3, Oxford University Press, 1997.
(৮) Postcolonial Theory গ্ৰন্থত লীলা গান্ধীৰ উদ্ধৃতি, পৃষ্ঠা ১২৮ অক্সফৰ্ড ইউনিভাৰ্ছিটি প্ৰেছ, ১৯৯৯।
(৯) Culture and Imparialism. Edward Said, Page 276, Vintage, 1994

## পৰিবৰ্তন আৰু সংস্কৃতি

(১) Towards 2000. Raymond Williams. Page 135. Penguin Books, 1985.
(২) The Search For the Perfect Language. Umberto ECO, Page 353 Translated by James Fentress. Fontana Press, 1997.
(৩) The Algebra of Infinite Justice. Arundhati Roy, Page 62. Viking, 2001.
(৪) Victims of Progress. John H Boddley, 1992
(৫) Joseph Brodsky : Selected Poems. Translated by George L. Kline. Page 133, 1973, Penguin Books.
(৬) India Against Itself, Sanjib Baruah. P. 35. 1999.
(৭) India Against Itself. P. 38.

## মূলসুঁতি ঃ এটা কৰ্তৃত্বশীল বাগ্‌ধাৰা

(১) Subject to Change. Ed. by Susie Tharu. Page 10-11, Orient Longman Limited. 1997.
(২) The Idea of Indian Literature. Umashankar Joshi. Page 7, 1990.
(৩) Of Many Heroes. গ্ৰন্থত জি এন দেৱীৰ উদ্ধৃতি, পৃষ্ঠা ১১৭, ৳৯৯৮।
(৪) Peasant Society and Culture. Robert Redfield, Chicago University Press.
(৫) Gods on Earth. Peter Vander Veer. Page 54. Oxford University Press, 1989.
(৬) Orientalism. P. 3. Penguin Books.
(৭) Evolution of 'Mainstream' Concept, by Subhadra Mitra Channa, Mainstream, 28 January, 1995.
(৮) The Tribal Situation of India. Ed. Institute of Advance Study. Simla.

## ক্ৰিষ্টলৰ সতৰ্কবাণী

(১) English as a Global Language. David Crystal Page 139-140. Cambridge University Press, 1998.
(২) English as a Global Language, Page, 17.
(৩) English as a Global Language, Page, 17-18
(৪) English as a Global Language, Page, 10
(৫) The Search for the Perfect Language. Umberto ECO. P. 338
(৬) Education and Anthrpology . Other Cultures and the Teacher গ্ৰন্থত ফ্ৰেংক মাছ্‌গ্ৰুভৰ উদ্ধৃতি; পৃষ্ঠা ১১, ১৯৮৪।
(৭) After Babel. George Steiner. P. 92 Oxford University Press, 1977.
(৮) After Babel. P. 92.
(৯) We live in a New Linguistic World The Hindu 17 Oct, 2004.
(১০) After Babel, P. 51
(১১) Language and power. Norman Fairclough. Page 56-57. Longman. 1990.
(১২) Language and Power. P. 93
(১৩) The Search for the Perfect Language. P-334.
(১৪) Language and the State : Perspectives on the 8th Sechedule. Ed. R. S. Gupta, Anwita Abbie, Kailash Agarwal, 1995
(১৫) The Hindu কাকতত দিয়া সাক্ষাৎকাৰ, 17 Oct, 2004.

## বিশ্বভাষাৰ ৰূপত ইংৰাজী

(১) English as a Global Language, Page, 7.
(২) Rethinking English গ্ৰন্থত তেজস্বিনী নিৰঞ্জনাৰ উদ্ধৃতি, পৃষ্ঠা ১৩৯ অক্সফৰ্ড ইউনিভাৰ্ছিটি প্ৰেছ, ১৯৯৪।
(৩) The Hindu কাকতত ৰামচন্দ্ৰ গুহৰ নিবন্ধ Hindi against India, 16 January 2005.
(৪) The Lie of the Land. Edited by Rajeswari Sunder Rajan. P 15 Oxford University Press, 1993.
(৫) Colonial and Postcolonial Literature. Elleke Boehmer P. 208, oxford University Press. 1995
(৬) ব'য়েমাৰৰ উদ্ধৃতি, Colonial and Postcolonia Literature. P. 209.
(৭) Colonial and Postcolonial Literature, P-209.
(৮) Colonial and Postcolonial Literature. P-209.
(৯) English as a Global Language গ্ৰন্থত ডেভিড ক্ৰিষ্টলৰ উদ্ধৃতি, পৃষ্ঠা ১১৪।
(১০) English as a Global Language গ্ৰন্থত ক্ৰিষ্টলৰ উদ্ধৃতি, পৃষ্ঠা ১১৪।
(১১) English as a Global Language গ্ৰন্থত ক্ৰিষ্টলৰ উদ্ধৃতি, পৃষ্ঠা ১০৬।
(১২) English as a Global Language গ্ৰন্থত ক্ৰিষ্টলৰ উদ্ধৃতি, পৃষ্ঠা ১০২।
(১৩) English as a Global Language গ্ৰন্থত ক্ৰিষ্টলৰ উদ্ধৃতি, পৃষ্ঠা ১০৫-১০৬।
(১৪) English as a Global Language গ্ৰন্থত ক্ৰিষ্টলৰ উদ্ধৃতি, পৃষ্ঠা ১০৬।

(১৫) The Search for the Perfect Language. Umberto Eco, P-332.

## মেক'লেৰ সন্তান

(১) After Amnesia. G. N Devy. Page 9. Orient Longman.
(২) After Amnesia গ্ৰন্থত জি এন দেবীৰ উদ্ধৃতি, পৃষ্ঠা ৯।
(৩) After Amnesia, P. 10
(৪) After Amnesia, P. 52.
(৫) After Amnesia, P. 37
(৬) After Amnesia, P. 21
(৭) After Amnesia, P. 21
(৮) In Another Tongue. G. N.Devy. P-49. Macmillan. 1995.
(৯) The Social Foundation of English Criticism . 1848-1932 গ্ৰন্থত ক্ৰিছ বল্‌ডিকৰ উদ্ধৃতি।
(১০) Nationalism without a nation in India. G. Aloysius. P. 1-2, Oxford University Press, 1997.
(১১) Nationalism without a Nation in India, P. 2
(১২) The End of the Nation State Kenichi Ohmae. P. 20
(১৩) অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিবেশনত (১৬ ফেব্ৰুৱাৰী, ২০০৬, বেলশৰ) সভাপতি কনকসেন ডেকাৰ সভাপতিৰ অভিভাষণ, পৃষ্ঠা ১৩।

## সন্দিকৈৰ সংস্কৃত প্ৰেম

(১) Marx-Engels Selected Correspondences, P 224, Moscow.
(২) কৃষ্ণকান্ত সন্দিকৈৰ সাহিত্য চিন্তা; ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, পৃষ্ঠা, ৬৪।
(৩) বাণীকান্ত কাকতী; দুৰ্গেশ্বৰ বৰঠাকুৰ।
(৪) ৰচনা-সম্ভৰ। কৃষ্ণকান্ত সন্দিকৈ। পৃষ্ঠা, ২৪৩; সংকলক আৰু সম্পাদক : যতীন্দ্ৰ নাথ গোস্বামী। অসম সাহিত্য সভা; ১৯৮৪।
(৫) ৰচনা সম্ভাৰ। কৃষ্ণকান্ত সন্দিকৈ। পৃষ্ঠা, ৫৮।
(৬) ৰচনা সম্ভাৰ। কৃষ্ণকান্ত সন্দিকৈ। পৃষ্ঠা, ৬০।
(৭) ৰচনা সম্ভাৰ। কৃষ্ণকান্ত সন্দিকৈ। পৃষ্ঠা, ৪৭-৪৮।

## ইতিহাস চেতনা

(১) Imagining India. Ronald Inden. Page 45-46, 1990. Basil Blackwell.
(২) Essays in English History. A. J.P. Taylor P.9.
(৩) Ancient Indian History : Some Interpretations. Romila Thapar. Page 268, 1984.
(৪) Culture and vivilization of India in Historical outline. D. D. Kosambi Page-16.
(৫) A History of Assam. E. Gait. P. 20.

(৬) Ancient Indian Social History : Some Interpretations. P. 268-376.
(৭) Ancient Indian Social History : Some Interpretations. P-368.
(৮) Marxim and Indology. Edited by Deviprasad Chattopadhyaya. P. 28.
(৯) Ancient Indian Social History. P. 363
(১০) Approaches to Asian Civilizations : Edited by Wm. Theodore de Bary and Ainsle T. Embree. Colombia University Press P. 30.
(১১) An Indian Historiography of India . A Nineteenth Century Agenda and its Implications Ranajit Guha. Calcutta. Page 21, 1988.
(১২) Homo Hierarchicus : The Caste System and its Implications. Luis Dumont. Oup 1988.
(১৩) Four Essays on Liberty. Isaiah Berlin. P. 121. Oxford University Press. 1984.

## বিশুদ্ধ অবলোকন

(১) Ways of seeing. John Berger. P. 7-9, 1977.
(২) Postmodernism. Christopher Butler. P. 92.
(৩) Art Theory. Cynthia Freeland. P. 66. 2003.
(৪) The Voices of Silence. Andre Malraux, P. 16. 1974.

## নাৰীৰ প্ৰতিভা আৰু মগজুৰ বিৱৰ্তন

(১) The Man of Reason : 'Male' and 'Female' in Western Philosophy. Genevieve Lloyd. Page 2-3, 1984 Methuen.
(২) Evolution and Human Nature. Richard Morris. Page 40; 1983.
(৩) Evolution and Human Nature, P. 40.
(৪) Dragons of Eden : Speculations on the Evolution of Human Intelligence. Carl Sagan Page 87; 1983
(৫) Dragons of Eden. P. 97
(৬) The Biology of Human Action. Vernon Reynolds. Page 58; 1976. W. H. Freeman and Company. San Francisco.
(৭) Neuronal Man : Biology of Mind. Jean-Pierre Changeux. P. 25 8; 1986. Oxford.
(৮) The Sex Contract. Helen E Fisher. Page 124, 126; 1982. Granada.

## মুক্ত সমাজমুখী চিন্তা

(১) Contemporary Political Philosophers. Edited by Antony de Crepigny and Kenneth Minogue; P. 154-155. Methuen and Co. London.
(২) Contemporary Political Philosophers P. 155.
(৩) Essentialism in the Thought of Karl Marx. Scott Meikle. 1985. Duckworth. London.
(৪) The Open Society and its Enemies. Vol. 1; Karl Popper. Page 130 Routledge.

(৫) The Open Society and its Enemies. Vol-1 P. 132.
(৬) The Open Society and its Enemies. Vol. 1. P 128-129.

## উত্তম জীৱন

(১) প্ৰবন্ধ সংগ্ৰহ। অম্লান দত্ত। পৃষ্ঠা ৪৪০-৪৪৬, আনন্দ পাবলিচাৰ্ছ প্ৰাইভেট লিমিটেড। ১৯৯৬।

## কেইগৰাকীমান বীৰাংগনা

(১) From A Spanish Jail Eva Forest. P. 18. London.

## বৌদ্ধিক স্বাধীনতা

(১) Representations of the Intellectual. Edward Said. P. 89; Vintage. 1994.
(২) The Last Intellectuals. Russell Jacoby. Basic Books. New York.
(৩) Representations of the Intellectual. P. 55

## নগাৰ ইতিহাস 'অদ্বিতীয়', কিন্তু আমাৰ ?

(১) The Naga Imbroglio : A Personal Perspective. Charles Chasie. P 36. Standard Printers and Publshers. Kohima. 1999.
(২) The Naga Imbrogloi; P. 36
(৩) The Naga Imbroglio; P 38
(৪) Jammu and Kasmir : Triumph and Tragedy of IndianFederation Balraj Puri. 1981.
(৫) Economic and Political Weekly আলোচনীত Rudolf C Heredia ৰ প্ৰবন্ধ। পৃষ্ঠা ১৫২৪; ২০০০।

## গণতন্ত্ৰৰ মূল কথা নিৰ্বাচন নহয়

(১) India : Population, Economy, Society. R. H. Cassen. P. 319. E. L. B. S and Macmillan. 1982.
(২) In Search of Politics. Zygmunt Bauman. P. 4 Polity Press. 2000.
(৩) In Search of Politics. P. 4.
(৪) The Idea of India. Sunil Khilnani. P. 54. Penguin Books. 1994.
(৫) The Future of Democracy. Norberto Bobbio. P. 34. Polity. 1987.
(৬) The Future of Democracy. P. 34-35.
(৭) One Earth, Four or Five Worlds. Octavio Paz. P. 156. Paladin. 1992.

## য'ত সংখ্যাগৰিষ্ঠতাৰ প্ৰয়োজন নাই

(১) The Future of Democracy. Norberto Bobbio. P. 75
(২) One Earth, Four or Five Worlds. Octavio Paz. Page. 117.
(৩) The End of History and the Last Man. Francis Fukuyama. Page xiii. Penguin Books. 1992.

